# আত্মাহুতি

কুমাৰী অনুৰাধা দেৱী

বাণী প্ৰকাশ প্ৰাইভেট লিমিটেড
গুৱাহাটী    পাঠশালা    কলিকাতা



প্ৰকাশক :

শ্ৰীঅম্বিকাপদ চৌধুৰী
বাণী প্ৰকাশ প্ৰাইভেট লিমিটেড
পাণবজাৰ
গুৱাহাটী ৭৮১ ০০১

শাখা :

পাঠশালা ৭৮১ ৩২৫
জিলা বৰপেটা

১০ কৈলাশ বোস ষ্ট্ৰীট
কলিকাতা ৭০০ ০০৬

শ্ৰীমতী ৰাধে দেৱী
বাউসী বাণীকান্ত কাকতি মহাবিদ্যালয়
নগাঁও, বৰপেটা

বেটুপাত :

ড° ভূপেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্য
চেনীকুঠি, হিলচাইড
গুৱাহাটী ৭৮১ ০০৩

প্ৰথম প্ৰকাশ
জুলাই, ১৯৯৩

বেচ :
চল্লিশ টকা মাথোন

ছপা :

মু দ্ৰ ণি কা
চি ৎ উ দ্যো গ পা ম
বা মু ণী মৈ দা ম
গুৱাহাটী ৭৮১ ০২১

মোৰ বাইদেউ

মাধৰী দেৱী

আৰু মোৰ ভাই-ভনীহঁত

সুভাষ, বিপুল, দীপক, প্ৰদীপা

আৰু সৰোজৰ হাতত 'আত্মাহুতি'

মৰমেৰে অৰ্পণ কৰিলোঁ।

—লেখিকা

# ভূমিকা

ফ্ৰান্সত অষ্টাদশ শতাব্দীৰ প্ৰথমাৰ্ধ আছিল যুক্তিবাদৰ যুগ ; আৰু সেই চিন্তা-কেন্দ্ৰিক যুগৰ নেতৃত্ব দিছিল ভল্টেয়াৰে। আনহাতে অষ্টাদশ শতাব্দীৰ শেষ ভাগ আছিল আবেগ-অনুভূতিৰ যুগ ; আৰু সেই আবেগ-অনুভূতিকেন্দ্ৰিক যুগৰ নেতৃত্বত আছিল ৰুছো'। ভল্টেয়াৰৰ যুক্তিবাদী যুগে লাহে লাহে বাগৰ সলাই ৰুছো'ৰ অনুভূতি-প্ৰধান যুগলৈ উত্তৰণ কৰা সময়ত সেই নতুন যুগৰ চিন্তানায়কহিচাপে যশস্যাৰ তুংগত আছিল ৰুছো'। এনে অৱস্থাতো ৰুছো'ৱে পূৰ্ববৰ্তী যুগৰ চিন্তানায়ক ভল্টেয়াৰলৈ তেওঁৰ যুগান্তকাৰী গ্ৰন্থবোৰৰ কপি পঠিয়াই আছিল শ্ৰদ্ধাসহকাৰে। কিন্তু ৰুছো'ৰ এই গ্ৰন্থবোৰ পঢ়ি ভল্টেয়াৰ প্ৰসংশামুখৰ বা মুগ্ধ হোৱা দূৰৈৰ কথা, এনে গ্ৰন্থক তাচ্ছিল্য কৰি ৰুছো'লৈ লিখিছিল, "আমাক পশুলৈ পৰিবৰ্তিত কৰাৰ ক্ষেত্ৰত তোমাৰ সমান বুদ্ধিমানৰ কাম আৰু অন্য কোনেও কৰা নাই ; তোমাৰ কিতাপ পঢ়িলে মানুহৰ চাৰি-খন ঠেঙেৰে খোজ কঢ়াৰ প্ৰবৃত্তি হয়।"

বুদ্ধিমত্তা আৰু আবেগ, মগজু আৰু হৃদয়ৰ মাজত কেনে উৎকট বিৰোধ ! অথচ আবেগ অনুভূতিৰ হোতা ৰুছো'ৱে যেতিয়া শত্ৰুৰ মাজত পৰি জলাকলা হৈছিল, তেতিয়া আকৌ যুক্তি-তৰ্কৰহোতা ভল্টেয়াৰে ৰুছো'ৰ নিৰাপত্তাৰ বাবে উদ্বিগ্ন হৈ নিজৰ লগতে তেওঁক ৰাখিবলৈ ৰুছো'লৈ নিমন্ত্ৰণ পঠিয়াইছিল। যুক্তি আৰু আবেগৰ মাজত, মগজু আৰু হৃদয়ৰ মাজত বিশাল ব্যৱধানৰ সত্ত্বেও দুয়োটাৰ মাজৰ সংহতিৰ কেনে এক বিমল আনন্দদায়ক উদাহৰণ ! বাস্তৱ জীৱনত তত্ত্বৰ আদৰ্শক লৈ এনে কথাও সংঘটিত হয় বাবেই হয়তো ফৰাচী দেশেই সাধাৰণতে পাশ্চাত্যত নেতৃত্ব দিয়া দেখা যায় প্ৰায়বোৰ তত্ত্বভিত্তিক, দৰ্শননিৰ্ধাৰিত আন্দোলনৰ।

অসমীয়া সাহিত্য চিন্তাগত দিশত অতি নিশকতীয়া। উপন্যাসকে ধৰি সাহিত্যৰ কেইটামান শাখা আমাৰ সন্তোষজনক যদিও, এনে সন্তোষজনক শাখাবোৰতো আকৌ চিন্তাৰ দৈন্য। অসমীয়া উপন্যাসত সীমিতভাৱে হ'লেও বৈচিত্ৰ্য আৰু গভীৰতা আছে যদিও, সামগ্ৰিকভাৱে অসমীয়া উপন্যাসতো হৃদয়ৰ প্ৰতি আবেদনেই প্ৰধান, মগজুৰ প্ৰতি আবেদন নিচেই সামান্য। ইয়াৰ মাজতো কুমাৰী অনুৰাধা দেৱীৰ প্ৰথম উপন্যাস "আত্মাহুতি"ৰ অসমীয়া উপন্যাস সাহিত্যৰ কোঠালৈ প্ৰৱেশ আদৰণীয়। অৱশ্যে

লেখিকাৰ এই প্ৰথম উপন্যাস খনিয়েও মগজুতকৈ হৃদয়কেই বেছিকৈ স্পৰ্শ কৰে। তথাপি এই উপন্যাস আমাৰ আদৰৰ যোগ্য এইবাবেই যে ই পাঠকক হৃদয় আৰু মগজুৰ সুষম ব্যৱহাৰ বা চৰ্চাৰ প্ৰতি সজাগ কৰে। বুদ্ধিমত্তা আৰু অনুভূতিৰ, যুক্তি আৰু আৱেগৰ যুগপৎ আৰু আনুপাতিক অনুশীলনৰ আৱশ্যকতাৰ দৰে এটি মননধৰ্মী বিষয় এই উপন্যাসৰ বিষয়বস্তু। অৱশ্যে এনে এক মননধৰ্মী বিষয়বস্তু এই উপন্যাসত উত্থাপিত হৈছে এটি হৃদয়স্পৰ্শী ৰোমাণ্টিক কাহিনীৰ মাজেদি। স্বাভাৱিকতে ইয়াৰ কাহিনী সাধাৰণ পাঠকৰ বাবেও সুখপাঠ্য। ইপিনে গুৰুভাৱৰ পাঠকেও কাহিনীটো উপভোগ কৰাৰ উপৰিও ইয়াত চিন্তাৰ খোৰাক পাব।

লেখিকাৰ প্ৰথম উপন্যাস বুলিও, কি ভাষা, কি পাঠৰ গাঁঠনি, কি বিষয়বস্তুৰ উত্থাপনৰীতি—এইবোৰৰ কোনো দিশতে এই উপন্যাসত কেঁচা হাতৰ চিন তেনেকৈ ধৰা নপৰে। এয়া হয়তো এই উপন্যাসৰ লেখিকা পূৰ্বৰ ভাল ছাত্ৰী আৰু ইতিমধ্যে ইংৰাজী সাহিত্যৰ অভিজ্ঞ অধ্যাপিকা বাবেই সম্ভৱ হৈছে। সেই বুলি সকলো দিশতে উপন্যাস-খনি ত্ৰুটীমুক্ত, এক সন্তোষজনক সাহিত্য কৰ্মলৈ উত্তীৰ্ণ হৈছে—সেই কথাও নিশ্চয় কব নোৱাৰি। তথাপি কিন্তু এই কথা কব লাগিব, এখন সুখপাঠ্য উপন্যাসৰ বাবেই কেৱল নহয়, অসমীয়া সাহিত্যত বিৰল বিষয়বস্তুৰ এখন উপন্যাস হিচাপেও, "আত্মাহুতি" আমাৰ সকলোৰে সমাদৰৰ যোগ্য। এই উপন্যাসৰ পঠনে পাঠকক যেনেকৈ আনন্দ-দানৰ উপৰিও এক পৰিপূৰ্ণ জীৱনৰ বাবে আগ্ৰহী কৰিব, আনহাতে তেনেকৈ লেখিকাৰ ঔপন্যাসিকা হিচাপে বিশেষ সম্ভাৱনাৰ প্ৰতি আশ্বস্ত কৰি তেওঁৰ পৰৱৰ্তী উপন্যাসৰ বাবে কামনা কৰাৰ।

*গোবিন্দ প্ৰসাদ শৰ্মা,*

১৮ নৱেম্বৰ ১৯৯১।

Dr. G. P. Sarma
Professor of English
Gauhati Uuniversity
Guwahati 781 014

# আগলতিপাত

অতীতৰপৰা প্ৰাচ্য অথবা পাশ্চাত্যৰ বহুতো দাৰ্শনিক তথা চিন্তাবিদে মগজু অথবা চিন্তাশক্তি আৰু প্ৰবৃত্তি অথবা অনুভূতিৰ [ Intellect or Reason আৰু Instinct or will ] সমস্যাক লৈ নানান মতবাদ দাঙি ধৰিছিল। Schopenhouer অথবা Nietzscheৰ ক্ৰমান্বয়ে "will to live" আৰু "will to power" মতবাদক বৰ্তমান শতিকাৰ মানুহে কিছুপৰিমাণে মানি ললেও তেওঁলোকৰ women emancipation বিদ্বেষী মতবাদ আৰু নাৰীক কেৱল "subjective, culprit", "dangerous toy" আদি আখ্যা দিয়া প্ৰণালীক নিশ্চয় মানি লবলৈ বেছিভাগেই অস্বীকাৰ কৰিব। কাৰণ, বুদ্ধি আৰু বিকাশৰ সংগ্ৰামস্থলীত দেশ আৰু বিদেশৰ নাৰী আজি সম্পূৰ্ণৰূপে নহলেও বহুপৰিমাণে বহুদূৰ আগবাঢ়ি আহিছে। আনহাতে Schopenhouerৰ will এ হৈছে সকলো সৰ্বনাশৰ কাৰণ আৰু তাক সম্পূৰ্ণৰূপে দমন কৰা উচিত—এই কথাষাৰ, আৰু Nietzscheৰ Superman theory আমাৰ বিচাৰত একপক্ষীয় হৈ বৈ গৈছে। কাৰণ Superman থিওৰিত Nietzscheএ যদিও কৈছে যে 'The perfect woman is a higher type of humanity than the perfect man, and also something much rarer," তথাপি perfect womanৰ সূত্ৰ কি হব পাৰে তাক তেওঁ দাঙি ধৰা নাই। আনহাতে Schopenhouerএ "*The Wisdom of Death*"ত নাৰীয়ে বৰ্তমান সমাজৰ নিৰাপত্তা হানি কৰে বুলি কৈছে; কিন্তু তেওঁৰ মূল মতবাদৰ লগত ইয়ে অসংগতিৰ সৃষ্টি কৰিছে।

গতিকে আমাৰ মতে Intellect আৰু willৰ উপযুক্ত সমন্বয় সাধন নোহোৱা কাৰণেই হয়তো আজিৰ পৃথিৱীত Napoleonৰ [ Nietzscheৰ মতে ] দৰে অথবা যীশু অথবা বিবেকানন্দৰ দৰে বহুত Supermanৰ যদিও জন্ম হৈছে, তথাপি আজিৰ সমাজত মানৱে বস্তুগত বিকাশ সাধনৰ উচ্চস্তৰত উপনীত হৈও আন্তৰিক বিকাশ সাধনৰ ক্ষেত্ৰত নিম্নৰপৰা নিম্নতৰ স্তৰলৈহে গতি কৰিব লাগিছে। Spinozaৰ কথা এষাৰ এইখিনিতে উল্লেখনীয়। Spinozaই কৈছিল: "The instincts are magnificent as a driving force, but dangerous as guides." স্বামী বিবেকানন্দইও তেওঁৰ *Practical Vedanta*ত কৈছে: "It is through the

heart that the Lord is seen, and not through the intellect. The intellect is only the street-cleaner, cleansing the path for us... without it we fall into crude errors and make all sorts of mistakes." কিন্তু Spinoza অথবা বিবেকানন্দৰ কথা আজিৰ সমাজত শুনিছে কোনে ?

সাধাৰণতে মানুহৰ কাৰ্যবোৰ সম্পাদিত হয় মগজু, চিন্তাশক্তি অথবা যুক্তি [ Head, Thinking or Reason ] আৰু অনুভূতি অথবা প্ৰবৃত্তিৰ [ Feeling, Heart or Will ] প্ৰভাৱৰ ফলত ; আৰু এই সম্পাদনাতেই চলি থায় মানুহৰ জীৱন ৰথৰ চকা। কিন্তু প্ৰায় সকলো মানুহেই কম বা বেছিপৰিমাণে কেৱল মগজু অথবা কেৱল অন্তৰৰদ্বাৰাহে পৰিচালিত হয়। চিন্তাশক্তি অথবা যুক্তিৰ লগত অন্তৰ অথবা প্ৰবৃত্তিৰ সমন্বয় হোৱা দেখা নাযায়। এই সমন্বয়ৰ অভাৱত সাধাৰণতে মানুহে যাতনা ভোগ কৰে। সেয়েহে মানুহৰ সমাজত বিপৰ্যয়ৰ বাতাৱৰণৰ অন্ত নপৰে। যিজনে কোনো জটিল সমস্যাত পৰি এই সমন্বয় হেৰুৱাই পেলায়, তেওঁক এক অৰ্থত পাপী বা অন্যায়কাৰী বুলি আখ্যা দিব পাৰি ; কাৰণ এনেকুৱা কাৰ্যৰদ্বাৰা তেওঁ নিজে নিজৰ অন্যায় কৰাৰ উপৰিও নিৰপৰাধী কিছুমান আন মানুহৰো অন্যায় সাধন কৰে। কিয়নো, এই সমন্বয়ৰ অভাৱত সম্পাদিত হোৱা কাৰ্যৰ কুফলবোৰ সহজতে সংক্ৰমিত হয়। যিহেতু প্ৰায়ভাগ মানুহ ঘটনাক্ৰমে, অভাৱনীয়ভাৱে ইজনে সিজনৰ লগত কম বা বেছি পৰিমাণে জড়িত হৈ পৰে। যেতিয়ালৈকে মগজু বা চিন্তাশক্তি আৰু অনুভূতি অথবা প্ৰবৃত্তিৰ উপযুক্ত সমন্বয় সংঘটিত নহয়, তেতিয়ালৈকে মানৱ সমাজত শান্তিৰ বাতাৱৰণ প্ৰতিষ্ঠা হব বুলি আশা কৰিব নোৱাৰি।

কিতাপখন আদিৰপৰা অন্তলৈ ধৈৰ্য সহকাৰে পঢ়ি ভুল ত্ৰুটিবোৰ আঙুলিয়াই দি প্ৰকাশৰ বাবে উপযোগী কৰি তোলাত সহায় কৰা বাবে আৰু এখন পাতনি লিখি দি পাঠক সমাজক কিতাপখনৰ প্ৰয়োজনীয়তাৰ কথা বুজাই দিয়াৰ বাবে মোৰ শ্ৰদ্ধাৰ শিক্ষক, গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ বিভাৰ ড° শ্ৰীযুত গোবিন্দ প্ৰসাদ শৰ্মা মহাশয়ৰ প্ৰতি মই মোৰ অন্তৰৰ অসীম শ্ৰদ্ধা আৰু কৃতজ্ঞতা জ্ঞাপন কৰিলো। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অন্তৰ্গত লোকসংস্কৃতি গৱেষণা বিভাগৰ [ Folklore ] প্ৰবক্তা শ্ৰদ্ধাভাজন ড° শ্ৰীযুত নবীন চন্দ্ৰ শৰ্মা ডাঙৰীয়াৰ সহায় সহযোগৰ অবিহনে মোৰ কিতাপখনে বাহিৰৰ মাজলৈ ওলাই আহিবলৈ অৱকাশ নাপালেহেঁতেন ; সেয়েহে মই

তেখেতলৈও মোৰ হিয়াভৰা প্ৰণাম আৰু কৃতজ্ঞতাৰ শৰাই আগবঢ়ালো। লগতে এই ক্ষেত্ৰত সহায়ৰ হাত আগবঢ়োৱাৰ বাবে ড° বাণী শৰ্মা মহোদয়ৈক আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। কিতাপখন লিখাৰ বাবে উৎসাহ আৰু প্ৰেৰণা যোগোৱা মোৰ সহকৰ্মী বন্ধু শ্ৰীযুত অশোক কুমাৰ দাস আৰু কিতাপখন প্ৰকাশ কৰাৰ ক্ষেত্ৰত অগ্ৰণী ভূমিকা লোৱা মোৰ বৈনাই [ brother-in-law ] শ্ৰীযুত অনিল কুমাৰ শৰ্মা—এইলোক দুজনলৈও মই মোৰ হিয়াৰ কৃতজ্ঞতা জ্ঞাপন কৰিলো। শেষত কিতাপখনে পঢ়ুৱৈ সমাজত সমাদৰ পোৱাৰ আশাৰে সামৰিলোঁ। ইতি

বাউসী বাণীকান্ত কাকতি মহাবিদ্যালয়
নগাঁও, বৰপেটা

লেখিকা
৯।১২।৯১ ইং

# এক

ঘৰখন আজি একেবাৰে নিমাওমাও হৈ আছে। নীৰৱতাৰে আছন্ন কোঠাটোৰ বিছনাত শুই শুই মনটো গধুৰ গধুৰ লাগি আছে। কাণত বাজি আছে দিল্লী মহানগৰীৰ বহুল ৰাস্তাৰ অবিৰাম অহাযোৱা যান বাহনৰ শব্দ। মা-বিহীন এই ঘৰটো হঠাতে যেন এক পৰিত্যক্ত পুৰণি গুদাম যেন লাগিল। মা ঘৰৰ প্ৰাণ, এক জীৱন-বস্তি। ৰাম মনোহৰ লোহিয়া চিকিৎসালয়ত পৰি আছে মা। অসুখটো আকৌ বেছিহে হৈছে। আমি দিল্লীলৈ অহাৰ পাছৰপৰাই মা দুৰ্বল হৈ পৰিছিল। কিন্তু মাজৰ কেইটামান বছৰ বৰ ভাল হৈ উঠিছিল। আজি এবছৰ মানৰপৰা আকৌ অসুখ হৈ আছে। চিকিৎসাৰ ত্ৰুটী কেতিয়াও হোৱা নাই। তথাপি ভালৰ ফাললৈ অহা নাই।

মানসী আৰু বিক্ৰম সমুখৰ কোঠাটোত physicsৰ কিবা এক সমস্যা সমাধানত ব্যস্ত হৈ আছে। অলপ পাছতে সিহঁত দুয়ো যাবগৈ মাৰ ওচৰলৈ। বৰ্তমান বিক্ৰমৰ দেউতাক ডা: ৰজতমোহন সিং মাৰ ওচৰত থাকি পৰীক্ষা কৰি আছে। মাৰ লগত থৈ আহিছো ৰামুক। ৰজতমোহন সিং নিউৰোলোজিৰ এজন বিখ্যাত ডাক্তৰ। মোৰ কোৱাৰ্টাৰৰপৰা প্ৰায় এক কিলোমিটাৰমান দূৰত তেখেতৰ প্ৰকাণ্ড হাউলিটো আছে। মোৰ লগত তেখেতৰ বন্ধুত্ব থকাৰ উপৰিও তেখেতৰ ল'ৰা বিক্ৰম- মানসীৰ সহপাঠী। মানসী আৰু বিক্ৰম দুয়ো একেলগে Nuclear Physicsত জৱাহৰলাল নেহেৰু বিশ্ববিদ্যালয়ৰপৰা সৰ্বোচ্চ ডিগ্ৰী লাভ কৰিছে। গৱেষণাৰ বাবে দুয়োৰো লণ্ডনলৈ যোৱাৰ প্ৰস্তাৱও উঠিছে। মানসীয়ে প্ৰতিদিনে দিনৰ দিনটো মাৰ ওচৰত বহি কটায়। বিক্ৰমে খবৰবোৰ মোলৈ অনা-নিয়া কৰে। মা আৰোগ্য নোহোৱা বাবে মানসীৰ চিন্তা মোতকৈ বেছি। এৰা, মানসীয়ে মাকেই সাৱটি লৈছে নিজৰ মাতৃ বুলি। মানুহৰ জীৱনটো যে কি আশ্চৰ্যপূৰ্ণ। আচৰিত মানুহৰ মৰম-

প্ৰীতি, আচৰিত মানুহৰ আচৰণ ; আৰু তাতোকৈ আচৰিত দুৰ্বোধ্য সাঁথৰ মানুহৰ অন্তৰ, মানুহৰ মন যাক মানুহে নিজেই বুজিবলৈ অপাৰগ হয়।

আজি বৰকৈ মনত পৰিছে এখন ঘৰৰ লগত হোৱা নিবিড় ঘনিষ্ঠতাৰ কথা। আৰু মনত পৰিছে এক কাল সন্ধিয়াৰ ক্ৰুদ্ধ মুহূৰ্ত্ত এটিলৈ, যি মুহূৰ্ত্তত বিচ্ছিন্ন হৈ পৰিছিলো মই সেই ঘৰখনৰপৰা। প্ৰায় দহ বছৰ আগৰ এখন ধুনীয়া মুখ মোৰ চকুৰ আগত ভাহি উঠিল। লগে লগে মনত পৰি গ'ল এজন সহপাঠীৰ এখন ভয়লগা মুখ। সৰু ধুনীয়া মুখখন যেন ক্ৰমান্বয়ে মোৰ ওচৰৰপৰা আঁতৰি যাবলৈ ধৰিলে। ভয়লগা মুখখনে যেন মোক খেদি আহিছে। মই যেন পলাব খুজিছো! এবা, সেই মুখবোৰৰ লগত আজি মোৰ কোনো সম্পৰ্ক নাই ; হেৰাই গৈছে, দূৰ দিগন্তত সেইবোৰ মুখ। অসহ্যকৰ এন্ধাৰ ৰাতিৰ যেন অন্ত পৰিছিল সিদিনা—যিদিনা মই সুদূৰ অসমৰপৰা আহি দিল্লী পাইছিলোঁহি। দিল্লীত, ৰাজ্যিপুৰাৰ সতেজ বায়ুত যেন মই মুক্তভাৱে উশাহ লব পাৰিছোঁ। কিন্তু, মোৰ কৰ্মবহুল জীৱনৰ বাট আৰু বহুদূৰলৈ আছে। মানসীক ডাঙৰ মানুহ কৰি গঢ়ি তোলাৰ যি সপোন সেই সপোন ফলৱতী হৈছে। তাই এক উজ্জ্বল ভবিষ্যতৰ ফুলাম বাটত ভৰি দিছেহি। কিন্তু মানুহৰ প্ৰতি মোৰ কৰ্তব্যৰ অন্ত পৰা নাই। মোৰ জীৱনপথৰ মাথো এন্ধাৰৰ যাত্ৰাখিনিহে অন্ত পৰিল। আহিব ধৰা অজান যাত্ৰাপথৰ কাষৰ এক অনন্ত বৃক্ষৰ তলত ধীৰ মলয়াত মই মাথো জিৰণি লৈছো ক্ষণিকৰ বাবে।

হৰ্ হৰ্কৈ পৰি থকা বৰষুণত তিতিবুৰি অহা বিশ্ববিদ্যালয়ৰ বাছখন ৰৈ গ'ল লাইব্ৰেৰীৰ সমুখত। বৰষুণ এৰাৰ লক্ষণ নাই। তথাপি মই নামিব লাগিব। খৰখেদাকৈ নামি পুথিভঁৰালৰ পিনে খোজ ললো। মোৰ মুৰটো তেনেই তিতিলে, পেণ্ট আৰু চাৰ্টটোও বহুপৰিমাণে তিতি গ'ল। তথাপি উপায় নাই। ঠাহ খাই থকা কিতাপৰ চেল্ফবোৰৰ

ওচৰলৈ নগৈ পোনে পোনে গৈ পঢ়াকোঠাৰ দীঘল মেজৰ ওচৰত বহিলোঁ। ইংৰাজীৰ চেক্সন্‌টোত মোৰ বাহিৰে আৰু আন কোনো নাই। আনবোৰ ডিপাৰ্টমেণ্টৰ চেক্সন্‌বোৰত কিছুদূৰত দুই এজন ল'ৰা বহি আছে। পেণ্ট-চাৰ্ট শুকাবলৈ কিছুসময় বিজুলী পাংখাৰ বতাহ ললোঁ। তাৰপাছত চেল্‌ফবোৰৰ কিতাপ এখন বাছি উলিয়াই আনি পঢ়ি থকাৰ মাজে মাজে দুই-এটা দৰকাৰী কথা নোটবহীত লিখি লৈ আছোঁ। অলপ পাছত সেইখন কিতাপ চেল্‌ফত সুমুৱাই থৈ আন এখন কিতাপ বিচাৰিলোঁ—কিতাপখন আৰ্থাৰ চাইমনৰ। কিতাপখন বহুত সময় ধৰি বিচাৰি নোপোৱাত অলপ বিৰক্তিবোধ কৰিলোঁ। হঠাত চেণ্ডেলৰ শব্দ শুনি ঘূৰি চাই দেখোঁ ছোৱালী এজনী মোৰ ওচৰত থিয় হৈ চেল্‌ফৰ কিতাপবোৰৰ ফালে ভেবা লাগি চাই আছে। মই আলমাৰীৰ দৰজাৰ ভিতৰৰ ফালে সোমাই থকা বাবে ছোৱালীজনীয়ে মোক দেখা নাছিল। মই অলপ পিছুৱাই আহি অইন এটা ছেলফ্‌লৈ গ'লোঁ। হঠাৎ চক্‌ খোৱাৰ দৰে জঁপিয়াই উঠি ছোৱালীজনী আঁতৰি গ'ল। মই আলমাৰীৰ ওচৰৰপৰা আহি পঢ়ামেজৰ ওচৰত থিয় হ'লোঁ। দেখিলোঁ কিছুদূৰত এটি আলমাৰীৰ গাত ভেঁজা দি থিয়হৈ ছোৱালীজনীয়ে মোৰ ফালে চাই আছে। কোঠাটোত তেতিয়া মোৰ বাহিৰে আন কোনো মানুহ নাছিল। তেওঁ মোৰ ফালে সেইদৰে চাই থকাত মোৰ বৰ অস্বস্তি লাগিল। মই চকীত বহি নোট বহীখন পৰীক্ষা কৰাৰ ছলেৰে তেওঁক লক্ষ্য কৰিলোঁ। তেওঁৰ পোছাক-পৰিচ্ছদ আৰু প্ৰসাধনৰ প্ৰকৃতি মাৰ্জিত। এযোৰ দামী পাটৰ মেখেলা-চাদৰ পিন্ধি দীঘল চুলিকোছা ঢিলাকৈ বেণী গুঁঠি পিঠিত পেলাই লৈছে। এটা ডাঙৰ ভেনিটিবেগ আৰু এখন বহী হাতত লৈ আছে। ছোৱালীজনী ধুনীয়া। অৱশেষত তেওঁ গৈ প্ৰকাণ্ড দীঘল মেজখনৰ আনটো মূৰত বহিল। নাচাওঁ বুলি ভাবিও মই তেওঁলৈ চাই লক্ষ্য কৰিলোঁ যে তেওঁ বহীখন মেলি লৈ কলমটোৰ সাঁফৰটোহে কামুৰি কামুৰি মোৰ ফালে দৃষ্টি নিক্ষেপ কৰি বহি আছে। এইবাৰ মই বেছিকৈ অস্বস্তি

অনুভৱ কৰিলো। নিচিনা নজনা মানুহক কোনোবাই এইদৰে লক্ষ্য কৰেনে ? নাই, আজি আৰু পঢ়িবলৈ মন যোৱা নাই। মই উঠি গুচি আহিলোঁ। ঘৰলৈ যাও বুলি ৰাস্তালৈকে ওলাই আহিলোঁ। কিন্তু কিনকৈ বৰষুণ পৰিয়েই আছে। দৌৰ মাৰি গৈ কলা বিভাগৰ বিল্ডিংটোৰ ক'ৰিডৰত থিয় হলো। তাৰ পাছত খোজ কাঢ়ি গৈ বিলডিংটোৰ সমুখৰ বাৰাণ্ডাত থিয় হৈ আছোঁ আৰু বৰষুণ এৰালৈ বাট চালো। ৰাছখনো আহি পোৱাহি নাই। হঠাতে মুৰটো ঘূৰাই চাই দেখোঁ যে সেই ছোৱালীজনী মোৰ পিছফালে থিয় হৈ আছে। এইবাৰ মই বাৰুকৈয়ে আচৰিত হলোঁ। কাৰণ, তেওঁৰ চকুমুখত এক অসহায়ৰ ভাব পৰিলক্ষিত হৈছিল। এতিয়া আমি দুজনৰ বাহিৰে এই ঠাইত আৰু কোনো নাই। ভাবিলো—ছোৱালীজনী নিশ্চয় কিবা বিপদত পৰিছে। কিন্তু এই সন্ধিয়া খনলৈ অকলে অকলে তেওঁ ইয়াত কিয় আছে ? নিশ্চয় কিবা বিপদ হৈছে! সঁচাকৈ তেওঁৰ মুখখন বৰ করুণ যেন লাগিল। তেওঁৰ মুখৰ ফালে চাই ভাব হ'ল তেওঁ যেন কাৰোবাৰ সহায় বিচাৰিছে। ভাবিলো—হোষ্টেলৰ ছোৱালী হব পায়; সেয়েহে সন্ধিয়া ছয় বজালৈ বাহিৰত থাকিব পাৰিছে। যি নহওঁক তেওঁক বৰ অসহায় যেন লগাত মই অৱশেষত সুধিয়েই পেলালোঁ: "আপুনি ক'লৈ যাব ?"

থত মত খাই এবাৰ উশাহ লৈ ছোৱালীজনীয়ে উত্তৰ দিলে: "মই—মই আজাৰালৈ যাব লাগে। কিন্তু……

"কিন্তু কি ?"

"মোক ল'বা এজনে বৰ বিপদত পেলালে।"

তেওঁৰ মুখখন শেঁতা পৰি গ'ল। মই আগ্ৰহেৰে সুধিলো:

"কি বিপদ হ'ল আপোনাৰ ?"

অলপ ইতস্তত: কৰি ছোৱালীজনীয়ে কলে: কিছুদিন আগতে মই পঞ্চম বছৰত নাম ভৰ্তি কৰিছো। মোৰ বান্ধৱী এজনীৰ ককায়েক অৰ্থবিজ্ঞানৰ শেষ বছৰত পঢ়ে। তেখেতে মোৰ লাইব্ৰেৰীৰ কাৰ্ড এখন

খুজি নিছিল; তেখেতৰ হেনো দুয়োখন কাৰ্ডতে কিতাপ লোৱা আছে আৰু অত্যন্ত জৰুৰী কিতাপ এখন লোৱাৰ বাবে মোৰ কাৰ্ডখন লাগে। বান্ধৱীৰ কথাষেক বুলি বিশ্বাসত মই কাৰ্ডখন দিলো। আজি ক্লাছৰ সময়ত তেখেত মোৰ ওচৰলৈ আহি কিতাপ এখন দি কলে যে কিতাপখন লাইব্ৰেৰীত ঘূৰাই দি মই মোৰ কাৰ্ডখন উলিয়াই লব লাগে। মই লৈ কিতাপখন ঘূৰাই দিয়াত বিচিত্ৰাবজনে কিতাপখন মেলি চাই কলে যে তাৰ ভিতৰৰ কেইটামান পৃষ্ঠা কাটি নিয়া হৈছে; গতিকে তেওঁ কিতাপখন ঘূৰাই লব নোৱাৰে; দামটো মই দিব লাগিব। কাটি নিয়া পৃষ্ঠা কেইটাৰ চিন দেখি মই তেওঁক বুজাব খুজিছিলোঁ যে সেইকাম মই কৰা নাই। কিন্তু বিচিত্ৰাবজনে নুশুনে; কাৰণ কাৰ্ডখন মোৰ। মই নতুনকৈ অহা ছোৱালী; আগতে এনেকুৱা ফান্দত পৰা নাই। কিতাপখনৰ দাম ১০০ টকাৰ ওচৰা ওচৰি। কিতাপখন মই ঘৰলৈ লৈ যাব নোৱাৰো কাৰণ দেউতাই মোৰ পঢ়ামেজৰ সকলো বস্তুৰ ওপৰত নজৰ দিয়ে। আনহাতে মোৰ বিষয় হ'ল সংস্কৃত। অৰ্থনীতিৰ কিতাপ মোৰ মেজত দেখিলে দেউতাই প্ৰশ্ন কৰিব; দামটোও মই দেউতাক খুজিব নোৱাৰোঁ। মোৰ পঢ়া বন্ধ কৰি দিব বুলি মোৰ ভয় হৈছে।"

"কিতাপখন আপোনাৰ লগত আছে নেকি?"

ছোৱালীজনীয়ে কিতাপখন বেগৰ ভিতৰৰপৰা উলিয়াই দেখুৱালে। ডাঙৰ কিতাপ। কিতাপখন হাতত লৈ ভাবিলো, সমাজৰ আন আন কাৰ্যালয়ৰ লগতে শিক্ষাবিভাগতো, আনকি ছাত্ৰসমাজতো দুৰ্নীতিয়ে শিপালে। কিন্তু এতিয়া ভাবি লাভ নাই। ছোৱালীজনীয়ে টকা ভৰিবই লাগিব। সেই ল'ৰাজনে কিতাপ ফলা কথাটো কেতিয়াও স্বীকাৰ নকৰিব। মই নিজে কিতাপখন লৈ পুনৰ লাইব্ৰেৰীলৈ গ'লোঁ। ৰবযুণ এৰিছিল। বিচিত্ৰাবজনক সকলো কথা বুজাই কলোঁ। ছোৱালীজনী মোৰ লগতে আছিল। কিন্তু বিচিত্ৰাবজনৰ লগত তৰ্ক কৰি ফল নহ'ল। খং উঠি মই মোৰ গৱেষণাৰ বাবে পোৱা বৃত্তিৰ

টকাৰপৰাই দামটো পৰিশোধ কৰি ছোৱালীজনীক কাৰ্ডখন উলিয়াই দিলো; আৰু কিতাপখন লাইব্ৰেৰীত বখাৰ বন্দোবস্ত কৰি দিলোঁ। নৈতিক অধঃপতনমুখী ছাত্ৰ কিছুমানৰ ওপৰত খং উঠি আছিল। ছোৱালীজনী মোৰ মুখলৈ ভেবা লাগি চাই আছিল। ইতিমধ্যে চাবে ছয় বাজিল। লাইব্ৰেৰীৰপৰা বাস্তালৈ ওলাই আহিলোঁ। ছোৱালীজনী মোৰ লগে লগে অহা দেখি মই তেওঁক কলোঁ: "আপুনি এতিয়া ঘৰলৈ যাওঁক।"

"আপোনাৰ দৰে মানুহ মই লগ পোৱা নাই। কৃতজ্ঞতা জনাবলৈ মই ভাষা বিচাৰি পোৱা নাই। মোৰ বৃত্তিৰ টকা পালে মই আপোনাৰ টকা পৰিশোধ কৰিম; এই টকা মই দেউতাক খুজিব নোৱাৰোঁ। অনুগ্ৰহ কৰি মোক আপোনাৰ ঠিকনাটো দিয়ক; নহলে আপোনাক ক'ত লগ পাব পাৰো কৈ দিয়ক; মোক বিশ্বাস কৰক; মই আপোনাৰ এই উপকাৰ কেতিয়াও নাপাহৰোঁ।"

"আপোনাক মই বাৰু বিশ্বাস কৰিছো। আপুনি বোধহয় চিটি বাছত যাব?"

"হয়, আজি বাছতে আহিছিলোঁ।"

আজি শব্দ শুনি আচৰিত হৈ মই প্ৰশ্ন কৰিলো: "সদায় বাছত নাহে নেকি?"

মোক আচৰিত হোৱা দেখি ছোৱালীজনী ক্ষন্তেক মোৰ চকুলৈ চাই ৰ'ল। তেওঁৰ বহল চকুৰ দৃষ্টিয়ে হঠাতে যেন মোক জোকাৰি গ'ল! মই তললৈ মূৰ কৰিলোঁ। তেওঁ কলে: "দেউতাৰ হস্পিতালৰ সময়ৰ লগত মোৰ ক্লাছৰ সময় মিলিলে মই দেউতাৰ গাড়ীত আহো। মাজে মাজে মই চিটিবাছত আহোঁ।"

ভাবিলো, ছোৱালীজনীৰ দেউতাক অৱস্থাবান মানুহ চাগে। আমি আহি বিশ্ববিদ্যালয়ৰ প্ৰধান তোৰণৰ ওচৰ পালোহি। ছোৱালীজনীয়ে মোক সুধিলে: "অনুগ্ৰহ কৰি আপোনাৰ ঠিকনাটো?"

কিন্তু মই কি পৰিচয় দিম? মাৰ কোৱাৰ্টাৰৰ ঠিকনা দিয়াৰ মন নগল। কিন্তু তেওঁ মোৰ ফালে চাই ৰৈ আছে। পুনৰ তেওঁৰ ধুনীয়া চকযুৰি আৰু ওঁঠৰ প্ৰতিফলন মোৰ ভিতৰত প্ৰবেশ কৰিলে। মই আনফালে মুখ ঘূৰাই কলোঁ: "মোৰ নাম ভাস্কৰ দত্ত। ঘৰ গুৱাহাটীতেই, শৰণীয়াত। ৪/৫ বছৰমান আগতেই মই এই বিশ্ববিদ্যালয়ৰপৰা ইংৰাজী বিভাগত স্নাতকোত্তৰ ডিগ্ৰী লৈ বৰ্তমান দিল্লীৰ জৱাহৰলাল নেহেৰু বিশ্ববিদ্যালয়ত গৱেষণা কৰি আছো।"

আশ্চৰ্য প্ৰকাশ কৰি ছোৱালীজনীয়ে কলে: "আপুনি—আপুনি তাৰমানে ইয়ালৈ এনেয়েহে আহিছিল? তেনেহলে মই···।"

"সাতদিনমানৰ বাবেহে ইয়ালৈ আহিছিলোঁ। এই লাইব্ৰেৰীত কিতাপ পঢ়িছোঁ।"

তেওঁ ব্যতিব্যস্ত হৈ কলে: "কিন্তু, এই সাতদিনৰ ভিতৰত যে মই বৃত্তিৰ টকা নাপাম!"

"টকাৰ কথা চিন্তা নকৰিব। আৰু আপুনি মোক এমাহ মান পিছত ইয়াতে লগ পাব। কাৰণ, মোৰ গৱেষণা সম্পূৰ্ণ হৈছে; এমাহৰ ভিতৰত বাকী কাম সম্পূৰ্ণ কৰি থেছিছ জমা দি মই আকৌ ঘূৰি আহিম।"

ছোৱালীজনীৰ চকু দুটা উজ্জ্বল হৈ উঠিল। এটা উশাহ লৈ ওঁঠ দুটাৰে মৃদু হাঁহি এটা মাৰি কলে: "আপোনাৰ লগত পৰিচয় হবলৈ পাই মই নিজকে ধন্য মানিছোঁ।"

বাছখন আহি ৰৈ আছিল। তেওঁ বাছত উঠিল। বাছৰ ভিতৰৰপৰা মোৰ চকুলৈ চাই হাঁহি হাঁহি হাত জোকাৰি বিদায় সম্ভাষণ জনালে। নেদেখা হোৱালৈকে তেওঁ মোৰ ফালে চাই চাই গ'ল। তেওঁৰ চকুৰ দৃষ্টিবোৰ কিন্তু মোৰ অন্তৰত ৰৈ গ'ল। মোৰ মনটো উকণ্ডা উকণ্ডা লাগিল। ছোৱালীজনীৰ অসহায়তাখিনি, নম্ৰতাখিনি আৰু মাৰ্জিত আচৰণখিনিয়ে মোক মুগ্ধ কৰিলে চাগে। ভাবিলোঁ, সহজ সৰল ছোৱালীকহে ল'ৰাই এইদৰে ঠগিব পাৰে। লগে লগে কিতাপ কটা

সেই ল'ৰাজনলৈ বিতৃষ্ণাত মন খঙাল হৈ উঠিল। তাক লগ পালে যেন টেঁটুত চেপি ধৰিম। কিন্তু মোৰ নিজকে বৰ বুৰ্বক যেন লাগিল। ছোৱালীজনীৰ নামটোকে মই সুধিবলৈ পাহৰিলোঁ। তেওঁক বা আকৌ কেতিয়া ক'ত লগ পাম। বাছ এখন আহি পালে। বাছৰ ভিতৰত বহি বহি ছোৱালীজনীৰ কথাকেই ভাবি আহিছো। নভূৱা নিচিন্তাকৈ কেনেকৈ যে পৰিচয় ঘটি গ'ল। কিন্তু পৰিচয় হৈওঁ যেন নহ'ল। মইও এক আচৰিত প্ৰাণী! চিনাকি হলোঁ, অথচ তেওঁৰ নামটো নাজানিলোঁ। যথাসময়ত বাছ আহি লতাশিল পালে। মোৰ তন্দ্ৰা ভাঙিল। বাছৰপৰা নামি ঘৰলৈ বুলি খোজ ললো।

ইয়াৰ পাছত গুৱাহাটীত থকা ৬/৭ দিনৰ ভিতৰত ছোৱালীজনীক মই ক'তো লগ পোৱা নাই। কিন্তু ছোৱালীজনীয়ে মোক জয় কৰি থৈ ক'ৰবাত হেৰাই যোৱা যেন লাগিল। জৱাহৰলাল বিশ্ববিদ্যালয়লৈ গুচি আহিলো। থেছিছ লিখা কাম শেষ হৈছিল। শেষবাৰৰ বাবে পঢ়িবলৈ আৰম্ভ কৰিলোঁ থেছিছখন। ভুলবোৰ শুধৰাই যাবলৈ ধৰিলোঁ; ক'পি কৰিবলৈ ধৰিলো। কিন্তু পঢোতে আৰু কপি কৰোতে মাজে মাজে থেছিছৰ পাতত সেই ছোৱালীজনীৰ মুখখন যেন দেখিবলৈ পাওঁ। সন্ত্ৰস্ত হৈ উঠো; মোৰ কি হৈছে বাৰু? ওলাই যাওঁ বাহিৰলৈ—আৰ্ কে্ পুৰম্, কন্নট প্লেচ, পালিকা বজাৰ ইত্যাদি ঘূৰি আহোঁ বাছত উঠি। পুনৰ ক'পি কৰিবলৈ আৰম্ভ কৰোঁ। এইদৰে কোনোৰকমে থেছিছ সম্পূৰ্ণ কৰিলোঁ। গাইডক দেখুৱাই শুদ্ধ টাইপ কৰাওঁতে টাইপিষ্টৰ ওচৰত বহি বহি দেখুৱাই দি থাকোতেও টাইপৰ বোতামৰ মাজৰ বগা চানলাইট কাগজখনৰ ওপৰত হঠাতে মই ছোৱালীজনীৰ ছবিটো যেন দেখিবলৈ পাওঁ। থেছিছ জমা দিয়াৰ পাছত মই আৰু দিল্লীত এখন্তেকো থাকিব নোৱাৰিলোঁ। গুৱাহাটীয়ে মোক চুম্বকৰ দৰে আকৰ্ষণ কৰিছে। দুদিন পাছতে গুৱাহাটী পালোঁহি। গুৱাহাটী বিশ্ববিদ্যালয় লাইব্ৰেৰীলৈ পুনৰ মোৰ অহাযোৱা চলিল। এইবাৰ কিন্তু পঢ়াটো মুখ্য উদ্দেশ্য নহয়।

তথাপি পঢ়া কোঠাত বহি পঢ়োঁ। অৱশ্যে বিডিং ৰুমত বহি বহি পঢ়া অভ্যাসটো মোৰ আগৰপৰাই আছে। এইদৰে ছমাহমান পাৰ হ'ল। অথচ ছোৱালীজনীৰ হাঁটোকে মই দেখিবলৈ নাপালোঁ। মনটো ভেনেই সেমেকি গ'ল। ভাবিলো, মই দিল্লীৰপৰা ঘূৰি অহা কথা তেওঁৰ নিশ্চয় মনত আছে। তেন্তে তেওঁ কিয় মোক লাইব্ৰেৰীত লগ নধৰে? হঠাতে মই চিন্তা কৰি উলিয়ালো যে মই যিদৰে তেওঁৰ বাবে ৰলিয়া হৈছো, তেওঁনো মোৰ বাবে কিয় বলিয়া হব? মই তেন্তে তেওঁৰে...? কিন্তু টকা ঘূৰাই দিয়াৰ বাবে হলেও তেওঁ যদি এবাৰ মোৰ ওচৰলৈ আহিলহেঁতেন। মনটোৱে মোক বাবে বাবে সকিয়াই দিলে যে মই তেওঁক লগ পাবই লাগিব।

ইতিমধ্যে স্নাতকোত্তৰ ডিগ্ৰী পোৱাৰ পাছতে মই ওচৰৰে এখন মহাবিদ্যালয়ত সোমাইছিলো আৰু সেই মহাবিদ্যালয়ৰপৰাই মই গৱেষণাৰ বাবে দিল্লীলৈ গৈছিলো। বৰ্ত্তমান সেই মহাবিদ্যালয়খনতে মই কাম কৰি আছো। মই বোধহয় অলপ বেছিধৰণে ভাবুক হৈ পৰিছিলো; কাৰণ, মোৰ মায়ে মোক প্ৰশ্ন কৰা মোৰ কাণত পৰিল: "ভাস্কৰ, তই বাৰু অনবৰতে কি কথা চিন্তা কৰি থাক? পঢ়িবলৈ বহিচোন সমুখৰ ফালে চাই ভাবি থাক? কি হৈছে তোৰ?"

মাৰ কথাত মোৰ সপোন ভাঙিল। মাক দেখুৱাই চিন্তা নকৰিবলৈ ঠিৰাং কৰিলো।

## দুই

এদিনাখন দিল্লীৰপৰা Viva Voceৰ বাবে আমন্ত্ৰণ আহিল। জৱাহৰলাল বিশ্ববিদ্যালয়লৈ পুনৰ গলো। Viva Voce পাৰ হৈ গ'ল; আৰু তাৰ পাছত এদিন ফলাফল ঘোষণাও হৈ গ'ল। মই ডক্টৰেট উপাধি পালো। মাৰ ওচৰলৈ ঘূৰি আহিলো। মা আৰু মানসীৰ আনন্দৰ সীমা নাইকিয়া হ'ল। বন্ধু-বান্ধৱক মাতি পাৰ্টিৰ আয়োজন কৰাৰ বাবে সিহঁতে মোক বাধ্য কৰালে।

সিহঁতক সন্তুষ্ট কৰিবলৈকে আয়োজন কৰিলো পাৰিব। কিন্তু অন্তৰত যেন মই কিবা এটাৰ অভাৱ অনুভৱ কৰিবলৈ ধৰিলো। এদিন মায়ে আহি মোক কলে: "ভাস্কৰ, গুৱাহাটী বিশ্ববিদ্যালয়ত আবেদন এখন কৰি নথয় কেলৈ?"

"কৰিম মা। কিন্তু তেওঁলোকে দৰকাৰ হলেহে মানুহ নিযুক্তি দিব।"

অৱশ্যে মাৰ কথাটোৱে শেষত ঠিক হ'লগৈ। এদিন ইংৰাজী বিভাগৰ মুৰব্বীজনক লগ ধৰোঁতে তেখেতে কলে যে মই তাতে আবেদন কৰিলে চাকৰিটো পাম। আবেদন কৰিলো; বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগত নিযুক্তি পালোঁ। তথাপি মই ফূৰ্তি নকৰা দেখি মানসীয়ে এবাৰ আহি মোক কলে: "ককাইদেউ, আপোনাৰ কি হৈছে? আপোনাৰ কৃতকাৰ্যতাত আপুনি আনন্দ কৰা নাই কিয়?"

মানসীৰ কথা শুনি মই পুনৰ ঠিৰাং কৰিলো যে মই আৰু ছোৱালী-জনীৰ কথা নাভাবোঁ।

মানসীহঁত এদিন আহিছিল আমাৰ ওচৰৰে এটি সৰু ঘৰলৈ। তেতিয়া মানসী আছিল সৰু। মই হাইস্কুলৰ দশম শ্ৰেণীৰ ছাত্ৰ। সিহঁতক লৈ আহিছিল প্ৰণৱ চলিহাই। প্ৰণৱ চলিহা গুৱাহাটীৰে এখন মহাবিদ্যালয়ৰ শিক্ষক। তেওঁ এজন ব্যক্তিত্বসম্পন্ন সাধু পুৰুষ। তেওঁ ধীৰ, স্থিৰ আৰু মৰমিয়াল প্ৰকৃতিৰ এজন প্ৰৌঢ়। আগেয়ে মানসীৰ মাক খুড়ীদেৱে চলিহাৰ সৰু সৰু ল'ৰাছোৱালী এহালক পঢ়ুৱাইছিল। প্ৰথমতে মানসীহঁত চলিহাদেৱৰ ঘৰতেই ঘৰভাড়া কৰি আছিল। চলিহাদেৱে যেতিয়া তেওঁলোকক আনি আমাৰ ওচৰৰ সৰু ঘৰটোত তেওঁলোকৰ থকাৰ বন্দোৱস্ত কৰি দিছিল, তেতিয়া খুড়ীদেৱে ওচৰৰে পৰিমল ডাক্তৰৰ ক্লিনিকত নাৰ্চৰ কাম কৰিছিল। আমাৰ একেবাৰে ওচৰতে থকা বাবে সিহঁত আমাৰ অতি আপোন হৈ পৰিছে। কিন্তু খুড়ীদেৱে মানসীক পঢ়ুৱাব পৰা নাছিল। খুড়ীদেউৰ সামান্য উপাৰ্জনেৰে

মানসীক স্কুললৈ পঠোৱা সম্ভৱ নহৈছিল। খুড়ীদেৱে নিজে ঘৰতে তাইক লিখা পঢ়া শিকাইছিল। সিহঁত ইয়ালৈ অহাৰ সময়ত মোৰ মায়ে মানসীক শিকাই দিছিল : "এইজন ভাস্কৰ, তোৰ ককাইদেউ হয়। তই তাৰ কথা শুনিবি দেই।" তাই মূৰ দুপিয়াইছিল। আৰু মোক ওচৰলৈ মাতি নি মাই কৈছিল : "এইজনী তোৰ ভনী। তই কৈছিলি নহয় যে তোৰ লগৰ লৰাইঁতৰ ভনীয়েক আছে; তোৰহে নাই। হো ল, তোক এজনী ভনী আনি দিলো। বা ছুয়ো উমলি থাকগৈ।"

ভনী এজনী পাই মইও আনন্দত উত্ৰাৱল হৈ প্ৰায়ে তাইৰ লগে লগে ঘূৰি ফুৰিছিলোঁ। তাইক মোৰ কিতাপবোৰ দেখুৱাইছিলোঁ; কিতাপ পঢ়ুৱাই দিছিলোঁ; ধুনীয়া ধুনীয়া ছবি থকা কিতাপ কিনি আনি তাইক ফটোবোৰ দেখুৱাইছিলোঁ। খোৱাৰ সময়ত প্ৰায়ে দৌৰি গৈ তাইক মাতি আনিছিলোঁ মোৰ লগত একেলগে বহি খাবলৈ বুলি। তাই ভাল পোৱা বস্তু পালে মই লৈ আহিছিলোঁ। সন্ধিয়া ঘৰত মই পঢ়িবলৈ বহাৰ লগে লগে তাই আহি মোৰ ওচৰত বহিছিল আৰু মই তাইক পঢ়াবোৰ শিকাই দিছিলোঁ। মই তাইক ইংৰাজীৰ বিষয়ে যি জানো তাকো শিকাই দিছিলোঁ। কাৰণ, মই ইংৰাজী পঢ়ি থাকিলে তাই ভেবা লাগি মোৰ মুখলৈ চাই আছিল। এইদৰে মানসীয়ে ক্ৰমে ইংৰাজীৰ শব্দবোৰ পঢ়িব আৰু লিখিব পৰা হৈছিল। তাই মোক "ককাইদেউ" বুলি মাতিলে মোৰ নিজকে বৰ ডাঙৰ ডাঙৰ যেন অনুমান হৈছিল। এদিনাখনৰ কথা। মই স্কুলৰপৰা ঘৰলৈ ঘূৰি আহি পদূলিমুখ পাওঁতে মানসী দৌৰি আহি মোক মাতিলে : "ককাইদেউ, ককাইদেউ।"

"কি হ'ল মানসী?"

"কি হ'ল জানে, কি হ'ল জানে? আজি মোক, আজি মোক...।"

মোৰ ভোক লাগি আছিল। তাইৰ বৈ বৈ কোৱা কথা শুনাৰ মোৰ ধৈৰ্য নহ'ল। ধমকনি এটা দি কলোঁ : "চাওঁ বাট এৰি দে। তোৰ 'জানে' 'জানে' শুনিবলৈ মই বৈ থাকিব নোৱাৰোঁ।"

মই গুচি যাবলৈ ওলোৱাত তাই চকু মোহাৰি কান্দিবলৈ ধৰিলে। মোৰ বেয়া লাগি গ'ল ; তাইক সুধিলো : "কি হৈছে নকয় কিয় মানসী ? ইমান লাহে লাহে কোনোবাই কথা কয় নেকি ?"

তাই কান্দি কান্দি কলে : "আজি বিনীতাহঁতে মোক জোকাইছিল। মই হেনো ভূতৰ দৰে থাকোঁ ; মোৰ দেউতা নাই ; মই স্কুললৈ নাযাওঁ ; মোৰ মা সক মানুহ। মই হেনো ঘৰৰ বাহিৰে আন ঠাই দেখা নাই।"

"ঠিক আছে ; তইও সিহঁতক কবি যে তোৰ ককায়েৰ আছে ; তই ইংৰাজী শব্দও শিকিছ। আৰু তোক মই বাহিৰৰ জগত দেখুৱাই আনিম। যা ফ্ৰকটো পিন্ধি ওলা। মই ভাত খাই লওঁ।"

"ক'লৈ যাম ?"

"ফুৰিবলৈ ; যা তৎক্ষণাৎ "

তাই দৌৰি ঘৰলৈ গৈছিল। মাইতক নোকোৱাকৈ তাইক মই গুৱাহাটী চহৰ দেখুৱাবলৈ নিছিলোঁ। আমাৰ ওচৰৰ পাহাৰটোৰ ওপৰলৈকে উঠি গৈ তাৰপৰা গুৱাহাটীৰ পকা পকা বিল্ডিংবোৰ তাইক দেখুৱাইছিলো। নামি আহি ওলাই গৈ মোৰ স্কুলখন, দ্বুৱনমান কলেজ, দীঘলী পুখুৰী, হাইকোৰ্ট, ব্ৰহ্মপুত্ৰ নদী ইত্যাদি দেখুৱাইছিলো। ঘূৰি ঘূৰি আমি মোৰ বন্ধু এজনৰ ঘৰ ওলাইছিলোঁগৈ। বন্ধুজনৰ ঘৰৰ ল'ৰা-ছোৱালীৰ লগত মানসীক কিছু সময় ধৰি উমলিবলৈ দিছিলোঁ। মানসীয়ে বৰ আনন্দ পাইছিল। কিন্তু ৰাতি হোৱা বাবে আমি অকলে আহিব নোৱৰা হৈছিলোঁ। তেতিয়া মোৰ বন্ধুজনৰ দেউতাকে আমাক ঘৰত থৈ গৈছিলহি। ঘৰলৈ আহি দেখিছিলো মা আৰু খুড়ীদেৱে মূৰে কপালে হাত দি কান্দি আছিল। মায়ে মোক মাৰিবলৈ খেদি আহিছিলে। তেতিয়া বন্ধুজনৰ দেউতাকে বাধা দি কৈছিল : "নামাৰিব, আপোনাৰ ডাঙৰ বৰ প্ৰতিশ্ৰুতি সম্পন্ন ল'ৰা হব।"

মানসীয়ে ইতিমধ্যে তাই ক'ত কি দেখিলে হাঁহি হাঁহি মাকৰ আগত কবলৈ আৰম্ভ কৰিছিল। আৰু বাতাত মই কিনি দিয়া সৰু সৰু ছবি

থকা কিতাপ ভুখন তাই মাকক দেখুৱাইছিল।

ইয়াৰ পাছতো মানসীক মই বহুত লিখা পঢ়া শিকাই দিলো। মোৰ মাৰ ওচৰত তাই তাঁত বোৱা শিক্ষাও লাভ কৰিলে। সিহঁত ইয়ালৈ আহিবৰ আজি ১০ বছৰমান হৈছে। মানসী বহুত ডাঙৰ হ'ল। সিহঁতৰ কোনো নাই বাবে মোৰ মায়ে সিহঁতক বৰ মৰম আদৰ কৰে। মোৰ মা এখন হাইস্কুলৰ এম. ই. শাখাত শিক্ষয়িত্ৰী কাম কৰে। মাৰ বাহিৰে মোৰো আৰু আন কোনো নাই। মোৰ বাবে মাৰ কষ্ট, ধৈৰ্য আৰু ত্যাগৰ মহিমা চাই মই নিজেও আচৰিত হৈ যাওঁ। কাৰণ দেউতাক মই দেখা নাপালোঁ। মোৰ কেঁচুৱা অৱস্থাতে হেনো দেউতা ঢুকাইছিল। গতিকে মোৰ মায়ে হৈছে মোৰ বাবে সকলপৰাই friend, philosopher আৰু guide. খুড়ীদেৱে কিন্তু তেওঁলোক ক'ৰ মানুহ, কেনেকৈ ইয়ালৈ আহিল এইবিষয়ে কেতিয়াও আমাৰ আগত কোৱা নাই। আৰু মায়েও কেতিয়াও একো কথা সোধা নাই। মা আৰু মই পাৰ্যমানে তেওঁলোকক সহায় কৰোঁ। তেওঁলোক প্ৰায় আমাৰ ঘৰৰে মানুহ হৈ পৰিছে। মই পঢ়ি থাকোঁতে মানসীক নিয়মিত স্কুলৰ পাঠ্য পঢ়ুৱাইছিলোঁ। মোৰ চেষ্টাতেই তাই ঘৰত বহি বহিয়েই সৰু সুৱা ইংৰাজীৰ সাধুকথাৰ কিতাপ পঢ়িব পৰা হৈছিল। তাই ইংৰাজী লিখিবও পৰা হৈছিল। তাইক স্কুলত পঢ়োৱাৰ মন আছিল যদিও মই নিজে আত্মনিৰ্ভৰশীল নোহোৱা বাবে মনে মনে আছিলোঁ। আনহাতে মোৰ পঢ়াৰ পৰিমাণ বেছি হোৱা বাবে মই তাইৰ ঘৰৰ শিক্ষাৰ প্ৰতিও পিছলৈ ভালদৰে মন দিব পৰা নাছিলো। তাৰ পাছত গবেষণাৰ পঞ্চম বছৰ কাল মই মাৰ প্ৰতিও ভালদৰে নজৰ ৰাখিব পৰা নাই। গতিকে মানসীৰ পঢ়া শুনাৰ কথা তল পৰিছিল।

বৰ্ত্তমান মই মনস্থ কৰিছো যে বিশ্ববিদ্যালয়ৰ চাকৰি পোৱাৰ লগে লগেই মই মানসীৰ পঢ়াৰ যত্ন লম। সময় উকলি গলেও তাই পঢ়িব পাৰিব। এই বিষয়ে তাইক এদিন সোধাত তাই কলে যে তাই এতিয়া

স্কুললৈ যাব নোৱাৰে ; স্কুলৰ লৰা-ছোৱালীতকৈ তাই বহুত ডাঙৰ হৈ গ'ল। কিন্তু তাই ঘৰতে পঢ়িব আৰু পৰীক্ষা দিব। ঠিক এই সময়তে মই বিশ্ববিদ্যালয়ৰ চাকৰিটো পালোঁ। মনটো বৰ ভাল লাগিল। নিজৰ কোনো ভাই বা ভনী নাথাকিলেও অন্ততঃ মানসীৰ প্ৰতি মই কৰ্তব্য পালন কৰিব পাৰিম। আকৌ ভাবিলো, ইমান দিনে ছোৱালীজনীক বিচৰা সকলো চেষ্টা মোৰ ব্যৰ্থ হৈ গৈছিল। এইবাৰ নিশ্চয় মই তেওঁক লগ পাম। বেলেগ ডিপাৰ্টমেণ্টৰ হলেও লগপোৱাৰ সুবিধা নিশ্চয় মিলিব বুলি মই নিশ্চিন্ত হলোঁ। আৰু এই কথা ভবাৰ লগে লগে মোৰ মনটো ফৰকাল লাগি গ'ল। ছোৱালীজনীৰ ধুনীয়া ধুনীয়া চকু দুটা আৰু সুগঢ়িত ওঁঠজুৰি মানস চকুত ভাঁহিবলৈ ধৰিলে। তেওঁৰ সিদিনাৰ চকুৰ চাৱনিখিনিয়ে যেন এতিয়াও মোৰ অন্তৰত ঢৌৰ সৃষ্টি কৰি আছে। মুঠৰ ওপৰত এই অচিনাকি ছোৱালীজনীয়ে মোক কোনোবা সপোন ৰাজ্যলৈ লৈ গৈ যেন তাতে এৰি থৈ নাইকিয়া হৈ গ'ল।

## তিনি

মোৰ অধ্যাপনাত যোগ দিয়াৰ দিন আহি পালে। প্ৰবল উৎসাহ আৰু নতুন নতুন আশা বুকুত বান্ধি সন্তোষ মনেৰে ঘৰৰপৰা ওলাইছোঁ। ওলোৱাৰ সময়ত মায়ে দুৱাৰমুখতে বৈ মোৰ মূৰটো আগুৱাই নি হাঁহি হাঁহি কপালতে এটা চুমা খালে। মই উলাহতে মাক সাৱটি ধৰিলোঁ। মানসী মাৰ পাছতে বৈ আছিল। মই মাক এৰি দিয়াৰ লগে লগেই তাই কিছুমান সৰু সৰু ফুল মোৰ মূৰত সিঁচি দি হাঁহি হাঁহি কবলৈ ধৰিলে : "ককাইদেউ, ফুলৰ সুগন্ধৰ দৰে আপোনাৰ যশস্যা বিয়পি পৰক।"

ময়ো হাঁহি মাৰি তাইৰ কান্ধত থপৰিয়াই দি ওলাই আহি পদূলি পাব হলোঁ। বেগাবেগিকৈ আহি চিটি বাছত উঠিলোঁ। দীঘলী পুখুৰীৰ দক্ষিণ মূৰে বাছৰপৰা নামিলোঁ। ভাবিলোঁ, পুখুৰীৰ পাৰে পাৰে, গছৰ তলে

তলে বতাহখিনি বৰ ভাল লাগিব। আহি আছোঁ। দূৰৈৰপৰা দেখিলোঁ বিশ্ববিদ্যালয়ৰ বাছ এখন আহি লতাশিলত ৰৈছে। আন এখন গাড়ীও ৰৈ আছে। ৰৈ থকা গাড়ীখনৰ ওচৰলৈ যাবলৈ মই আগুৱাই গৈ আছোঁ। এইমাত্ৰ আহি পোৱা গাড়ীখনৰপৰা বহুত ছাত্ৰ-ছাত্ৰী নমা দেখিবলৈ পালোঁ। এনেতে দেখো, এজনী ছোৱালী বৰ বেগাই মোৰ পিনে লৰি আহিব লাগিছে। ছোৱালীজনী আহি মোৰ ওচৰত ৰ'ল। তেওঁ কোঁপাইছে—ভাগৰ লাগিছে হব পায়। তেওঁ মোক মতা মোৰ কাণত পৰিল: "মিঃ দত্ত, মোক চিনি পোৱা নাই?"

মই থমকি ৰ'লো। অপ্ৰস্তুত হৈছিলোঁ। যদিও সহজ হবলৈ চেষ্টা কৰি ৰাস্তাৰ দাঁতিলৈ গলোঁ। তেওঁ হাঁহি হাঁহি মোৰ চকুলৈ চালে। মই তেওঁলৈ চাই উত্তৰ দিলোঁ: "চিনি পাইছোঁ। ইমান উধাতু খাই ক'লৈ যাবলৈ আহিছে? আৰু ইমান দিন আপুনি ক'ৰবালৈ গৈছিল নেকি?"

তেওঁ তৎক্ষণাৎ উত্তৰ দিলে: "নাই যোৱা। মই আপোনাক বহুত বিচাৰিছোঁ। বিচাৰি নাপাই ভাবিছিলো আপুনি কিজানি দিল্লীৰপৰা ঘূৰি নাহিলেই!"

"ইমান সোনকালে অসমক পাহৰি যোৱা বুলি ভাবিলে মোৰ প্ৰতি অন্যায় কৰা হব। দিল্লীৰপৰা ঘূৰি অহাৰ পাছত মোৰ জীৱনৰ বহুত পৰিৱৰ্তন হ'ল। তথাপি আপোনাক ক'তো এবাৰো লগ নাপালোঁ।"

"পৰিবৰ্তন?" তেওঁক অলপ চিন্তা কৰা যেন অনুমান হ'ল। তাৰ পাছত হঠাতে উৎফুল্লিতা হৈ তেওঁৰ ধুনীয়া চকুযুৰিৰে হাঁহি মোৰ মুখলৈ চাই কলে: "আপোনাৰ Glorious newsটো বাতৰি কাকতত পঢ়িছো। congratulation."

"ধন্যবাদ" বুলি এখোজ দিব খোজোঁতেই তেওঁ তপৰাই মাত লগালে: "ৰ'ব, অনুগ্ৰহ কৰি আপোনাৰ টকাখিনি গ্ৰহণ কৰক।" টকাৰ কথা মনত আছিল যদিও টকা লোৱাৰ ইচ্ছা নহ'ল।

"টকা? কিহৰ টকা?"

"কেনেই ? আপুনি পাহৰিলে ? সেই যে বৰবুণৰ সন্ধিয়া মোৰ লাইব্ৰেৰীৰ কিতাপ এখন আপুনি।"

"ৰাস্তাত মই টকা লব নোৱাৰোঁদেই। টকাখিনি আপোনাৰ বেগতে ভৰাই থওক।"

"কি কৈছে আপুনি ? টকা লব লাগিব। ইয়াৰ বাবে মই আপোনাক কিমান বিচাৰিছোঁ।"

"কেৱল টকা ঘূৰাই দিয়াৰ বাবেহে বিচাৰিছিল ? তেনেহলে মই টকা নলওঁ।"

মোৰ কথাখিনি অভিমানসূচক হৈছিল নে কি মই নাজানিলোঁ। কিন্তু ছোৱালীজনী দোধোৰ-মোধোৰ অৱস্থাত পৰিল। খন্তেক চিন্তা কৰি উঠি হাঁহিলে আৰু কলে: "লওঁক না টকাখিনি।"

"টকা পইছা মই একো লব নোৱাৰো। মই আপোনাক টকাৰ কাৰণে বিচৰা নাছিলো। আৰু টকাখিনি মই নললে আপুনি মোক টকা দিয়াৰ কাৰণে হলেও বিচাৰিব।"

তেওঁ মোৰ মুখলৈ আচৰিত হৈ চাই থাকিল। তেওঁৰ দুচকু ভাবপ্ৰৱন হৈ উঠিল। মই তেওঁৰ চকুৰ ফালে ৰ' লাগি চাই থকা দেখি তেওঁ তললৈ মূৰ কৰি কলে: "টকাৰ ঋণ নাথাকিলেও বিচাৰিব পাৰিম।"

তেওঁৰ বিনম্ৰ উত্তৰ শুনি হঠাতে তেওঁলৈ মোৰ মৰম লাগি গ'ল। মই সামান্য হাঁহি কলো: "টকাখিনি বেগতে ভৰাই থোৱা। দৰকাৰত খৰচ কৰিব পাৰিবা।"

অকস্মাত 'তুমি' সম্বোধন মুখেৰে ওলোৱাত থত্ মত খাই মই কলোঁ: "ক্ষমা কৰিব। ভাষাটো ভুল হৈ গ'ল।"

মই আৰু এখোজ আগবঢ়ালো। তেওঁ হঠাতে মোৰ সমুখত থিয় হৈ কলে: "নাই, নাই। আপোনাৰ ভাষা ভুল হোৱা নাই। 'তুমি' বুলি কলে মই বেয়া নাপাওঁ। আপোনাৰ দৰে মানুহ এজন...।"

পুনৰ তেওঁক বাধা দি মই কলো: "মই গুৱাহাটী বিশ্ববিদ্যালয়ৰ

ইংৰাজী বিভাগত অধ্যাপনাৰ পদ পাইছো। আজিৰপৰা মোৰ কাম আৰম্ভ হোৱাৰ কথা। তালৈকে যাবলৈ আহিছো।"

হঠাত তেওঁৰ চকুমুখ উজ্জ্বল হৈ উঠিল। মুখেৰে উচ্চাৰণ কৰিলে: "আপুনি? ইমান ভাল খবৰ? আকৌ congratulation দিলোঁ।"

"ধন্যবাদ" বুলি কৈ দৌৰি গৈ মই বাছত উঠিলো। তেওঁও দৌৰি আহি বাছৰ খিৰিকিৰ ওচৰত থিয় হৈ মোক সুধিলে: "আপুনি আজিকালি কোন সময়ত লাইব্ৰেৰীলৈ যায়?"

"আবেলি দুই বজাৰপৰা আঢ়ৈ বজাৰ ভিতৰত।"

তেওঁৰ হাঁহি থকা চকুযুৰিলৈ মই চোৱাত 'ধন্যবাদ' বুলি কৈ তেওঁ আঁতৰি গ'ল।

মনটো মোৰ বৰ ভাল লাগি আছে। ডিগ্ৰী, চাকৰি, বন্ধু-বান্ধৱ, মা-ভনী সকলোখিনিয়েই মোৰ আছে। তদুপৰি এই ছোৱালীজনীৰ দৃষ্টি আকৰ্ষণ কৰিব পৰাটো যেন মোৰ বাবে এক সাৰ্থকতা। কিন্তু, তেওঁৰ নামটো এইবাৰো সোধা নহ'ল। ভাবিলোঁ, পিছৰ বাৰ লগ পালে নামটো নিশ্চয় সুধিম। এদিন লাইব্ৰেৰীৰ চেল্ফত কিতাপ বিচাৰি আছো। চেল্ফৰ মাজত ছোৱালীৰ কথা-বতৰা শুনি মূৰ তুলি চাই দেখো মই কিতাপ বিচাৰি থকা চেল্ফবোৰৰ কাষেদি দুজনী ছোৱালী পাৰ হৈ গৈছে। লৰালৰিকৈ কিতাপ এখন ইচু কৰাই লাইব্ৰেৰীৰ দুৱাৰমুখলৈকে ওলাই আহিলোঁ। দেখিলোঁ এজনী ছোৱালী বিজ্ঞান শাখাৰ বিল্ডিংটোৰ ফালে সোমাই গ'ল আৰু এজনী ছোৱালী বাছৰোৱা ঠাইৰ পিনে মোৰ ফালে পিঠি দি গৈ আছে। চিনি পাই পিছপিনৰপৰাই মাতিলো: "বাছ অহাৰ সময় হোৱা নাই মিচ্...।" তেওঁ ঘূৰি চাই দেখি হাঁহি মাৰি বৈ গ'ল। মই ওচৰ চাপি গৈ কলো: "নামটো নজনা বাবে ভালদৰে মাতিব নোৱাৰিলোঁ।"

"আপুনি মোক এদিনো নাম সোধা নাই।"

"সুসুধিলে কব নাপায় যদি নকবা।"

"কেনেকৈ নকম বাক? কবলৈ সুবিধা পোৱা নাছিলো। মোৰ নাম ৰূপালী বৰুৱা।"

"ৰূ-পা-লী! ধুনীয়া নাম!"

ইয়াৰ পাছত প্ৰায়ে মই ৰূপালীক লাইব্ৰেৰীত লগ পাওঁ। তেওঁ মোৰ ভাল সংগী হৈ পৰিল। লাইব্ৰেৰীত ডাঙৰকৈ কথা কব নোৱৰা বাবে তেওঁ প্ৰায়ে মোৰ ওচৰত বহি ফুচ্‌ফুচাই কথা কয়। কেতিয়াবা ডাঙৰকৈ হাঁহি ওলাব খুজিলে পঢ়া মেজৰ ওপৰত মূৰটো পেলাই দি মোৰ চকুলৈ চাই মুখ টিপি হাঁহে। তেওঁৰপৰা জানিব পাৰিলোঁ যে তেওঁৰ দেউতাক প্ৰশান্ত বৰুৱা গুৱাহাটীৰ চিভিল হস্পিতালত এজন চিনিয়ৰ ডাক্তৰ। মাক-দেউতাকৰ তেওঁ একমাত্ৰ সন্তান, বাংঢালী আৰু আলসুৱা। মোক তেওঁলোকৰ ঘৰলৈ যাবলৈ বহুদিন মাতিছে; সিহঁতৰ ঘৰলৈ নিবলৈ সদায় চেষ্টা কৰি আছে আৰু মই তেওঁৰ চেষ্টাত এদিনো সঁহাৰি নিদিয়া দেখি খং আৰু অভিমানত নমতাও হৈছে মাজে মাজে। তথাপি মই তেওঁলোকৰ ঘৰলৈ যোৱা নাই।

ইতিমধ্যে কিছুদিন ধৰি মই কেইটামান প্ৰবন্ধ লিখাত বৰ ব্যস্ত হৈ পৰিছিলো। এখন অসমীয়া আলোচনীত বস্তুবাদ আৰু আধ্যাত্মবাদ সম্পৰ্কত এলানি প্ৰবন্ধ লিখিবলগীয়া হোৱাত লাইব্ৰেৰীলৈ যোৱা কাম বন্ধ কৰি লিখনিবোৰ শেষ কৰিবলৈ মনস্থ কৰিলো। তাৰোপৰি ইংৰাজী বাতৰি কাকত এখনৰ বাবে এবাৰ দুটামান সমালোচনামূলক লিখনি পঠিওৱাৰ পাছত সমালোচনামূলক সাপ্তাহিক কাকতৰ সম্পাদকে তেওঁৰ কাকতখনৰ বাবেও তেনেধৰণৰ প্ৰবন্ধ খুজি পঠিয়াইছিল। স্কুলত পঢ়ি থকা সময়ৰপৰাই মোৰ লিখাৰ চখ আছিল যদিও ডক্টৰেট পোৱাৰ পিছলৈ বাতৰি কাকত বা আলোচনীত সময় সাপেক্ষে লিখাৰ বাহিৰে মই কিতাপ লিখাৰ কথা ভবা নাছিলো। কিন্তু আজিকালি প্ৰাচ্য আৰু পাশ্চাত্য দৰ্শনৰ অধ্যয়ন কৰি মানৱ আৰু প্ৰকৃতিৰ সম্বন্ধীয় বিষয়বস্তুৰ ওপৰত ভিত্তি কৰি এখন কিতাপ লিখিবলৈ হেঁপাহ জাগি আছে। আত্মিক অথবা

পাৰমাৰ্থিক দিশ আৰু সহজাত প্ৰবৃত্তি—এই দুই বিপৰীত গুণে কিদৰে মানুহৰ চাৰিত্ৰিক দিশত প্ৰভাৱ বিস্তাৰ কৰে অথবা এই দুই শক্তিৰ ওপৰত প্ৰাচ্য-পাশ্চাত্যৰ দাৰ্শনিক মতবাদৰ স্বৰূপ সম্বন্ধে লিখনি লিখি কিতাপ আকাৰে প্ৰকাশ কৰিবলৈ বহুদিনৰপৰা মন মেলিছিলো। আৰু কিছু-পৰিমাণে এই লিখনিত অগ্ৰসৰ হৈছিলো। এইবোৰ ব্যস্ততাৰ মাজত পৰি কেবাদিনো ধৰি মই লাইব্ৰেৰীলৈ যোৱা নাই। ৰূপালীৰ কথাও সাময়িকভাৱে পাহঁৰি আছিলোঁ।

আলোচনী আৰু বাতৰি কাকতলৈ পঠিয়াবলগীয়া লিখাবোৰ শেষ কৰি উঠি এদিন লাইব্ৰেৰীৰ ফালে খোজ দিলো। দূৰৰপৰাই লাইব্ৰেৰীৰ নঙলাৰ ওচৰত ৰূপালীক থিয় হৈ থকা দেখিলোঁ। কিন্তু মোক দেখা মাত্ৰকে তেওঁ মোৰ ফালে পিঠি দিলে ।

মই ওচৰলৈ গৈ সুধিলো: "ৰূপালী, কি হ'ল ?"

মোৰ ফালে এবাৰ চাই ৰাস্তা পাৰ হৈ গৈ সিফালৰ গছৰ তলে তলে যোৱা ফুটপাথত তেওঁ থিয় হ'ল। কৌতুক পাই মই তেওঁৰ ওচৰলৈ গৈ সুধিলোঁ: "ৰূপালী, কি হৈছে তোমাৰ ?"

"লাইব্ৰেৰীলৈ যে অহা নাই আপুনি মোক বেয়া পাইছে ?"

"নাই পোৱা। মোৰ গাটো ভাল নাছিল।"

"কি হৈছিল ?"

"তেনেকৈ একো হোৱা নাছিল; মনটো ভাল নাছিল। তুমি বাৰু ক'লৈ যাবা ?"

তেওঁ মিচিক্‌কৈ হাঁহি মাৰি কলে: "মনটো ? বাৰু আহক, আমাৰ ঘৰলৈ যাওঁ।"

মই নামাতিলো। তেওঁৰ হাঁহি থকা চকুযুৰিলৈ চালোঁ। তেওঁ পুনৰ কলে: "আহক না। আপোনাৰ ক্লাছ নাই নহয় এতিয়া ?"

"ক্লাছ শেষ হ'ল। কিন্তু আজি নালাগে; আন এদিন যাম।"

ৰূপালীয়ে জিদ ধৰিলে: "আজিয়েই যাব লাগিব। আপুনি সদায়

এনেকুৱা কৰে। সদায় মই মা-দেউতাৰ আগত আপোনাৰ কথা কওঁ; সদায় দেউতাই আপোনাক লৈ যাবলৈ কয়।"

"তোমাৰ মা-দেউতাৰ আগত মোৰ কি কথা কৈছা?"

"আপোনাক যিমানখিনি জানো সিমানখিনি কৈছো।"

"কিন্তু তুমি বাহুত উঠি গুচি যাবলৈ আহিছিলা; নহয় জানো?"

"মই আপোনাক বিচাৰিছিলোঁ। ডিপাৰ্টমেণ্টলৈ যাবলৈ মোৰ ভয় লাগে।"

"সেইবাবে হবলা মইহে বিচাৰি লগ ধৰিব লাগে। ঠিক আছে; আজিৰপৰা মইও লগ নধৰোঁ।"

"আপোনাৰ চেম্বাৰলৈ মই গলে আপুনি ভাল পাব?"

"যাব পাৰা, যদি মন কৰা।"

"তেন্তে যাম; কিন্তু তাত মই বেছি সময় বৈ থাকিব নোৱাৰো। আপুনি মোৰ লগত ওলাই আহিবনে?"

"ক্লাছ নাথাকিলে আৰু কাম নাথাকিলে আহিব পাৰো।"

"হব বাৰু। এতিয়া আহক আমাৰ ঘৰলৈ।"

"তুমি দেখিছো চতুৰ হৈছা।"

"নহয়, কাইলৈৰপৰা দেউতা কিছুদিনৰ বাবে ঘৰত নাথাকিব। সেয়েহে।"

"হব দিয়া; তোমাৰ দেউতাৰাক পিছত লগ ধৰিলেও হব।"

আচলতে ছোৱালী মানুহৰ দেউতাক-মাকৰ লগত চিনাকি হোৱা কথা মই ভাবিব নোৱাৰোঁ। ৰূপালীৰ লগত তেওঁলোকৰ ঘৰলৈ যাবলৈ মন থাকিলেও লাজ লাগিছিল। কিন্তু ৰূপালীয়ে মোৰ ওচৰৰপৰা অলপ আঁতৰি গৈ, মোৰ ফালে চাই চাই অপেক্ষা কৰি আছে। তেওঁৰ চকুৰ চাৱনিয়োৰে মোৰ অন্তৰত ঢৌৰ সৃষ্টি কৰিলে। হঠাতে মই ৰাস্তা পাৰ হৈ আহি লাইব্ৰেৰীৰপৰা নঙলাখনৰ ওচৰত থিয় দি তেওঁলৈ ঘূৰি চালো।

দেখিলো তেওঁৰ মুখমণ্ডলত বিষাদৰ চিন। হঠাতে তেওঁ তললৈ মূৰ

কৰি মোৰ ফালে পিঠি দিলে। তেওঁৰ মুখৰ বিষাদখিনি দেখি মই পুনৰ তেওঁৰ ওচৰলৈ গলোঁ। আৰু মাতিলো : "ৰূপালী।"

তেওঁ মুৰ তুলি চালে। তেওঁৰ ধুনীয়া চকু দুটা বৰ আবেগপ্ৰৱণ হৈছে। মোৰ চকুৰ দৃষ্টি তেওঁৰ চকুত ক্ষন্তেক থৈ মই কলোঁ : "আহা যাওঁ।"

বৰ সহজ সৰলভাৱে আৰু বন্ধুত্বপূৰ্ণ আবেগেৰে ৰূপালীৰ মাক-দেউতাকে মোক আদৰি ললে। মোৰ লগত বহুত কথা পাতিলে। কথা প্ৰসংগত ৰূপালীৰ বিয়াৰ কথাও চিন্তা কৰি আছে বুলি কলে ; মাথোন স্নাতকোত্তৰ ডিগ্ৰীটো লোৱাৰ বাবে বাট চাই আছে হেনো। ৰূপালী ওলাই গলে ঘৰখন একেবাৰে উদং হৈ যাব বুলি দুখ প্ৰকাশো কৰিলে। তেওঁলোকৰ কথাত মই হয়ভৰ দিলোঁ। ৰূপালীৰ দেউতাকে মোৰ মা-দেউতাৰ কথা সোধাত মোৰ দেউতা নোহোৱা বুলি শুনি আৰু মোৰ বিধৱা মায়ে শিক্ষয়িত্ৰীৰ কাম কৰি কৰি মোৰ সকলো দায়িত্ব বহন কৰি আহিছে বুলি শুনি দুখ প্ৰকাশ কৰি কলে : "আজিৰ যুগতো মানুহ মনৰ উন্নতি হোৱা নাই। অশিক্ষিতা যুৱতী বিধৱাক আজিও মানুহে ভাল চকুৰে নাচায়। আৰু তেওঁলোকৰ উদ্ধাৰৰ পথো নাই। তোমাৰ মা কিছু শিক্ষিতা আছিল বাবে হয়তো ৰক্ষা পৰিল। তথাপি তোমাৰ মা অতিশয় ধৈৰ্যশীলা আৰু সাহসী বোধহয়। তেওঁ নিশ্চয় পতিগৃহত স্থান হেৰুৱাই তোমাক ইমান ডাঙৰ কৰাৰ বাবে প্ৰতিজ্ঞা কৰিছিল। নহলে সাধাৰণ মহিলাৰ বাবে এই কাম সম্ভৱ নহ'লহেঁতেন। তেখেত সঁচাকৈ শ্ৰদ্ধাৰ পাত্ৰী।"

ৰূপালীহঁতৰ ঘৰখন ডাঙৰ আৰু সুন্দৰ। ঘৰৰ পশ্চিম ফালে গাতে লগা এখন ফুলনি বাগিচাও আছে। সমুখৰ বহল বাৰাণ্ডাখনৰ প্ৰতিটো খুটাত হৰিণৰ শিংবোৰ ধুনীয়াকৈ ৰং লগাই সজাই ৰখা হৈছে। বাৰাণ্ডাৰ সমুখত বহল ঘাঁহনি এডৰা মিহিকৈ কাটি ধুনীয়া কৰি ৰাখিছে। প্ৰধান দুৱাৰমুখৰ ওপৰেদি ৰূপালীৰ ককাদেউতাকৰ এখন ফটো আঁৰি থোৱা আছে। তেখেত হেনো বৃটিছৰ দিনৰে Indian Natianal

Congressৰ এজন সভ্য আছিল। তেখেত সেই সময়ৰ এজন প্ৰখ্যাত চিকাৰীও আছিল। ৰূপালীহঁতৰ বহা কোঠাটো বৰ ডাঙৰ। ইয়াত গান্ধী আৰু নেহেৰুৰ দুখন প্ৰায় পাঁচ ফুটমান ওখ ফটো বেৰত লগাই ৰখাৰ উপৰিও এলবাৰ্ট আইনষ্টাইন আৰু আব্ৰাহাম লিংকনৰ দুখন ডাঙৰ ফটোও সজাই থোৱা আছে। ৰূপালীৰ খুড়াক এজন আছে; তেখেত Assam Riflesৰ এজন ডাঙৰ অফিচাৰ। খুড়াকে তেখেতৰ ভাগৰ মাটি সম্পত্তিখিনি বিক্ৰী কৰি ছিলঙতে নিগাজিকৈ ঘৰ-দুৱাৰ সাজি থাকিবলৈ লৈছে। ৰূপালীহঁত বছৰবছৰ ধৰি ঘৰৰ বাহিৰত কটাবলগীয়া হোৱাত বুঢ়ী আইতাকজনী এই প্ৰকাণ্ড ঘৰটোত অকলে থাকিব নোৱাৰে বাবে ছিলঙত ৰূপালীৰ খুড়াকৰ লগতেই আছিল; এতিয়াও তাতেই থাকে; মাথো মাজে মাজে ইয়ালৈ আহে। ইমান বছৰে ৰূপালীহঁতৰ ঘৰখন মোমায়েক এজনে চোৱা-চিতা কৰিছিল আৰু মোমায়েকৰ লগত ৰূপালী-হঁতৰ বিশ্বাসী লগুৱা বঘু আছিল। বৰ্তমান ৰূপালীহঁত নিজৰ ঘৰতেই নিগাজিকৈ থাকিবলৈ লৈছে আৰু মোমায়েকজন নিজৰ ঘৰলৈ গ'ল।

ৰূপালীহঁতৰ ঘৰলৈ মই বহুদিন গৈছোঁ। সিহঁতৰ ঘৰখন মোৰ অতি আপোন হৈ পৰিছে। লাহে লাহে মই ৰূপালীৰ মাক-দেউতাকৰ ইমান বিশ্বাসী হৈ পৰিলোঁ যে ৰূপালীক মোৰ তত্বাৱধানত নিঃসংকোচে তেওঁ-লোকে য'লৈকে ত'লৈকে পঠিয়াব পৰা হ'ল। মোৰ লগত ৰূপালীৰ অবাধ চলন-ফুৰণ হবলৈ ধৰিলে। লাহে লাহে মই অনুভৱ কৰিবলৈ ধৰিলো যে মোৰ চিন্তাজগতত অবিহণা যোগাবলৈ হলেও ৰূপালীৰ প্ৰেম মই বিচাৰো। মোৰ লিখনিৰ ব্যস্ততাৰ মাজে মাজে ৰূপালীৰ উপস্থিতি যেন মোৰ বাবে অপৰিহাৰ্য হৈ পৰে। ৰূপালীৰ প্ৰেম মোৰ লিখাৰ প্ৰেৰণা হৈ পৰে। ৰূপালীহঁতৰ ঘৰলৈ গলে কেতিয়াবা আবেলি সিহঁতৰ ফুলনিৰ মাজত বহি বিজ্ঞান আৰু প্ৰকৃতি, প্ৰকৃতি আৰু কলাৰ ওতপ্ৰোত সম্পৰ্কৰ কথা ৰূপালীক কওঁ। কিন্তু তেওঁ মোৰ কথা শুনি থকাৰ মাজতে কেতিয়াবা গুণ গুণাই গান গাই ফুলৰ মাজে মাজে চাপলি মেলে।

তেওঁক সমুখত ৰাখি কেতিয়াবা আকৌ মই সপোন ৰচনা কৰো। কিন্তু সপোনৰাজ্যত বেছি সময় বৈ থাকিব নোৱাৰো; তেওঁক ওচৰত ৰাখি নিৰস বাস্তৱক সপোনৰ দৰে সুন্দৰ কৰি গঢ়ি তুলিবলৈ মন যায়।

এদিনাখন ৰূপালীৰ দেউতাক প্ৰশান্ত বৰুৱাই মোক কলে যে ৰূপালীয়ে লাইব্ৰেৰীৰপৰা অনা কিছুমান সংস্কৃত পাঠ্যক্ৰমৰ ইংৰাজী ভাঙনি বুজি পোৱা নাই। মই সেইবোৰ বুজাই দিব লাগে। কিছুদিন ধৰি আবেলি সময়ত ৰূপালীৰ পঢ়াকোঠাত বহি তেওঁক মই বুজাই দি গলো—বাল গংগাধৰ তিলকৰ গীতাৰ ভাঙনি আৰু আন দুই এখন কিতাপৰ ইংৰাজী ভাঙনি। পঢ়ামেজত বহি থাকোঁতে কেতিয়াবা সন্ধিয়া সাত বাজি পাৰ হৈ যায় আৰু বিশ্ববিদ্যালয়ৰ সেৱাৰ শেষৰ বাছখন পোৱাকৈ প্ৰশান্ত বৰুৱাৰ ড্ৰাইভাৰটোৱে মোক বিশ্ববিদ্যালয় চৌহদত থৈ যাবলগীয়া হয়।

ৰূপালীৰ বুজিবলগীয়া কথাখিনি শেষ হোৱাৰ পাছত এদিন মই তিলকৰ গীতাৰ ভাঙনিখন চকুফুৰাই চাই থাকোঁতে তেওঁ সুধিলে: "ভাস্কৰ দা, সদায় কিতাপ পঢ়ি পঢ়ি আপোনাৰ আমনি নালাগেনে?"

মই বেঁকাকৈ চাই হাঁহি মাৰি উত্তৰ দিলো: "কিতাপ পঢ়ে মানুহে boredom নাশ কৰিবলৈ।"

তেওঁ মেজৰ ওপৰত মূৰ পেলাই লৈ মোৰ চকুলৈ চাই প্ৰশ্ন কৰিলে: "আপুনি কেতিয়াও কোনো কামত বিৰক্তি নাপায়?"

কিতাপৰ ওপৰত চকু ৰাখি উত্তৰ দিলো: "পাওঁ; এলেহুৱা হৈ থাকিবলগীয়া হলে, নাইবা অকলশৰে চিন্তা কৰি থকা সময়ত কোনোবাই ওচৰলৈ আহি অপ্ৰাসংগিক কথা বলকি থাকিলে বিৰক্তি পাওঁ।"

মোৰ হাত এখন স্পৰ্শ কৰি পুনৰ সুধিলে: "মই আপোনাৰ ওচৰত বহি থাকিলে?"

তেওঁৰ ফালে কেৰাহীকৈ চাই মই ওঁঠচেপি হাঁহিলো আৰু পুনৰ কিতাপত মনযোগ দিলো। তেওঁ মোৰ হাতখন কিতাপৰপৰা আঁতৰাই নি মোৰ চকুলৈ চাই পুনৰ প্ৰশ্ন কৰিলে: "মোৰ ওচৰত বহি থাকিলে আমনি পায়নে?"

"পাওঁ; বৰ আমনি পাওঁ। তুমি বৰ আজে-বাজে কথা কৈ থাকা"
কৌতুক কৰাৰ মনেৰে মই কলো।

তৎক্ষণাৎ গহীন হৈ ৰূপালী মোৰ ওচৰৰপৰা আঁতৰি থিয় হ'ল। মই চকুৰ কোণেৰে তেওঁলৈ এবাৰ লক্ষ্য কৰি হাতৰ ঘড়ীটোলৈ চাই থিয় হলো।

"ৰূপালী, মই ইয়াত আৰু এখন্তেকো থাকিব নোৱাৰো। মোৰ এটা নিমন্ত্ৰণ ৰক্ষা কৰিবলগীয়া আছে।"

ৰূপালীয়ে গহীনাই কলে: "আপোনাৰ ডাঙৰ ডাঙৰ উচ্চশিক্ষিত বন্ধুৰ নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ মোক সোধাৰ কিবা দৰকাৰ আছে জানো?"

আকৌ ঠাট্টা কৰিবৰ মন গ'ল মোৰ। মই তেওঁৰ অলপ ওচৰ চাপি তেওঁৰ চকুলৈ কৌতুকেৰে চালো।

"বন্ধু নহয়; ছোৱালী এজনীৰ ঘৰত নিমন্ত্ৰণ আছে। আমাৰ ডিপাৰ্টমেণ্টতে পঢ়ে; বৰ চোকা ছোৱালী! দেউতাকে বৰকৈ ধৰিছে, তাইৰ পঢ়াশুনাত মই বোলে অলপ চকু দিব লাগে।"

দেখিলো ৰূপালী উচপ খাই উঠিছে আৰু দুখোজ পিছুৱাই গৈ খিৰিকিৰ ফালে চাই আছে। মোৰ ফালে নোচোৱাকৈয়ে তেওঁ সুধিলে: "মহানগৰীৰে ছোৱালী, নহয় জানো?"

"এৰা, আমাৰ ঘৰৰপৰা ডেৰ কিলোমিটাৰ আঁতৰত তেওঁলোকৰ ঘৰ। ছোৱালীজনী মাজে মাজে আমাৰ ঘৰলৈ আহি থাকে।"

মই কৌতুক কৰিলো যদিও কথাখিনি সঁচা। কথাখিনি কৈ মই আঁতৰি গৈ দুৱাৰমুখ পালো। এবাৰ ঘূৰি চাই দেখো যে ৰূপালীয়ে থৰ হৈ থিয় হৈ আছে। নমতাকৈ মই গুচি আহিলো।

প্ৰায় দহ দিনমান ধৰি মই ৰূপালীহঁতৰ ঘৰলৈ যোৱা নাই। মই লিখিবলৈ আৰম্ভ কৰা কিতাপখনৰ বাবে তথ্য সংগ্ৰহ কৰিবলৈ কেইবাটাও লাইব্ৰেৰী আৰু বন্ধু-বান্ধৱৰ ঘৰলৈ যাবলগীয়া হৈ আছে। এনেতে এদিন মোৰ ডিপাৰ্টমেণ্টলৈ আহি ৰূপালীহঁতৰ ড্ৰাইভাৰটোৱে সৰু চিঠি এখন মোক দিলে। চিঠি খুলি পঢ়ি চালো—ডাঃ প্ৰশান্ত বৰুৱাই লিখিছে

যে ৰূপালীৰ গা অসুখ ; তিনি চাৰিদিন ধৰি বিছনাত পৰি আছে, মই এবাৰ যাব লাগে। হঠাৎ অসুখ। আচৰিত লাগিল। গলো ৰূপালীহঁতৰ ঘৰলৈ। গৈ পোৱাৰ লগে লগেই ডাঃ বৰুৱাই কলে যে মই সিদিনা গুচি অহাৰ পাছৰপৰা তাই একেবাৰে নিশ্চুপ হৈ বহি থাকিবলৈ লৈছে।

তাৰপাছত খোৱা-লোৱাত মন নিদিয়া হ'ল আৰু হাঁহি হাঁহি নাচি ফুৰা ছোৱালীজনীয়ে হাঁহিবলৈ এৰিলে আৰু অসুখত পৰিল। এতিয়াও ৰূপালীৰ মাকে তেওঁক আপেল আৰু আংগুৰ খুৱাবলৈ যত্ন কৰি আছে ; কিন্তু তেও খোৱা নাই।

মনে মনে স্ফূৰ্তি পাই মই ৰূপালীৰ কোঠালৈ গলো। সোমোৱাৰ লগে লগে ৰূপালীৰ মাক মোৰ ওচৰলৈ আহি কলে : "ভাস্কৰ, তুমি যদি পাৰা তাইক খুৱাই দিয়া। বোপা, চোৱাচোন তাই কিমান খীণাই গৈছে।"

ৰূপালীৰ মাক ওলাই গ'ল। মই গৈ ৰূপালীৰ ওচৰত থকা চকীখনত বহিলো আৰু বেৰৰ ফালে মুখ কৰি থকা ৰূপালীৰ হাত এখনত ধৰি মাতিলো : "ৰূপালী।"

তেওঁ ঘূৰি নাচালে। হাতখন একৰাই নি গাৰুত মুখ গুজি ফেঁকুৰিবলৈ ধৰিলে। অলপ শব্দ কৰি হাঁহি মই তেওঁৰ ওচৰতে বিছনাত বহি মোৰ ফালে ঘূৰাই লৈ তেওঁৰ হাত দুখন মুঠি মাৰি ধৰি কলো : "মৰিব খুজিছা নেকি ? ইচ, ইমান ধুনীয়া চেহেৰা কি হৈ গ'ল।"

এইবাৰ ফেঁকুৰি ফেঁকুৰি তেওঁ কলে : "ইয়াত বহি থাকিলে আপুনি আমনি পাব। ইংৰাজী সাহিত্যৰ সেই ছোৱালীজনীৰ দৰে মই কথা কব নাজানো। মই conventত পঢ়া নাই।

মই ডাঙৰকৈ হাঁহি দিলো। তাৰপাছত ৰূপালীৰ হাত দুখন টানি আনি ওঁঠত লগাই লৈ আৰু প্লেটৰপৰা আপেল এডোখৰ লৈ তেওঁৰ মুখত লগাই দি কলো : "খোৱা। তেওঁ মুখখন ঘূৰাব খুজিলে ; মই জোৰকৈ তেওঁৰ মুখখন ধৰি আপেলডোখৰ মুখত ভৰাই দিলোঁ।

"তোমাৰ অসুখৰ খবৰ শুনি মই লৰি আহিছো। তুমি যদি নোখোৱা

মই গুচি যাম আৰু কেতিয়াও নাহোঁ।"

ৰূপালীয়ে আপেলখিনি চোবাই খালে; কিন্তু হাত এখনেৰে মোৰ বাউসীত খামুচি ধৰি আকৌ এবাৰ ফেঁকুৰিলে।

"P. G. পঢ়া ছোৱালী ইমান আকৰি হৈ নাথাকে। মই শিক্ষক; মোৰ ওচৰলৈ শিকিবৰ বাবে ল'ৰা-ছোৱালী আহিবই। এজনী ছোৱালীহে আহেনে? বহুত ছোৱালী আহে।" —হাঁহি হাঁহি মই তেওঁৰ নাকটোত ধৰি কলোঁ।

তেওঁৰ মুখৰ ওচৰত হালি মই মৰমৰ সুৰত কলোঁ: "কিন্তু মই তোমাৰ ওচৰলৈ আহিছোঁ। উঠি বহাচোন; ৰহি আপেলখিনি খোৱা।"

ৰূপালী উঠি বহিল। কিন্তু লগে লগেই মোক সাৱটি ধৰি মোৰ বুকুত মুখ লুকুৱালে। মই তেওঁক দুয়োহাতেৰে আকোঁৱালি লৈ মুখখন দাঙি ধৰি আবেগপূৰ্ণ ভাবত চকুৰ ফালে চাই হাঁহিলোঁ। এইবাৰ তেওঁও হাঁহিলে।

"তুমি intelligent ছোৱালীটো মই বিচাৰোঁ। তুমি গভীৰভাৱে চিন্তা কৰিবলৈ শিকাচোন। creative, মানে সৃষ্টিশীল চিন্তা। নগণ্য কথাবোৰ ভাবি নাথাকিবা।"

"কি চিন্তা কৰিম?"

"লিখিবলৈ চেষ্টা কৰা। তুমি সাহিত্যৰ ছাত্ৰী নহয় জানো?"

"মই লিখিবলৈ চেষ্টা কৰিছিলোঁ। কিন্তু লিখিবলৈ বহাৰ লগে লগে—।"

"লগে লগে কি?" আধাকোৱাকৈ বৈ যোৱা দেখি মই সুধিলোঁ।

"আপোনাৰ ছবিখন মনত ভাহি উঠে। আপোনাক ওচৰত পাবলৈ বৰ মন যায়।"

মোৰ বাহুৰ ওপৰত মূৰ পেলাই তেওঁ মোৰ মুখৰ ফালে চাই থাকিল। মই তেওঁৰ কপালৰ চুলিবোৰ ঠিক ঠাক কৰি দিলোঁ।

"তুমি যদি মোক সদায় ওচৰত পাব বিচাৰা, তেন্তে প্ৰেমৰ বিষয়ে লিখিবলৈ লোৱা। প্ৰেম লিখনিৰ এটা ডাঙৰ প্ৰেৰণা। অলপ মগজু

খটুৱালে লিখিব পাৰিবা।"

"উ, চেষ্টা কৰিম।" মোৰ বুকুত থুতৰিটো থৈ তেওঁ কলে।

"এতিয়া ভাল ছোৱালীৰ দৰে উঠি বহা আৰু এই গোটেইখিনি আপেল আৰু আংগুৰ খাই পেলোৱা।" তেওঁৰ হাতখন মুঠি মাৰি ধৰি মই কলো।

ৰূপালী উঠি বহি আপেল খাই খাই কলে: "কালিলৈ ৰবিবাৰ; আপুনি বাতিপুৱাই আহিব?"

"ৰাতিপুৱাই আহিব নোৱাৰো; আবেলিলৈ আহিম বাৰু। কিন্তু সোমবাৰৰপৰা তুমি ক্লাছলৈ যাব লাগিব।"

"যাম।"

"তেন্তে লাইব্ৰেৰীৰ reference sectionত আবেলি মোক লগ ধৰিবা। মই কিতাপ এখন লিখাৰ বাবে তাত কিছুমান তথ্য সংগ্ৰহ কৰি আছো।"

সন্তুষ্টচিত্তে ৰূপালীয়ে সম্মতি দিলে।

আন এদিনাখন। ডিপাৰ্টমেণ্টৰপৰা ওলাই মই সোনকালে ঘৰলৈ আহিবলৈ বুলি বেগাবেগিকৈ বাছত উঠিলোঁ। হঠাতে ৰূপালী বাছৰ ভিতৰলৈ সোমাই মানুহ 'ঠেলি আগুৱাই আহি মোৰ ওচৰত বহি পৰিল। মই তেওঁৰ ফালে কেৰাহিকৈ চোৱাত তেওঁ সৰুকৈ কলে: "আপোনাৰ ঘৰলৈ মোক নিবলৈ ইচ্ছা নকৰে কিয়?"

মই নামাতিলোঁ। তেওঁ থিয় হ'ল। সুধিলো "আকৌ কি হ'ল?"

তেওঁ খিৰিকিৰ ফালে দেখুৱাই দিলে। খিৰিকিৰ ওচৰৰ ঠাইখিনি তেওঁক এৰি দি মই সমুখত বহিলোঁ। মই মাজে মাজে তেওঁৰ ফালে খং কৰি চাইছো। তেওঁ শান্ত ছোৱালীৰ দৰে বহি থাকিল। বিশ্ববিদ্যালয় বাছৰপৰা নামি চিটি বাছ আৰু চিটি বাছৰপৰা নামি ৰিক্সা এখনত উঠিলোঁ। চিটি বাছত মানুহৰ ঠেলাহেঁচাৰ মাজত ৰূপালীৰ অৱস্থা চাই ভাবিছোঁ যে

ইয়াৰ পাছত আৰু আহিবলৈ তেওঁ ইচ্ছা নকৰিব। বিস্মিত বহি তেওঁৰ ফালে চালোঁ। তেওঁ কপালৰ ঘাম মচি উঠি মোৰ চকুলৈ চাই হাঁহিলে।

"কেনে লাগিছে? আৰু আহিবা?"

"আহিম, ভাল লাগিছে। আপোনাৰ লগত কষ্ট কৰিবলৈ বৰ মন যায়।"

ঘৰ আহি পালোঁ। ৰূপালী মাৰ লগত চিনাকি হ'ল। মানসী আৰু খুড়ীদেউ সিদিনা নাছিল। মায়ে ৰূপালীৰ লগত বহুত কথা পাতিলে। উৎফুল্লিত হৈ ৰূপালীয়ে আমাৰ ঘৰৰ কোঠাকেইটা পৰিদৰ্শন কৰিলে। তাৰপাছত মা পাকঘৰলৈ সোমাই যোৱা দেখি তেওঁ পাক ঘৰলৈ যাবলৈ ওলাল।

"পাকঘৰত তুমি কি কৰিবা মই জানো। ইয়াতে বহি থাকা।"

"মই খোৱা বস্তু তৈয়াৰ কৰিব জানো।"

তেওঁ পাকঘৰলৈ সোমাই গ'ল। মই মোৰ কোঠাৰ মেজৰ ওচৰত বহি ইংৰাজী আলোচনী এখন চাইছো। অলপ পাছতে পাকঘৰৰপৰা মাৰ মাত শুনিলোঁ: "ভাস্কৰ, এইফালে আহ।"

মই গৈ দেখো যে মায়ে ৰূপালীৰ আঙুলি এটাত ধৰি আছে আৰু মোক বাৰ্নল লৈ যাবলৈ কৈছে। মই ৰূপালীলৈ চাই আদেশৰ সুৰত কলোঁ: "উঠি আহা।"

মায়ে ৰূপালীক হাতত ধৰি উলিয়াই আনি মোৰ কোঠাৰ চকীখনত বহুৱাই দিলে।

মই বাৰ্নল এটা উলিয়াই আনি তেওঁৰ আঙুলিত সানি দিবলৈ মাৰ হাতত দিলোঁ। বাৰ্নল লগাই লগাই মায়ে কলে: "ভাজিখিনি মই কৰিলো। লুচিখিনি কিন্তু তেৱেঁই ভাজিলে; চাহখিনিও তেৱেঁই কৰিলে। মই বাধা দি আছিলো; নুশুনিলে। জুইৰ ওপৰৰপৰা চাহৰ চচ্‌পেন্‌টো তেওঁ নমাব খোজোঁতে হাতৰপৰা পৰিল। গৰম চাহ চিটিকি আঙুলিত পৰিল।" আঙুলি বন্ধা হোৱাৰ লগে লগে মা গুচি গ'ল।

"সদায় scene create কৰি নাথাকিবা ৰূপালী। মোৰ খং উঠি আহিব কিন্তু।"

ৰূপালীয়ে তেওঁৰ পোৰা আঙুলিটো মোৰ হাতত লগাই দি কলে: "আপোনাৰ ঘৰলৈ আহি আহি মোক এইবোৰ অভ্যাস কৰিবলৈ দিয়ক। ঘৰত মা আৰু ৰঘুক্কায়ে মোক একো কৰিব নিদয়ে।"

"এইবোৰ কাম কৰাৰ বাবে তোমাৰ মন যায়?" মই তেওঁৰ হাতখনত ধৰি কলো।

"যায়; খুব মন যায়। আপোনাৰ বাবে কৰিব লাগিব নহয়।"

"কেৱল মোৰ বাবে?

"আপোনাৰ মাৰ বাবেও কৰিম। আপোনাৰ মা-জনী বৰ সাদৰী। মোক আজি ধুনীয়াকৈ লুচি ভজা কাম শিকাই দিছে।"

ৰূপালীৰ হাতখন মই লিবিকি বিদাৰি থাকোঁতে হঠাতে মাৰ মাত শুনি ৰূপালী থিয় হ'ল। মায়ে খোৱাবস্তু লৈ দুৱাৰমুখত থিয় হৈছিল। ৰূপালীয়ে মাৰ হাতৰপৰা বস্তুবোৰ লৈ টেবুলত থলে। মায়ে ৰূপালীৰ গা, মুৰ, চুলি সকলোবোৰ স্পৰ্শ কৰি উঠি তেওঁক বহি খাবলৈ কলে। আৰু সুবিধা পালেই আহিবলৈ কলে। অৱশেষত ৰূপালীয়ে মোৰ ডাঙৰ কিতাপৰ আলমাৰীটো চাই চকু ডাঙৰ কৰি কলে: "ইমান কিতাপ? ইমান কিতাপ কেতিয়া পঢ়ে আপুনি?"

"কিতাপ মানুহে একেদিনাই পঢ়ে নেকি? আৰু আছে। সৌ-বেৰৰ ৰেক দুখনত চোৱা।"

ৰেক দুখনলৈ চকু পৰাত তেওঁ আচৰিত হৈ মুখত হাত দিলে। মায়ে কলে: "তুমি তাৰ কিতাপ দেখি চকু খাইছা? তাৰ পঢ়া দেখিলে তুমি আৰু কি কৰিবা?"

"হৈছে, এতিয়া আহা। তোমাক বাহুত তুলি দি আহিম।"

"মোৰ যাবৰ হ'লেই?"

মায়ে কলে: "ছোৱালীজনীক তই জিৰাবলৈ সময় নিদিয়?"

"বহুত জিবালে ; এতিয়া ঘৰলৈ যাব লাগে।"

একো নামাতি মাক নমস্কাৰ কৰি ৰূপালী ওলাই আহিল।

## চাবি

এদিন শনিবাৰে দিনৰ দুইমান বজাত ৰূপালী মোৰ ডিপাৰ্টমেণ্টৰ চেম্বাৰলৈ আহি ক'লে : "ভাস্কৰদা, কাইলৈ দেওবাৰ। আপোনাৰ কিবা জৰুৰী কাম আছে নেকি ?"

"জৰুৰী কাম ? থাকিলে কি কৰিবা ?"

"নাথাকিলেহে কৰিম।"

"কিবা দুষ্টামিৰ চিকাৰ হব লাগিব মই ?" তেওঁ ওফোন্দ পাতিকলে : "মই দুষ্টামিহে কৰোঁ। আন একোকৰা নাই। ঠিক আছে, মই যাওঁ।"

মই উঠি তেওঁক আগভেটা দি ধৰিলোঁ। দুৱাৰখন বন্ধ আছিল। মই সৰুকৈ কলো : "No darling, নাযাবা। কোৱা কি কৰিবা ?"

"ফুৰিবলৈ যাম ; ৰাতিপুৱা ৬ বজাত।"

"ইমান ৰাতিপুৱা ক'ত বাছ পাম ?"

"গাড়ী থাকোঁতে বাছত গৈ কিয় সময় নষ্ট কৰিম ? মই গাড়ীখন লৈ গৈ দীঘলী পুখুৰীৰ পাৰত ৰৈ থাকিম। আপুনি আহিব পাৰিব ? তাৰ পাছত প্ৰোগ্ৰেম...।"

"কিমান দূৰলৈ যাবা ?"

"বহু দূৰলৈ। ওচৰত একো ভাল ঠাই নাই।" তেওঁ হাঁহি হাঁহি কলে।

মই তৎক্ষণাৎ ভাবিলো যে মই তেওঁৰ লৈতে ফুৰিবলৈ যোৱাটো উচিত হব। কাৰণ কিছুমান কথা কোৱাৰ বাবে যথেষ্ট সময় আৰু সুবিধা পোৱা যাব। আনহাতে তেওঁক অসন্তুষ্ট কৰি ৰখাৰ ইচ্ছাও মোৰ নহল।

ৰূপালীয়ে গাড়ী চলাব জানে। দেউতাকে তেওঁক কিছুমান কামত পাকৈত কৰি গঢ়ি তুলিছে। কিন্তু জীৱনৰ আৱশ্যকীয় কাম কিছুমানত তেওঁ

একেবাৰেই অজ্ঞ। মই একো নামাণ্ডি ফাইল এটা সামৰিব ধৰিছো। তেওঁ সাউতকৈ আহি মোৰ হাতৰপৰা ফাইলটো কাঢ়ি নি টেবুলৰ ওপৰত থৈ মোৰ চকুলৈ পোনে পোনে চাই প্ৰশ্ন কৰিলে : "মোৰ কামে মন দিয়া নাই?"

"মন দিছো ; বাক, মই আহিম ; তোমাক এশিকনি দিম।"

"শিকনি কোনে কাক দিয়ে দেখা যাব।" আনন্দ মনেৰে ৰূপালী ওলাই গ'ল।

ৰাতি খোৱাৰ সময়ত মাক কলো যে মই বৰ সোনকালে বনভোজৰ বাবে যাব লাগিব। গতিকে মোক সোনকালে জগাই দিব লাগে। মায়ে সোনকালে উঠি মোক জগাই দিলে। ঠাণ্ডাত কঁপি কঁপি গা ধুলো। মায়ে চাহৰ লগত কিবাকিবি খোৱাবস্তু দিলে। বাই ওলাই আহিলো। ডিচেম্বৰ মাহৰ ঠাণ্ডা ; চুৱেটাৰ আৰু জেকেট পিন্ধিও ঠাণ্ডা লাগে। সেয়েহে গৰম শাল এখন মূৰে-গায়ে মেৰিয়াই লৈ বিস্মা এখনত উঠি আহিলোঁ। দূৰৰপৰা দেখিলো ৰূপালীয়ে নীলা ৰঙৰ এখন শাল গাত মেৰিয়াই গাড়ীৰ ভিতৰত বহি মোলৈ অপেক্ষা কৰি আছে। মই ওচৰ পোৱাত উঠি আহি দুৱাৰ খুলি দিলে। দুয়ো গাড়ীৰ ভিতৰত বহিলো। ৰূপালীয়ে গাড়ী চলাবলৈ আৰম্ভ কৰিলে। গুৱাহাটী পাৰ হৈ পশ্চিমফালে গৈ থাকিলোঁ। ৰাস্তাত আমি কোনো ধৰণৰ কথা পতা নাই। মই মাথো দেখুৱাই দিছো কোনফালে গাড়ী চলাব লাগে। এটা সময়ত ৰূপালীৰ হাত দুখন ষ্টিয়াৰিঙৰপৰা একৰাই মই নিজে গাড়ী চলাবলৈ ধৰিলোঁ। কোৱা বাহুল্য যে মোৰ নিজৰ গাড়ী নাই যদিও বন্ধু-বান্ধৱৰ গাড়ীত মই প্ৰায়ে ঘূৰি ফুৰিবলগীয়া হয় বাবে মই কলেজত পঢ়ি থাকোঁতেই গাড়ী চলাবলৈ শিকিছিলো। বন্ধুবৰ্গৰ মাজত মই জনপ্ৰিয় হোৱা বাবে তেওঁলোকে গাড়ী চলাবলৈ প্ৰায়ে মোক বাধ্য কৰিছিল। এসময়ত ৰূপালী আৰু মই গৈ গৈ হাবিৰ মাজে মাজে যোৱা কেঁচা ৰাস্তা পালো। তাৰ পাছত চাহ বাগিচাবোৰ পাৰ হৈ গৈ ওখ ওখ গছ-গছনিৰ ঠাইৰ মাজেৰে গৈ আছো। মাজে মাজে দুই এটা হৰিণা আমাৰ গাড়ীৰ আগেৰে পাৰ

হৈ গৈছে। অৱশেষত আমি আহি মানসত উপস্থিত হলো। শিলেবে ঠাহ খাই থকা নৈখনৰ পাৰৰ ওখ ঠাইত গাড়ী ৰাখি আমি নামিলোঁ। ৰূপালীয়ে ঘৰৰপৰা টিফিন কেৰিয়াৰত আৰু কাপোৰৰ মোনাত খোৱাবস্তু আৰু ফলমূল আনিছিল। ফ্লাস্কত গৰম চাহ। সেইবোৰ লৈ আমি নৈখন পাৰ হবলৈ গলো। নৈখনত পানী একেবাৰে কম। উজনিৰ ফালে কিছু পৰিমাণে দ পানী আছে যদিও আমি পাৰ হোৱা ঠাইত কেৱল ভৰিৰ গাঁঠিলৈকেহে বা তাৰ কিছু ওপৰলৈকেহে পানী আছে। পানীৰ তলৰ শিলৰ ওপৰেৰে খোজ কাঢ়ি আমি নৈখন পাৰ হৈ সিপাৰৰ কঁহুৱা বনৰ বাগিচাৰ কাষত মাটিত কাপোৰ পাৰি বহিলোঁ। ৰূপালীয়ে ফলমূল সৈতে পাউৰুটী আৰু মাখন পৰিবেশন কৰিছে। মই ফ্লাস্কৰপৰা গৰম চাহ কাপত ঢালিছোঁ। ওচৰৰ পাহাৰটোত ৰতাহৰ শোঁ-শোঁৱনি শব্দ অবিৰাম চলি আছে। ৰূপালীৰ শাৰীৰ আঁচল আৰু শ্বাল উৰি আহি মোৰ নাকে মুখে লাগিছে। কঁহুৱা বননিৰ দৃশ্যাই, বতাহৰ শোঁ-শোঁৱনিয়ে আৰু বৈ যোৱা শিলৰ নৈখনে আমাৰ মন আনন্দত ওপোচাই পেলালে। বাতিপুৱাৰ খোৱা শেষ কৰি দুপৰীয়াৰ খোৱাখিনি কাপোৰৰ মোনাত ভৰাই কঁহুৱা বনৰ জোপোহা এটাৰ মাজত লুকুৱাই ৰাখিলোঁ।

থিয় হৈ আমি ইফালে সিফালে চালো। ৰূপালীৰ ওঁঠৰপৰা হাঁহি গুচা নাই। আমাৰ দুয়োকাষে কিছু দূৰত দুটা সৰু পৰিয়াল বনভোজ খাবলৈ আহিছে। তেওঁলোকৰ সৰু সৰু ল'ৰা-ছোৱালী কেইটাই কিৰিলি পাৰি বস্তু খাইছে আৰু দৌৰি দৌৰি খেলা খেলিছে। ৰূপালীৰ হাতত ধৰি মই কঁহুৱা বননিত সোমাই পৰিলোঁ। কঁহুৱা বননিৰ মাজে মাজে মোৰ হাতত ধৰি ৰূপালী নাচি নাচি গৈ আছে। এসময়ত আমি মানুহৰ দৃষ্টিৰ আঁতৰ হলোঁ। ৰূপালীয়ে আপোন পাহৰা হৈ হাত এৰি দি দৌৰিব লাগিছে, নাচিব লাগিছে আৰু গান গাইছে। তেওঁৰ গানে পাহাৰত খুন্দা খাই প্ৰতিধ্বনি তুলিছে। তেওঁ যিফালে গৈছে মইও সিফালে গৈছোঁ। নাচি নাচি গান গাই থকা ৰূপালীক চাই চাই, আনন্দত মতলীয়া হোৱা

তেওঁৰ দেহৰ ভংগিমা নিৰীক্ষণ কৰি মই মন্ত্ৰমুগ্ধ হৰিণাৰ দৰে কেৱল তেওঁ যিফালে যায় সেইফালে খোজ কাঢ়ি গৈ আছোঁ। ৰূপালীক কোনোবা স্বৰ্গপুৰীৰ এক ছন্দময়ী অপেশ্বৰী যেন লাগিছে। ৰূপালীয়ে নাচি নাচি বহুদূৰ পালেগৈ। হঠাতে মোৰ ৰূপালীক ওচৰত পাবলৈ বৰ মন গ'ল। দেখিলোঁ, বহু দূৰত এটি অপূৰ্ব স্বৰ্ণমূৰ্ত্তিৰ দৰে থিয় হৈ থাকি তেওঁ মোলৈ চাই হাঁহি আছে। মই য'তে আছিলো তাতে থিয় হৈ থাকি হাঁহি হাঁহি মোৰ হাত দুখন মেলি দিলো আৰু তেওঁক আহ্বান জনালো। তেওঁ দৌৰি দৌৰি আহিল। মই লাহে লাহে আগুৱাই গলোঁ। তেওঁক আকোঁৱালি লোৱাৰ বাবে মোৰ দুই বাহু ব্যস্ত হৈ পৰিল। অৱশেষত তেওঁ দৌৰি দৌৰি আহি মোৰ বাহু-বন্ধনত সোমাই পৰিল। মই তেওঁক দুয়ো হাতেৰে সাৰটি ধৰিলোঁ। মোৰ দুবাহুৰ মাজত সোমাই মোৰ কান্ধত মূৰ থৈ ৰূপালীয়ে উশাহ লবলৈ ধৰিলে। মই তেওঁৰ মুখখন ঘূৰাই মোৰ মুখৰ ওচৰলৈ আনিলো। তেওঁৰ চকু দুটা হাঁহি হাঁহি মুদখাই আহিল। তেওঁৰ মুদ খোৱা চকুযুৰি মোৰ ওঁঠত লাগিছে; তেওঁৰ নাকৰ তপত নিশ্বাস মোৰ ডিঙিত লাগিছে। মই তেওঁৰ মুখখন দাঙি ধৰি তেওঁৰ নাকত মোৰ নাক লগাই দিছোঁ। তেওঁৰ নিশ্বাস আৰু মোৰ নিশ্বাস একাকাৰ হৈ গৈছে। মই পৃথিৱীত আছো নে স্বৰ্গত আছো ধৰিব পৰা নাই। লাহে লাহে তেওঁৰ মুখখন মোৰ ডিঙিয়েদি বাগৰি পিছলি গৈ মোৰ বুকুত বৈ গ'ল। মই গোটেই মানুহজনীক মোৰ দুবাহুৰ মাজত সুমুৱাই ৰাখিলোঁ। তেওঁৰ হাত দুখনে মোৰ পিঠি মোহাৰি আছে।

"ভাস্কৰ দা, ভাস্কৰ দা, আপোনাৰ বুকুৰ ঢপঢপনিয়ে মোৰ কলিজাত কঁপনি তুলিছে।"

মই কোনো কথাৰ উত্তৰ নিদি তেওঁৰ পিঠিত পৰি থকা বেণীডাল লিৰিকি বিদাৰি আছো।

"ভাস্কৰদা, এই সময়ত মোৰ কেনেকুৱা লাগিছে জানে?" তেওঁ অস্ফুট স্বৰত কবলৈ ধৰিলে।

মই মাথো চুটি প্ৰশ্ন এটা কৰিলো: "হু?" এতিয়া যেন কথা কোৱাৰ সময় নহয়; এতিয়া মাথো উপলব্ধিৰ সময়। ৰূপালীৰ শৰীৰৰ উত্তাপত মোৰ বুকুৰ ভিতৰত প্ৰবল শিহৰণৰ সৃষ্টি হ'ল। অনুভৱ হ'ল, তেওঁৰ তেজৰ প্ৰবাহ যেন মোৰ তেজৰ 'প্ৰবাহৰ লগত মিলি গৈছে। মোৰ অন্তৰত মাথো সেই প্ৰবাহৰ ঢৌ বাগৰি আছে।

ৰূপালীৰ মাত শুনিলোঁ: "আপোনাৰ বুকুত নাইকিয়া হৈ যাবৰ মন গৈছে।" মই তেওঁক জোৰেৰে সাবটি ধৰিলোঁ। আৰু এসময়ত এজোপা কঁহুৱা বনৰ ওপৰত আমি বাগৰি পৰিলোঁ। ৰূপালী ঘপকৈ উঠি বহাত মই তেওঁৰ আঠুৰ ওপৰত মোৰ মূৰটো পেলাই দিলোঁ। তেওঁ তেওঁৰ কোলাত মোৰ মূৰ তুলি লৈ মোৰ বাউসীত চিকুট এটা মাৰি দিলে।

"মই চিত্ৰকৰ হোৱা হলে এই সময়ত আপোনাৰ চকু, মুখ, কপাল, চুলি, বুকু আৰু দুয়ো বাহুৰ এখন চিত্ৰ আঁকিলোহেঁতেন। দেহৰ ৰং কিন্তু শ্যাম বৰণ হ'লহেঁতেন। হাতত এটা বাঁহী থাকিলহেঁতেন। আপুনি সাক্ষাৎ প্ৰেমৰ দেৱতা শ্ৰীকৃষ্ণ।"

মই ঘপ্‌কৈ উঠি বহি তেওঁৰ চুলিত টান এটা মাৰি মোৰ গাত তেওঁক পেলাই দি মোৰ আঠুৰ ওপৰত তেওঁক শুৱাই দিলোঁ।

"ৰাধা মোৰ, মোৰ চিত্ৰ তোমাৰ বুকুত তোলা হৈ গ'ল; আৰু তোমাৰ মোহিনী ছবি মোৰ কলিজাত অঁকা হৈ ৰ'ল।"

ৰূপালী মোৰ সমুখত থিয় হৈ মোৰ ফালে চাই থাকিল। মই বহি বহি তেওঁৰ সম্পূৰ্ণ শৰীৰ পৰ্যবেক্ষণ কৰিলোঁ। তাৰপাছত তেওঁ মোৰ ওচৰত বহি হাস্যমুখৰ নয়নেৰে চাই থাকিল।

"ভাস্কৰদা এই চিত্ৰ কেতিয়াও মচা নাযায়, নহয়নে?"

"কেতিয়াও মচা নাযায়।" তেওঁৰ চকুলৈ চাই মই উত্তৰ দিলোঁ।

তেওঁ মোৰ কপাল, চকু, মুখ আৰু ওঁঠত আঙুলি বুলাই দিলে। তাৰপাছত মোৰ দুই বাহুত দুহাতেৰে ধৰি এক সন্তুষ্টি আৰু বিজয়ৰ ভাবত কলে: "আপোনাৰ সুন্দৰ চেহেৰা আৰু বহল বুকু দেখিলে মই পৃথিৱীৰ

সকলো পাহৰি যাওঁ। এইখন বুকুৰ মাজত কেৱল মোৰহে স্থান আছে ; আন কাৰো নাই।"

"তোমাৰ বুকুৰ মাজত কাৰ স্থান আছে ?"

"আপোনাৰ।"

"তোমাৰ ইমান সৰু বুকুখন মোৰ দৰে এটা ইমান ডাঙৰ মানুহ কেনেকৈ ধৰিব ?"

তেওঁ টপৰাই উত্তৰ দিলে : "মানুহটো নধৰিলে কি হ'ল ? মূৰটো ধৰিব নহয়। এয়া চাওঁক।" এইবুলি কৈ তেওঁ মোৰ ডিঙিত ধৰি টানি নি মোৰ মূৰটো তেওঁৰ বুকুত চেপি ধৰিলে। তেওঁৰ বুকুৰ তৰংগায়িত উষ্ণতাবোৰ মোৰ সৰ্বশৰীৰত বাগৰি যাবলৈ ধৰিলে।

কিন্তু হঠাৎ মোৰ ৰাধাৰূপী ৰূপালীক প্ৰশ্ন কৰিবলৈ মন গ'ল। তেওঁৰ চকুলৈ চাই মই সুধিলো : "এটা প্ৰশ্নৰ উত্তৰ দিয়া। শ্ৰীকৃষ্ণই ৰুক্মিণীক হৰণ কৰি অনা কাৰ্যত কাৰ ব্যক্তিত্ব আৰু বীৰত্ব বিশেষকৈ প্ৰকাশ পাইছে ?"

"কেলেই শ্ৰীকৃষ্ণৰ। এফালে অকলে কৃষ্ণ আনফালে মহা মহা বীৰৰ দল।"

ৰূপালীৰূপৰা সামান্য আঁতৰি বহি মই কলো : "সেইটো মুঠেই উল্লেখযোগ্য ঘটনা নহয় ; তাতকৈ বহুত ডাঙৰ বীৰত্বৰ কাম শ্ৰীকৃষ্ণই কৰিছে। আচল বস্তুটো দেখা নোপোৱা—ৰুক্মিণীৰ সাহস আৰু ব্যক্তিত্বইহে নতুনত্ব ৰচনা কৰিছে।

"কেনেকৈ ?"

"যিসময়ত নাৰী স্বাধীনতা কল্পনাৰ অতীত আছিল সেই যুগত প্ৰবল প্ৰতাপী ককায়েক ৰুক্মবীৰৰ আদেশ অমান্য কৰি শ্ৰীকৃষ্ণক ৰুক্মিণীয়ে আমন্ত্ৰণ নজনালে ৰুক্মিণীৰ উদ্ধাৰ নহলহেঁতেন। ৰুক্মিণীৰ individuality হে লেখত লবলগীয়া।

ৰূপালী মনে মনে থাকিল।

"আহা, নৈৰ পাৰে পাৰে ঘূৰি ফুৰি কথা পাতো।"

ফুৰি থাকোঁতে কপালীক মই সুধিলো : "Tales From Shakespeare খনৰপৰা তোমাক পঢ়িব দিয়া King Lear আৰু Hamlet গল্প দুটা পঢ়িছা ?"

কপালীয়ে মূৰ দুপিয়ালে।

মই সুধিলো : "Cordelia আৰু Ophiliaৰ চৰিত্ৰ দুটা কেনে লাগিছে ? কোনটো চৰিত্ৰ ভাল লাগিছে ?"

খেৰো-গেৰো কৰি তেওঁ কলে : "Cordeliaই কিয় দেউতাকৰ অনুগ্ৰহৰপৰা বঞ্চিতা হ'ল আৰু Opheliaই কিয় প্ৰেমিকৰ চিঠিখন দেউতাকক দিলে মই বুজি নাপালো। আৰু Opheliaই কিয়—।"

তেওঁৰ আধাকোৱাখিনি শেষ কৰিলো মই : "দেউতাকৰ আদেশ শিৰোধাৰ্য কৰি হেমলেটক তাইৰ ওচৰলৈ আহিব বাধা দিলে তুমি বুজি নাপালা। সেয়া Cpheliaৰ নিষ্ক্ৰিয়তা আৰু ব্যক্তিত্বহীনতা আৰু Cordeliaৰ উল্লেখযোগ্য ব্যক্তিত্ব। Cordeliaৰ দৰে সাহসী হলেও অৱশ্যে সঁচা ব্যক্তিবোৰৰ এইখন পৃথিৱীত অকাল মৃত্যু হব পাৰে ; কাৰণ পৃথিৱীখনত বেয়া মানুহৰ সংখ্যা বহুত। তথাপি তেওঁলোকৰ 'জীৱনত উদাহৰণ সকলোৰে বাবে গ্ৰহণযোগ্য'। আনহাতে intellectৰ অভাৱত বজা লিয়েৰৰ কি হ'ল !"

হঠাৎ কপালীয়ে মোৰ হাতত খামুচি ধৰিলে।

"কি হ'ল তোমাৰ ?"

"আপোনাৰ এই serious কথাবোৰে মোক ভয় খুৱায়। আৰু আগলৈ নাযাওঁ। অটব্য হাবি। মোৰ ভয় লাগে।"

তেওঁ মোৰ বুকুত আউজি মুখ লুকুৱালে। সমুখলৈ চাই ময়ো দেখিলো যে অটব্য হাবিৰ ওচৰত আমি বৈ আছো। কপালীক দুহাতেৰে ধৰি কলো : "আহা, উভতি যাওঁ।"

উভতি আহি থাকোঁতে কপালীয়ে কলে : "আপুনি সদায় কয় আবেগৰ লগত বুদ্ধিৰ মিলন ঘটাব লাগে। কিন্তু প্ৰেম আবেগৰ বস্তু।

মই আপোনাক পোৱাৰ বাবে বুদ্ধি কৰা নাছিলো।"

"ভাল কথা উলিয়াইছা। কিন্তু তোমাৰ প্ৰেমক জীয়াই ৰাখিবলৈ হলে বুদ্ধিমান হব লাগিব। এৰা, অন্তৰৰ যোগেদি উপলব্ধি আছে, ভগৱানকো উপলব্ধি কৰিব পাৰি। কিন্তু জীৱনৰ ঘাট প্ৰতিঘাটত উপলব্ধিয়ে সহায় নকৰে। তোমাৰ প্ৰেমৰ পথ যদি কাঁইটীয়া হয় বুদ্ধিৰ অবিহনে পদে পদে ভুল হোৱাৰ সম্ভাৱনা থাকে। সেইকাৰণে মই intelligenceৰ কথা কওঁ। Intellect এ জীৱনৰ ৰাস্তা পৰিষ্কাৰ কৰে; ভুল কৰাৰপৰা মানুহক ৰক্ষা কৰে। আবেগৰ বশবৰ্তী হৈ লৰা-ধপৰা নকৰি মগজুৰ শক্তিক ব্যৱহাৰ কৰিলে মানুহ intelligent হব পাৰে। সেইকাৰণে মই তোমাক গভীৰভাৱে চিন্তা কৰাৰ কথা কৈছিলো। তোমাৰ মোৰ জীৱনৰ ৰাস্তা একেটাই। সেয়েহে আমি দুয়োজনে একেলগে চিন্তা কৰিব লাগিব। বাৰু বলা, এতিয়া খাই উঠি ঘৰমুৱা হওঁ।"

## পাঁচ

ইয়াৰ পাছত ৰূপালীয়ে প্ৰায় প্ৰত্যেক দিন মোৰ বাবে লাইব্ৰেৰীত বৈ থকা হ'ল। কিন্তু তেওঁৰ পঢ়া-শুনাত ব্যাঘাত হোৱাৰ ভয়ত মই তেওঁৰপৰা আঁতৰি থাকিবলৈ যত্ন কৰিলোঁ। তেওঁক কোনো পধ্যেই মোৰ ওচৰৰপৰা আঁতৰাব নোৱাৰি মই কলো যে পৰীক্ষা যদি বেয়া হয় তেন্তে তেওঁ মোৰ আশা পৰিত্যাগ কৰিব লাগিব; কাৰণ পঢ়া-শুনা অৱহেলা কৰা মানুহক মই ভাল পাব নোৱাৰো আৰু অৱহেলা কৰিলে তেওঁকো মই বৰ বেয়া পাম। মোৰ খং উঠা যেন পাই ৰূপালীয়ে পঢ়া-শুনাত মনোযোগ দিলে আৰু পৰীক্ষাবোৰ ওচৰ চাপি আহিব ধৰাত ৰূপালীক লগ ধৰা কাৰ্য মই বন্ধ কৰি দিলোঁ।

ইতিমধ্যে মায়ে মোক খেচ্‌খেচনি ধৰিলে যে মই এতিয়া বিয়াৰ কথা ভাবিব লাগে। মাৰ খেচ্‌খেচনিত ৰক্ষা নাপাই এদিন মই মাক কলো: "মা, পৰীক্ষাটো যাবলৈ দিয়াচোন; ইমান অধৈৰ্য হৈছা কিয় বাৰু?"

মা অলপ আচৰিত হৈ মোৰ ওচৰলৈ আহিল আৰু সুধিলে : "পৰীক্ষা ? কাৰ পৰীক্ষা ?"

মই তললৈ মূৰ কৰি কলোঁ : "কাপালীৰ।"

মায়ে মোৰ সমুখলৈ আহি কলে : "কাপালীৰ ? বুজিলো বাৰু। কিন্তু কাপালীৰ দেউতাক বা মাকৰ মতামতৰ বিষয়ে তই কিবা জাননে নাজান ?"

"মই নাজানো।"

"জানি ল'ব লাগিছিল। সিহঁত ডাঙৰ মানুহ। কাপালীৰ মতত যদি মাক-দেউতাক মান্তি নহয় ?"

"আগতে পৰীক্ষাটো যাবলৈ দিয়া। এতিয়া মই কাকো একো কথা সুধিব নোৱাৰো।"

মা মৌন হৈ থাকিল আৰু হুমুনিয়াহ কাঢ়ি গুচি গ'ল।

মই এবাৰ মাক কলো যে মায়ে স্কুলৰ চাকৰি এৰিব লাগে ; এতিয়া আৰু মাৰ কষ্ট কৰাৰ দৰকাৰ নাই। কিন্তু মায়ে উত্তৰ দিলে যে চাকৰি এৰিলে তেওঁ এই ঘৰটো এৰিব লাগিব। মই কলো যে মই বিশ্ববিদ্যালয়ৰ তৰফৰপৰা এটা ঘৰ পাইছো ; মাৰ বাবেহে যাব পৰা নাই। মোৰ কোৱাৰ্টাৰত বেছি ভালহে হব।

"মই এই চাকৰিটো এৰিব নোৱাৰোঁ সোণ। অৱসৰ পালেহে এৰিম। চাকৰিটো মোৰ এটা মনৰ বল।' আৰু, মানসীহঁতক এৰি যাব নালাগিব জানো ?"

মাৰ কথাত মই যেন সম্বিত ফিৰাই পালোঁ। এৰা, মাৰ চাকৰি এৰাটো ডাঙৰ কথা নহ'লেও মানসীৰ কথাটো ডাঙৰ। তাইক পঢ়ুৱাম বুলি মই মনে মনে প্ৰতিশ্ৰুতি লৈছিলোঁ। তাইৰ আৰু মোৰ মাজত মাৰ মনত কোনো ভেদাভেদ নাই। মায়ে তাইক নিজৰ ছোৱালীৰ স্থান দিছে।

মই তাইক এৰি যোৱা মানে তাইৰ জীৱনটোক অথাই সাগৰত পেলোৱাহে হ'ব। কাৰণ খুড়ীদেউ টকা-পইচা আৰু মনৰ ফালৰপৰা ইমান দুৰ্বল যে মই আৰু মা অবিহনে মানসীৰ কি গতি হ'ব তাক মই ভাবিব নোৱাৰো। আনহাতে মানসীয়ে প্ৰত্যেক বছৰে মোৰ হাতত ৰক্ষাবন্ধন পিন্ধায়। ভাবিলো, মানসীক এৰি বৰ্তমান ক'লৈকো নাযাওঁ। তাই অলপ পঢ়াশুনা কৰক।

বিশ্ববিদ্যালয়ৰ পৰীক্ষাবোৰ শেষ হৈ গ'ল। পৰীক্ষাৰ শেষৰ দিনাখন মই ডিপাৰ্টমেণ্টৰ চেম্বাৰত বহি ভাবিছোঁ, ৰূপালী যদি মোৰ ওচৰলৈ নাহে, তেন্তে ডিপাৰ্টমেণ্টৰ পিয়নটোক পঠিয়াই মতাই আনিম। এইদৰে ভাবি থাকোঁতে ৰূপালী আহি চেম্বাৰৰ দুৱাৰমুখত হাজিৰ হ'ল। কিন্তু ভিতৰলৈ সোমাই নহা দেখি মই মাতিলোঁ: "ৰূপালী, আহা।"

তেওঁ সোমাই আহি গহীন হৈ বৈ থাকিল। মই সুধিলো: "কি হ'ল? পৰীক্ষা ভাল হৈছেনে?"

"বেয়া হোৱা নাই। মোৰ মূৰ কামুৰিছে।"

"তেন্তে গৰম চাহ অনাওঁ? পিয়নে আনি দিব।"

"ইয়াত নবহোঁ।

"তেন্তে আহা, ওলাই যাওঁ।"

ওলাই গলোঁ। কিন্তু তেওঁ কলে যে তেওঁ কেণ্টিনলৈ নাযায়। মই ক'লৈ যাব বুলি সোধাত একো নামাতিলে।

"তেন্তে নিৰ্জন ঠাইলৈকে যাওঁ বলা। এইবোৰ মূৰ কামোৰণি চাহ খালে ভাল নহয়।"

"কি খালে ভাল হয়?"

"নিৰ্জন ঠাইত বহি মানসক কৰাৰ দৰে কৰিলে।"

"আপুনি আজিকালি বৰ দুষ্ট হৈছে।"

"মানসত তুমি মোৰ যি অৱস্থা কৰিছিলা। এতিয়াও মোৰ চকু মুখত লাগি আছে।"

খুক্-খুককৈ হাঁহি তেওঁ সুধিলে: "কি লাগি আছে চকু মুখত?"

মই উত্তৰ নিদিলোঁ। তেওঁৰ ফালে চাই সুধিলোঁ: "মূৰ কামুৰিছে?"

"নাই কামোৰা মূৰ।"

তেওঁৰ ফালে চাই দেখো যে তেওঁ দুঠোঁটলিৰ হাঁহি মাৰি আছে।

"তেনেহলে কি কামুৰিছে, দুষ্ট ছোৱালী? আহা, সৌ Science buildingটোৰ পশ্চিমৰ বাগিচাখনলৈ যাওঁ। তাতে বেঞ্চত বহিম।"

দুয়ো গৈ বেঞ্চত বহিলোঁ। ইয়াত প্ৰতিডাল গছৰ ওপৰৰপৰা লতাবোৰ এনেকুৱাকৈ ওলমি পৰিছে যে এইখন বেঞ্চত বহিলে বাহিৰৰ মানুহৰ চকুত নপৰে। প্ৰধান ৰাস্তাৰপৰাও এই ঠাই কিছু দূৰ হয়। আৰু এতিয়া বিজ্ঞানৰ কোনো ল'ৰা-ছোৱালীৰ পৰীক্ষাও নাই।

"আপুনি এই সুৰক্ষিত ঠাইখন কেনেকৈ আৱিষ্কাৰ কৰিলে?"

"Botanyৰ অধ্যাপকজনৰ লগত মই মাজে মাজে ইয়ালৈ আহোঁ। তেওঁ মোৰ সহপাঠীও আছিল।"

ৰূপালী বেঞ্চত বহি আছে। মই ডাঙৰ ডাঙৰ পাতৰ লতা এডালৰ কাষত থিয় হৈ তেওঁলৈ চাই সুধিলোঁ: "ৰূপালী, তুমি একো কথা ভবা নাই?"

"ভাবিছো, সদায় ভাবো। সেয়েহে আপোনাৰ ওচৰলৈ গৈছিলোঁ।"

"মানুহক লুকাই লুকাই আৰু কিমান প্ৰোগ্ৰেম কৰিবা? settle কৰি পেলাওঁ?"

"settle?"

"উঁ। বিয়াৰ পিছতো তুমি ফাইনেল পৰীক্ষা দিব পাৰিবা। মোৰ মায়ে মোৰ ইচ্ছাৰ বিৰুদ্ধে কোনো কাম নকৰে।"

"জানো।"

"তোমাৰ মা-দেউতাৰ মতামত কি তুমি জানানে?"

"আজি ৰাতিপুৱা দেউতাই মোক কৈছে যে মই আপোনাক মাতি লৈ

যাব লাগে। আপোনাৰ লগত কথা হ'ব বিচাৰে।"

"কি কথা হ'ব বিচাৰে তুমি জানা?"

"জানো; মই মানসৰপৰা ঘূৰি অহাৰ দিনাখন দেউতাই মাৰ আগত কৈ থকা শুনিবলৈ পাইছোঁ।"

"কি কৈছিল?"

"মাক দেউতাই সুধিছিল, 'ইহঁত দুটা আজি ক'লৈ গৈছে নাজানা?' মায়ে কৈছিল: নাজানো, মাথো তাই ডাক্তৰদাৰ লগত ওলাই যাম বুলি কৈছিল।' দেউতাই কৈছিল: 'বাতি হৈ গ'ল; এতিয়াও নাহিল। এইদৰে হলে বেয়াহে হব; ডাক্তৰক মাতি আনি বন্দোবস্ত কৰিব লাগিব।' মায়ে কৈছিল: 'তাইৰ পৰীক্ষাটো যাবলৈ দিয়ক। পৰীক্ষাৰ আগতে এইবোৰ কথা বতৰা হলে পঢ়াত মন নবহিব।"

মই সুধিলোঁ: "মোক আজিয়েই মাতিছে নেকি?"

তেওঁ উত্তৰ দিলে: "আজিয়েই আহক। কাৰণ কালিলৈৰপৰা সাত আঠ দিনমানৰ বাবে দেউতা ছিলঙলৈ যাব।"

হঠাৎ মোৰ মনত পৰিল যে আজি আবেলি ৰাখি বন্ধাৰ বাবে মানসীয়ে বাট চাই থাকিব। ৰূপালীক মই মানসীৰ কথা কোনো দিন কোৱা নাই, অথবা কবলৈ সুকণ্ডাও পোৱা নাই। এতিয়া আকৌ মানসীৰ কথা কব লাগিলে বহুত পলম হৈ যাব; কাৰণ ৰূপালীয়ে এই কথা শুনাৰ লগে লগেই প্ৰশ্নৰ উপৰি প্ৰশ্ন সুধি থাকিব। ভাবি চিন্তি মই কলোঁ: "ৰূপালী, আজি মোৰ ঘৰত বৰ অসুবিধা আছে। কেৱল তোমাক লগ পোৱাৰ বাবেহে ইমান সময়লৈ আছো। আজি যাব নোৱাৰোঁ। দেউতাৰাক বেয়া পাবলৈ হাক দিবা।"

ৰূপালীয়ে কলে: "বেয়া নাপায়; দেউতাই আজিৰ কথা কোৱা নাই। চয় সাত দিনৰ ভিতৰত হলেও হব। কিন্তু আপোনাৰ ঘৰত কি অসুবিধা হৈছে? আপোনাৰ মাৰ অসুখ নেকি?"

"অসুখ নহয়, আন অসুবিধাহে। মই বাক তোমাৰ দেউতাৰাক

ছিলঙৰপৰা যুৰি অহাৰ লগে লগেই লগ ধৰিম দেই ।”

মই গছৰ তলৰপৰা আহি তেওঁৰ ওচৰত বহি তেওঁৰ হাত এখন হাতৰ মুঠিত লৈ কলোঁ : “আজি তোমাৰ লগত যাব নোৱৰা বাবে খং নকৰিবা ।”

ৰূপালী মোৰ কান্ধত হালি পৰি মোৰ চাৰ্টৰ বুটাম এটা লাৰি চাৰি হঠাতে সুধিলে : “বিয়াৰ পাছত আমি ক'লৈ যাম ?”

“বিয়াৰ পাছত ? প্ৰথমে দাৰ্জিলিং ; তাৰপাছত দিল্লী, আগ্ৰা ; তাৰপাছত জয়পুৰ, উদয়পুৰ ; তাৰপাছত— ।”

ৰূপালীয়ে তৎক্ষণাৎ কৈ উঠিল : “দাক্ষিণাত্য, কন্যাকুমাৰী ।” এই বুলি হঠাতে মোৰ কোমৰত চিকুট মাৰি দিলে । মই জিকাৰ খাই উঠি তেওঁৰ ফালে চাই দেখিলো যে তেওঁ সন্তুষ্টিত চকুমুদি হাঁহি আছে ।

“চিকুটি চিকুটি মোৰ শৰীৰটো ঘুণীয়া কৰিব খুজিছা ? ৰ'বা তেনেহলে ।” এইবুলি মই তেওঁৰ বাওঁহাতৰ পতা ইমান জোৰেৰে চেপি ধৰিলো যে তেওঁ “উ' উ” কৰি মোৰ কোলাত মুখখন গুজি দিলে । মই তেওঁক তুলি দি ক'লোঁ : “উঠা । এতিয়া কেন্টিনলৈ যাওঁ ।”

“কেন্টিনলৈ নাযাওঁ ।”

“নহয়, যাব লাগিব । মোৰ বৰ অবসাদ লাগি আছে । আজি ডিপাৰ্টমেণ্টত বহুত কাম আছিল ।”

দুয়ো ওলাই গৈ কেন্টিনত বহিলোঁ । মই দেখিলোঁ, আমাৰ সমুখৰ চকীত দুজন অচিনাকি মানুহ বহি আছে । আনবোৰ চকীত মানুহৰ সংখ্যা বৰ কম ; অ'ত ত'ত তিনি/চাৰি জনমান বহি আছে । মই মিঠাইটো চামোচেৰে কাটি মুখত ভৰাইছোঁ মাত্ৰ । হঠাতে সমুখৰ মানুহ এজনৰ কথা কেইটা মোৰ কাণত সোমাল । মানুহজনে অলপ ডাঙৰ ডাঙৰকৈ কৈছে : “অলপ আগতে মোৰ সমুখতে এটা বৰ দুখলগা দুৰ্ঘটনা হৈ গ'ল ।”

লগৰ মানুহজনে সুধিলে : “কি দুৰ্ঘটনা ?” কোৱাচোন কোৱা ।”

মানুহজনে কৈ গ'ল : “ঘৰলৈ যাম বুলি ওলাই আহি আমধাৰী ওভাৰ-ব্ৰীজৰ ওচৰত বিক্সা এখনত উঠিম বুলি ৰৈ আছিলোঁ । মোৰ সমুখেৰে

গাড়ীবোৰ পাৰ হৈ গৈছিল। ৰাস্তাৰ সিপাৰেদি এজনী মাইকী মানুহ গৈ আছিল। মানুহজনীৰ গাত নাৰ্চে পিন্ধা মেখেলা চাদৰ আছিল। হঠাতে এখন গাড়ীৰ ইঞ্জিন বেয়া হৈ হুৰ্ হুৰ্ শব্দ কৰিব ধৰিলে। ড্ৰাইভাৰে গাড়ীখন ঘূৰাব খুজিছিল। কিন্তু গাড়ীখনে ভীষণ শব্দ কৰি ৰাস্তাৰ দাঁতিলৈ বাগৰি গ'ল। বাগৰি যাওঁতে কাষৰ সেই মাইকী মানুহজনীক খুন্দিয়াই পেলাই থৈ গ'ল। কোনোবাই 'এক্সিডেণ্ট' বুলি চিঞৰিলে। মানুহ জমা হবলৈ ধৰিলে। মইও ওচৰ চাপি গলো। বেয়া হোৱা গাড়ীখনৰ ভিতৰত এহাল ল'ৰা-ছোৱালীৰে সৈতে এজনী ভদ্ৰমহিলা আছিল। তেওঁলোকৰ বিশেষ একো ক্ষতি হোৱা নাই। ল'ৰা-ছোৱালী হালে চিঞৰ বাখৰ কৰিছিল যদিও সিহঁতৰ গাত একো জখম হোৱা নাই। কিন্তু কাষৰ সেই মাইকী মানুহজনীৰ বৰ বেয়াকৈ আঘাত হৈছিল। মানুহজনী অজ্ঞান হৈ বহুত সময় ধৰি পৰি আছিল। কেইজনমান মানুহে মানুহজনী তুলি চাই দেখে যে গাৰ ক'তো তেজ ওলোৱা নাই। মানুহ ঠেলি ড্ৰাইভাৰজন মানুহজনীৰ ওচৰলৈ আহি চিঞৰিলে: "আইদেউ, এইজনী মাইকী মানুহ ; হস্পিতালৰ নাৰ্চ যেন লাগে" ভদ্ৰমহিলাজনী আগবাঢ়ি আহি মানুহজনীৰ অজ্ঞান অৱস্থা চাই ড্ৰাইভাৰক কলে : "এই মানুহজনীক কেনেকৈ হস্পিতাললৈ লোৱা যায় ? তুমি তৎক্ষণাৎ গাড়ী এখনৰ বন্দোবস্ত কৰাচোন। নহলে হস্পিতালত খবৰ দিয়াগৈ।" এনেতে আন এখন গাড়ী আহি মানুহৰ জুমৰ পাছফালে ৰ'ল। ভিতৰৰ পৰা এজন ভদ্ৰলোক নামি ভীৰ ঠেলি ঠেলি সুধি আহিছে : "কি হৈছে ইয়াত ?" কোনোবাই কৈছে : "এজনী মাইকী মানুহৰ এক্সিডেণ্ট।" ভদ্ৰলোকজনে পৰি থকা মাইকী মানুহজনীক ইফালে সিফালে নিৰীক্ষণ কৰি হঠাতে "আৰতি ! আৰতি !" বুলি চিঞৰিলে। পুলিচ আগবাঢ়ি আহিছিল। পুলিচৰ তত্ত্বাৱধানত এই ভদ্ৰলোকজনে মানুহজনীক গাড়ীত তুলি লৈ হস্পিতাললৈ গৈ গ'ল। বেয়া হোৱা গাড়ীখনৰ মহিলাগৰাকীও কান্দি কান্দি হস্পিতাললৈ গৈছিল।"

মানুহজনৰ এই বৰ্ণনা শুনি মই ধৈৰ্য ধৰি থাকিব নোৱৰা হলোঁ। সবালবিকৈ উঠি কপালীক যাবলৈ কৈ মেনেজাৰক পইচা দি মই চাপলি মেলিলোঁ। কপালীৰ ফালে ঘূৰি চোৱাৰ মোৰ সময় নহ'ল।

প্ৰথমেই হস্পিতাললৈ গলোঁ। খবৰ লৈ ওৱাৰ্ড নম্বৰ জানি লৈ খুড়ীদেউক ৰখা ওৱাৰ্ডটোলৈ গলো। কিন্তু দুৱাৰ বন্ধ। ডাক্তৰ এজন ওলাই অহাত ডাক্তৰজনক এই বিষয়ে সুধিলোঁ। তেওঁ কলে যে এতিয়া সামান্য লৰচৰ কৰিছে, ক্ষীণ আশা এটা আছে। ডাক্তৰজনে মোক সুধিলে: "মানুহজনী আপোনাৰ সম্পৰ্কীয় হয় নেকি? তেওঁ কিন্তু আমাৰ হস্পিতালৰ নাৰ্চ নহয়।"

মই উত্তৰ দিলোঁ যে তেওঁ মোৰ খুড়ীদেউ হয়; এখন প্ৰাইভেট ক্লিনিকতহে কাম কৰে। ডাক্তৰে কলে: "অলপ ধৈৰ্য ধৰক; অলপ পাছত ভিতৰলৈ যাব পাৰিব।"

ডাক্তৰ গুচি যোৱাৰ পাছত নাৰ্চ এজনী ওলাই অহাত মই সোমাব পাৰিম নেকি সুধিলোঁ। নাৰ্চজনীয়ে মোক ভিতৰ সোমাবলৈ দিলে। ভিতৰত খুড়ীদেউক অতি কষ্টেৰে উশাহ লৈ থকা দেখা পালোঁ। তেওঁৰ দুগালেৰে চকুলো বৈ আছে। এবাৰ ক্ষীণ মাতেৰে মাতিছে: "মা-ন-সী।"

মই খুড়ীদেউৰ কাণৰ ওচৰলৈ মুখখন নি কলো: "খুড়ীদেউ, চিন্তা নকৰিব। আপুনি ভাল হৈ উঠিব।"

খুড়ীদেৱে চকু মেলি মোৰ ফালে চোৱাৰ লগে লগে তেওঁৰ সৰ্‌সৰ্‌কৈ চকুপানী বৈ আহিল। মোক মাতি কলে: "ভাস্কৰ, মানসী?"

মই কলো: "মানসীক মই এতিয়াই লৈ আহিম খুড়ীদেউ।"

ডাক্তৰক সকলো কথা সুধিলোঁ। তেখেতে কলে যে ৰাতিৰ ভিতৰত যদি আকৌ অজ্ঞান হৈ নাযায় তেন্তে আশা কৰিব পৰা যায়। কেচ চিৰিয়াছ।

প্ৰণৱ চলিহা সোমাই আহিল। তেখেতে মোক দুৰ্ঘটনাৰ বিৱৰণ

এটা দিলে আৰু কলে যে বেয়া হোৱা গাড়ীখনৰ ভদ্ৰমহিলাজনী বৰ ভাল মানুহ আছিল। তেওঁ চিকিৎসাৰ খৰচ দিবলৈ ওলাইছিল। কিন্তু চলিহাদেৱে বাধা দিলে।

চলিহাদেৱে মোক সুধিলে: "জ্ঞান আহিছে, নহয়নে?"

মই ক'লোঁ: "জ্ঞান আহিছে; কিন্তু ৰাতিৰ ভিতৰত আকৌ জ্ঞান হেৰুওৱাৰ আশংকা আছে। কলিজাত বৰ বেয়াকৈ আঘাত লাগিছে।"

চলিহাদেৱে মোক একাষৰীয়াকৈ মাতি নি কলে: "বুজিছা ভাস্কৰ, কিছুমান মানুহ, নিজৰ অজ্ঞতাৰ কাৰণে নহলেও, কিবা দৈৱৰ বিধান মতে বৰ দুৰ্ভগীয়া হৈ ওপজে। আজিৰ দুৰ্ঘটনাটো আৰতিৰহে হব পায়নে?"

মই একো নামাতিলোঁ। গধুৰ মনেৰে হস্পিতালৰপৰা ওলাই ঘৰমুৱা হলো। দুৰ্ভাগ্যৰ চকাই গৰকা মানসীৰ জীৱনটোৰ কথা ভাবি মন ভাবাক্ৰান্ত হৈ পৰিল। খবৰটো কিদৰে তাইৰ আগত প্ৰকাশ কৰিম সেই চিন্তাই মোক আগুৰি ধৰিলে। ভাবিলোঁ যে মানসীৰ ৰক্ষাকবচ কেৱল মইহে; কাৰণ আজিৰ শোকাবহ দিনটোতে হাতত ৰাখি লৈ তাই মোৰ বাবে বাট চাই আছে। এইদৰে হয়তো দৈৱই তাইৰ সমস্ত দায়িত্ব পালন কৰিবলৈ মোক সঁকিয়াই দিব।

অৱশেষত ঘৰ পালোঁ। সন্ধিয়া হৈছিল। এই সময়ত হয়তো মায়ে ধূপ-ধুনা জ্বলাই প্ৰাৰ্থনা কৰি উঠি গোসাঁইৰ থাপনা থকা কোঠাটোৰপৰা বাহিৰ হৈ ওলাই আহিছে। পদূলি পাৰ হোৱাৰ লগে-লগে দেখিলোঁ বাৰাণ্ডালৈ ওলাই আহিছে মা; মাৰ লগে-লগে আছে মানসী। মই বাৰাণ্ডাত ভৰি দিয়াৰ লগে লগে মানসীয়ে কলে: "ককাইদেউ, আপুনি ইমান পলম কৰিলে?"

মায়ে কলে: "তাই অথনিৰপৰা হাতত ৰাখি লৈ অপেক্ষা কৰি আছে তোৰ বাবে। তই আজি ইমান পলম কৰিছ? আৰু আৰতিৰচোন এতিয়ালৈ দেখাদেখি নাই।"

মানসীয়ে কলে: "ককাইদেউ, সোনকালে ভৰি ধুই আহক। মালৈ

আৰু বাট চাব নোৱাৰো। মাজনী যে আৰু।"

মই ভাবিলো যে মই আগতে বাখিটো পিন্ধি লওঁ। কাৰণ আজিৰ বাখিটোৱে নিৰ্ণয় কৰিব মানসীৰ ভাগ্য কোনফালে গতি কৰিছে। মই ভৰি হাত ধুই আহি মানসীয়ে ধুনীয়াকৈ কাপোৰ পাৰি সজাই খোৱা বৰপীৰা এখনত বহিলো। তাই কিছুমান খোৱাবস্তু ধুনীয়াকৈ সজাই আনি মোৰ সমুখত থলে। আৰু নিজে ওচৰত আঠুকাঢ়ি বহিল। মোৰ সমুখত অলপ আঁতৰত মা বহি আছে। মানসীয়ে নিজে সাজি উলিওৱা বাখিটো প্লেট এখনৰপৰা তুলি মোৰ সোঁ হাতৰ গাঠিত পিন্ধাই দিলে। তাৰপাছত বন্তি এগছি আৰু ধূপদানি মোৰ সমুখত ঘূৰাবলৈ ধৰিলে। মোৰ ভৰিত ফুল কিছুমান ছটিয়াই দিলে আৰু হাঁহি হাঁহি কলে: "এতিয়া খাওঁক।" এইবুলি তাই মোৰ সমুখত খোৱাবস্তুৰ প্লেটখন দাঙি ধৰিলে। মই তাইৰ ফালে এবাৰ আৰু খোৱাবস্তুৰ প্লেটৰ ফালে এবাৰ চাই থাকিলোঁ। তাই "খাওঁক ককাইদেউ" বুলি প্ৰথমে এটুকুৰা আপেল হাঁহি মোৰ মুখত ভৰাই দিলে। আপেলখিনি খোৱাৰ পাছত মই মুখখন ঘূৰাই ক'লোঁ: "হব, এৰি দে, মই নিজে খাম।" তাই প্লেটখন মোৰ সমুখত থলে। মই প্লেটৰপৰা সামান্য বস্তু হাতত তুলি লৈ খাই তাইৰ ফালে প্লেটখন আগবঢ়াই দি কলো: "লৈ যা, এইখিনি তই খাগৈ।"

"কেলেই? আপুনি একো নাখালে যে?"

মই কলো: "অলপ খালো নহয়, সেয়ে হব। তই যা, পাক ঘৰৰ ভিতৰলৈ যা।"

মই উঠিলো। তাই পাকঘৰৰ ভিতৰলৈ যাওঁতে মই মাক মাতি বাহিৰৰ বাৰাণ্ডালৈ আহিলো আৰু মাক খুড়ীদেউৰ সকলো কথা কলোঁ। মা ভয়ত অস্থিৰ হৈ কৈ উঠিল: "কি হব এতিয়া? হায় ভগৱান! আৰতিৰহে এনেকুৱা হবলৈ পালেনে?"

মই ক'লোঁ: "সকৈ কোৱা মা, মানসীয়ে শুনিব।"

কিন্তু মানসীয়ে ইতিমধ্যে ওলাই আহি শুনিলে। তাই দৌৰি আহি

মোৰ হাতত খামুচি ধৰি কান্দিবলৈ ধৰিলে: "মোৰ মাৰ কি হ'ল ককাইদেউ? মাৰ কি হ'ল? নকয় কিয়?"

মই তাইক শান্ত হবলৈ কৈ কলোঁ: "তই অধৈৰ্য নহবিচোন; খুড়ীদেউৰ একো হোৱা নাই, সামান্য জখম হৈছে।"

কিন্তু তাই মুশুনিলে। তাই বুজি পালে যে মই তাইৰপৰা কিবা কথা লুকুৱাইছো। তাই মজিয়াত বহি বহি কান্দিবলৈ ধৰিলে: "জেঠাইদেউ, মোৰ মাৰ কি হ'ল? মই মাৰ ওচৰলৈ যাওঁ। মা ক'ত আছে? মই যাওঁ।" তাই ফেকুৰিবলৈ ধৰিলে।

মা আৰু মানসীক লৈ হস্পিতাল পালো। খুড়ীদেউৰ বুকুৰ ওপৰত মূৰ থৈ মানসী কান্দিবলৈ ধৰিলে। ইতিমধ্যে খুড়ীদেউৰ জ্ঞান নোহোৱা হৈছিল। দুজন ডাক্তৰ ওচৰত বৈ পৰীক্ষা কৰি আছিল। মানসীক বেমাৰীৰ বুকুৰপৰা টানি আঁতৰাই আনিলোঁ। কান্দিবলৈ হাক দি তাইক মাৰ হাতত এৰি দিলোঁ। তাই মনে মনে ফেকুৰি থাকিল। ডাক্তৰে কলে যে ৰাতিপুৱাৰ আগে আগে জ্ঞান আহে নেকি চোৱা যাওঁক। গোটেই নিশা তিনিওজনে খুড়ীদেউক বখি থাকিলোঁ। নিশাৰ আগভাগত প্ৰণয় চলিহা আহিছিল। মানসীৰ মূৰত হাতৰ পৰশ দি তেওঁ ৰাতিপুৱাৰ আগে আগে আহিব বুলি কৈ গুচি গ'ল। কিন্তু ৰাতিপুৱাৰ আগে আগে খুড়ীদেউৰ জীৱনবন্তি নুমাই গ'ল। মানসীয়ে যেতিয়া মৃত্যু হোৱা কথা গম পালে তেতিয়া বলিয়াৰ দৰে তাই আৰ্তনাদ কৰি উঠিল। তাইৰ আৰ্তনাদত মোৰ বুকুৰ ভিতৰত কঁপনি উঠিল। দুৰ্ভগীয়া খুড়ীদেউৰ সিপুৰীলৈ যাত্ৰাত, মানসীৰ হিয়াভগা কান্দোন শুনি শুনি মোৰ মায়েও অসহায়ৰ দৰে কান্দিলে। মানসীৰ বুকুভগা কান্দোন প্ৰতিধ্বনি হৈ হস্পিতালৰ হালবেৰবোৰ আলোড়িত হবলৈ ধৰিলে। দেখিলোঁ, প্ৰণয় চলিহা ওচৰত থিয় হৈ বিষাদ মনেৰে মৃতকৰ কালে চাই আছে। চলিহাদেৱে তেওঁৰ গাড়ীখন মৃতকক ঘৰলৈ নিয়াৰ বাবে আগবঢ়ালে। চলিহাদেৱৰ গাড়ীত মৃতকৰ সৈতে সকলোটি ঘৰলৈ বাওনা হলোঁ।

মানসীৰ জীৱনৰ এটা শোকাবহ আধ্যায়ৰ যবনিকা পৰিল। আশা কৰিলো, আৰু এটা শোকাবহ আধ্যায়ৰ যেন পাতনি নহয়। আৰু মানসীক লগত লৈ মোৰ মা আৰু মোৰ এক নতুন জীৱন আৰম্ভ হ'ল। ঈশ্বৰে এইবাৰ মোক এজন ককায়েকৰ সমস্ত দায়িত্ব বহন কৰিবলৈ মানসীক মা আৰু মোৰ হাতত অৰ্পণ কৰিলে।

খুড়ীদেউৰ বিয়োগত মা আৰু ময়ো মৰ্মান্তিক দুখ পালোঁ। কাৰণ খুড়ীদেউৰ অমায়িকতা, সৎস্বভাৱ আৰু একনিষ্ঠতাত আমি বাৰুকৈয়ে মুগ্ধ হৈছিলোঁ যদিও খুড়ীদেউ বৰ নিৰাশবাদী আৰু দুৰ্বল মনৰ আছিল। মা আৰু মোৰ বাহিৰেও খুড়ীদেউৰ বিশ্বাস প্ৰৱণতাত প্ৰণয় চলিহাদেৱ মুগ্ধ হৈছিল। এতিয়া খুড়ীদেউৰ বিয়োগত ভনী মানসীক ভনীৰ সকলোখিনি প্ৰাপ্য দিয়াৰ বাবে মই দৃঢ় প্ৰতিজ্ঞ হলোঁ।

## ছয়

মানসীৰ মনৰ সন্তুষ্টিৰ বাবে খুড়ীদেউৰ আদ্যশ্ৰাদ্ধটো সামান্যভাৱে হলেও পাতিবলৈ মনস্থ কৰিলোঁ। প্ৰণয় চলিহাইয়ো ইয়াত অংশ গ্ৰহণ কৰিব বুলি কলে। খুড়ীদেউৰ মৃত্যুৰ সাত দিনমান পাছলৈকে মানসীক কান্দি থকা দেখি মায়ে তাইক ওচৰত বহুৱাই লৈ কলে: "মানসী, মোৰ মাজত তই তোৰ মাৰক বিচাৰি নাপাবিনে? মোৰ ছোৱালী নাই নহয়; এতিয়াৰপৰা তইয়েই মোৰ ছোৱালী। ভাস্কৰ তোৰ ককাই নহয়?"

মানসীয়ে তলমূৰ কৰি থকা দেখি মায়ে পুনৰ কলে: "তোৰ মাকে তোৰ বাবে যিখিনি কৰিলেহেঁতেন তাতকৈ তোৰ ককায়েৰে বহুত বেছি কৰিব। মই কৰিব নোৱাৰিলেও সি কৰিব। তোৰ বিশ্বাস নাই?"

মানসীয়ে লাহেকৈ কলে: "আছে, জেঠাইদেউ।"

মায়ে কলে: "তেন্তে মোক 'মা' বুলি মাত। মাতচোন, আজিৰপৰাই মই তোৰ মা।"

মই বিছনাত এনেয়ে পৰি আছিলোঁ। মাৰ কথা শুনি মই উঠি গৈ সিহঁতৰ ওচৰত থিয় হলোঁ। মোক দেখি মানসী থিয় হল। মই তাইৰ কান্ধত ধৰি মুখলৈ চাই দেখিলো যে তাইৰ চকুত চকুলো ওলাই আছে। মই কলোঁ: "চকুপানী মচি পেলা। মাৰ কথা শুনিছনে নাই? এইজনী আমাৰ ছুয়োৰো মা। মাতচোন মাক মাত।"

মানসীয়ে ক্ষন্তেক মোৰ চকুলৈ চাই থাকিল। তাইৰ ওঁঠ কঁপি আছিল। হঠাৎ তাই মাক সাবটি ধৰি "মা মা" বুলি কান্দিবলৈ ধৰিলে। মায়ে চকুপানী মচি তাইৰ চুলিত আঙুলি বুলাই কলে: "এয়া মোৰেই সৌভাগ্য; মোৰ এহাল ল'ৰা-ছোৱালী আছে।"

মানসীয়ে মাক 'মা' বুলিবলৈ ললে।

পিছদিনাখন বাতিপুৱা। হঠাতে মটৰৰ হৰ্ন শুনিবলৈ পালোঁ আমাৰ পদূলিত। ইমান ৰাতিপুৱাই কোন আহিল পৰ্দাৰ ফাঁকেৰে চাই মই বাহিৰ ওলাই গলোঁ। ৰূপালী আৰু তেওঁৰ দেউতাক প্ৰশান্ত বৰুৱা গাড়ীৰ ভিতৰৰপৰা ওলাই আমাৰ নঙলা পাৰ হৈ আহিব ধৰিছে। তেওঁলোকক মই ভিতৰলৈ মাতি লৈ আহিলো। বহিবলৈ কলো।

বহি লৈ ডাক্তৰ বৰুৱাই কবলৈ ধৰিলে: "যোৱাকালি মই চিলঙৰপৰা আহি পাই ৰূপালীৰ মুখত শুনিলো কেন্টিনত চাহ খাই থাকোঁতে তুমি হেনো কোনোবা মাইকী মানুহৰ দুৰ্ঘটনাৰ বিষয়ে এজন মানুহে কৈ থকা কথাখিনি বৰ মন দি শুনিছিলা আৰু দৌৰ মাৰি গুচি আহিছিলা। মই নথকা বাবে মাকে ৰূপাক অকলে আহিবলৈ নিদিলে। সেয়েহে আজি ৰাতিপুৱাতে আহিলো। কাৰ কি হৈছিল?"

মই গহীনভাৱে কলোঁ: "মোৰ খুড়ীদেউৰ এক্সিডেণ্ট্ হৈছিল।"

ডাক্তৰে সুধিলে: "খুড়ীয়েৰাৰ এক্সিডেণ্ট্? তোমাৰ খুড়া-খুড়ী আছে নেকি?"

"খুড়ীদেউ আৰু মানসীহে আছে, খুড়াদেউ নাই।"

"খুড়ীয়েৰাই কিবা কাম কৰিছিল?"

"হয় ; পৰিমল ডাক্তৰৰ ক্লিনিকত নাৰ্চ আছিল। সিদিনা ক্লিনিকৰপৰা ঘুৰি আহোঁতে বাটত দুৰ্ঘটনাটো হৈছিল।"

"এতিয়া কি হ'ল ? ভাল পালেনে ?"

মই গহীন হৈ কলোঁ : "ঢুকাল। মানসী আমাৰ লগত আছে।"

"মানসী কোন ? তেওঁৰ ছোৱালী নেকি ?"

"হয়।"

ৰূপালীয়ে সুধিলে : "আপোনাৰ ভনী এজনী আছে ; অথচ আপুনি মোক কোৱা নাছিল ?"

মই নামাতিলো। ডাক্তৰে কলে : "ভনীয়েৰাৰ লগত চিনাকি হলে ৰূপালীয়ে অৱশ্যে ভাল পালেহেঁতেন।"

"মানসীহঁতৰ লগত আমাৰ তেজৰ সম্পৰ্ক নাই। মই দশম শ্ৰেণীত পঢ়ি থকাৰ পৰাই সিহঁত আমাৰ একেবাৰে ওচৰৰ ঘৰটোত আছে।"

ডাক্তৰে সুধিলে : "তাইৰ মাকৰ মৃত্যুৰ পাছত তাইৰ যত্ন লোৱাৰ বাবে আন কোনো নাই নেকি ? তোমালোকৰ লগত ৰাখিছা বুলি যে ক'লা ?"

"খুড়ীদেউ আৰু মানসীৰ কোনো নাছিল। প্ৰণৱ চলিহাই তেওঁলোকক ইয়াতে থকাৰ বন্দোবস্ত কৰি দি গৈছিলহি।"

"চলিহা তেওঁলোকৰ কিবা হয় নেকি ?"

"একো নহয়। সিহঁতৰ বিষয়ে মই একো নাজানো।"

ৰূপালীয়ে তৎক্ষণাৎ কলে : "ভাস্কৰদা, একো নজনাকৈ লোকৰ ছোৱালীক কিয় ৰাখিছে আপুনি ? ছোৱালীজনীৰ বয়স কিমান ?"

ৰূপালীৰ প্ৰশ্নত মই আচৰিত হলোঁ। কিন্তু দেউতাকৰ সন্মুখত একো উত্তৰ নিদিলোঁ।

ডাক্তৰে কলে : "এৰা, মানুহৰ বিষয়ে একো নজনাকৈ পথৰ পথিকক আশ্ৰয় দিয়াৰ দৰে কথা হৈছে।"

"তেওঁলোক বৰ বিশ্বাসী। আজি দহ বছৰে তেওঁলোক আমাৰ ওচৰতে আছে। আৰু সাত বছৰ বয়সৰপৰাই মানসীয়ে মোক ককাইদেউ

বুলি মাত্তে। এতিয়া যে তাই সম্পূর্ণ অকলশৰীয়া হ'ল।"

এনেতে মা ওলাই আহিল। মায়ে ৰূপালীক বহিবলৈ কৈ নিজেও বহিল। ডাক্তৰক নমস্কাৰ কৰি মায়ে ক'লে: "মই গোসাঁইৰ আপনাৰ ওচৰত বহিছিলোঁ; সেয়েহে পলম হ'ল।"

ডাক্তৰে ক'লে: "নাই, নাই পলম হোৱা নাই। আপোনাক লগ ধৰিম বুলি আহিবৰ সময়কে উলিয়াব নোৱাৰোঁ। ভাস্কৰে হেনো কোৱাৰ্টাৰ পাইছে। তাতে থাকিলে অৱশ্যে আমাৰ ওচৰ হ'লহেঁতেন। মইও অহাযোৱা কৰিব পাৰিলোঁহেঁতেন।"

মায়ে কলে: "বৰ্তমান মইয়েই যাবৰ ইচ্ছা কৰা নাই। মোৰ স্কুলখন আছে নহয়। মই ভাস্কৰক সদায় কওঁ আপোনাক এদিন ইয়ালৈকে মাতি আনক। সিহে কিয় জানো মতা নাই।"

ৰূপালীয়ে হাঁহি মাৰি ক'লে: "দেউতাক মাতিব নোৱাৰে। তেখেতৰ হৈ মইহে মাতি দিব লাগে।"

মই ৰূপালীলৈ চাই মুখ ভেঙুচাই দিছোঁ। এনেতে মানসী বটা এটাত তামোল লৈ আহি দুৱাৰমুখত থিয় হ'ল। তাই থতমত খাই থিয় হোৱা দেখি মায়ে মাতিলে: "মানসী, আহ, সোমাই আহ।" মা গৈ তামোলৰ বটাটো নিজে হাতত লৈ মানসীক হাতত ধৰি মাতি আনিলে। ৰূপালীৰ দেউতাকলৈ তামোল আগবঢ়াই দি মায়ে ক'লে: "বেচেৰী ছোৱালীজনী বৰ দুৰ্ভগীয়া। মাথো মাকজনীয়ে আছিল। তাকো সিদিনা দুৰ্ঘটনাত নাইকিয়া হ'ল। বৰ্তমান মোৰ ঘৰতে মোৰ ছোৱালীৰ দৰে ৰাখিছোঁ।"

ৰূপালীয়ে মানসীক দেখাৰ লগে লগে চকু ডাঙৰ কৰি এবাৰ তাইৰ ফালে চাই মুখ ঘূৰাই খঙাল দৃষ্টিত মোৰ ফালে চাই মুখ ওন্দোলাই বাৰাণ্ডালৈ ওলাই গ'ল। প্ৰশান্ত বৰুৱাই আচৰিত হৈ মানসীৰ ফালে চাই চাই উচ্চাৰণ কৰিলে: "এইজনী ছোৱালীক—মই ক'ৰবাত দেখিছিলো নেকি? ক'ত দেখিছিলো বাৰু?"

কপালী ভিতৰ সোমাই আহি মানসীক নিৰীক্ষণ কৰি কৰি ক'লে: আপুনি দেখিছিল, দেউতা? অ' মইও দেখিছিলোঁ। কিজানি!"

কিন্তু মই লক্ষ্য কৰিলো যে মানসীয়ে ডাক্তৰৰ মুখৰ ফালে ডাঙৰ চকু কৰি চাই আছে। তাইও যেন বৰ আচৰিত হৈছে। তাৰ পাছত মই লক্ষ্য কৰিলো তাই যেন ডাক্তৰক দেখি বৰ ভয় খালে; তাই পিছুৱাই যাবলৈ ধৰিলে। মায়ে মানসীলৈ লক্ষ্য নকৰি বহাৰপৰা উঠি ভিতৰ ফালে যোৱা দুৱাৰমুখৰ পৰ্দাখন আঁতৰাই দি কলে: "সৌ যে ভিতৰ কোঠাৰ বেৰত মোৰ ফটোখনৰ লগত ওলোমাই থোৱা ফটোখন দেখিছে, সেইজনীয়ে তাইৰ মাক আছিল।"

ডাক্তৰ আৰু কপালীৰ চকু খুড়ীদেউৰ ফটোখনৰ ওপৰত থৰ হৈ থাকিল। তেওঁলোকে দুজনে সিজনৰ চকুলৈ আচৰিত হোৱাৰ দৰে চাই ঘপকৈ থিয় হ'ল। আৰু মানসীৰ যে কি হ'ল। ডাক্তৰৰ ফালে ভয়াতুৰ দৃষ্টিৰে চাই চাই তাই পিছুৱাই গৈ থাকিল। মই তাকে দেখি তাইক ধমকনি দিলো: "মানসী, কি হৈছে তোৰ?"

হঠাতে মানসীয়ে "আঁ অঁা" শব্দ কৰি ঢলি পৰিবলৈ ধৰিলে। মই মাক চিঞৰি কলো: "মা মানসীক ধৰা।"

কিন্তু মায়ে মানসীক ধৰিব নোৱাৰিলে। মানসী অজ্ঞান হৈ মাটিত পৰি গ'ল। মই মানসীক মাটিৰপৰা তুলিবলৈ তৎক্ষণাৎ আগ বাঢ়ি গলো। কিন্তু কপালীয়ে মোক বাধা দিলে: "ভাস্কৰ দা।"

কপালীলৈ চালো। তেওঁৰ চকুত খং আৰু ঈৰ্ষাৰ জুই জ্বলিছে। প্ৰশান্ত বৰুৱাৰ ফালে চাই দেখিলো যে তেখেতে থৰ হৈ স্বৰগ পৰা মানুহৰ দৰে থিয় হৈ আছে। মায়ে মানসীক তুলিব খুজি দাঙিব পৰা নাই। তাকে দেখি মই মানসীক দাঙি তুলিবলৈ তাইৰ গাত হাত দিছো। কপালী দৌৰি আহি মোৰ হাতত থাপ মাৰি ধৰি মানসীৰ গাৰপৰা মোৰ হাত দুখন এৰুৱাই দিলে। কপালীৰ ব্যৱহাৰত মই বাককৈয়ে আচৰিত হলোঁ। কপালীৰ হাতৰপৰা মোৰ হাতখন টানমাৰি এৰুৱাই আনি মই মানসীক দুহাতেৰে

তুলি ধৰি ভিতৰলৈ লৈ যাবলৈ উঠিলোঁ। ভিতৰলৈ লৈ যাওঁতে ৰূপালীলৈ চাই দেখোঁ তেওঁ সোঁহাতৰ আঙুলিবোৰ নিজৰ ওঁঠত লগাই চকু ডাঙৰ ডাঙৰ কৰি মানসীক তুলি লৈ যোৱা চাই আছে। প্ৰশান্ত বৰুৱাই লৰচৰ কৰিব নোৱৰা মানুহৰ দৰে থৰ লাগি থিয় হৈ আছে। তেওঁলোকৰ ফালে কৰ্ণপাত নকৰি মই মানসীক লৈ গৈ ভিতৰৰ কোঠাৰ বিছনাত শুৱাই দিলোঁ। মা আহি তিতা কাপোৰ এডোখৰ তাইৰ কপালত দি বিচনীৰে বিচিবলৈ ধৰিলে। মই তাইৰ নাকত স্মেলিং চল্ট ধৰিলোঁ। এনেকুৱা কৰি থাকোঁতে শুনিবলৈ পালোঁ বহা কোঠাত ৰূপালীয়ে "দেউতা" বুলি কান্দিবলৈ ধৰিছে। প্ৰশান্ত বৰুৱাৰ কণ্ঠত শুনিবলৈ পালোঁ: "মা-জনী নাকান্দিবি। আমি ইয়াৰপৰা গুচি যাওঁ বল।"

মা ওলাই গৈ ৰূপালী আৰু প্ৰশান্ত বৰুৱাক নাযাবলৈ অনুৰোধ কৰিলে। কিন্তু তেওঁলোকে মাৰ অনুৰোধ ৰক্ষা নকৰিলে। ৰূপালীৰ ফেঁকুৰণি মই শুনিবলৈ পালোঁ। ভিতৰৰপৰা মই গাড়ীখন গুচি যোৱা শব্দ শুনিবলৈ পালোঁ। অজান আশংকাত মনটো মোৰ কঁপি উঠিল। মানসীৰ চকু মুখৰ ফালে চাই দেখিলোঁ যে তাইৰ চকুৰ পতাত যেন এতিয়াও ভয়ৰ চিন পৰিলক্ষিত হৈ আছে। মই বুজি নাপালোঁ তাইৰ ইমান ভয় কিহৰ বাবে হৈছিল। কিছুসময় পাছত তাই চকু মেলিলে। মই মাতিলোঁ: "মানসী, উঠি বহিব পাৰিবি?"

তাই খকমককৈ উঠিব খুজি কলে: "পাৰিম।"

"বাৰু, উঠিব নালাগে, শুই থাক। মা তুমি অলপ তাইৰ ওচৰতে থাকা।"

মই মোৰ কোঠালৈ গুচি আহিলোঁ। ৰূপালীৰ ব্যৱহাৰে মোৰ মনত বাৰকৈয়ে আঘাত দিলে। পঢ়া মেজৰ ওপৰত ক্ষন্তেক তললৈ মূৰ কৰি মই চিন্তা কৰিব খুজিলোঁ। কিন্তু ৰূপালীৰ ওপৰত খং উঠিব খুজিলেই মই অন্তৰৰপৰা শিয়ঁৰি উঠিবলৈ ধৰিলোঁ। মনত শান্তি নাইকিয়া হ'ল। কোঠাৰ বাহিৰ হৈ মই ঘৰৰপৰা ওলাই গলোঁ।

ৰূপালীৰ ধাৰণাবোৰ ইমান তললৈ কেনেকৈ নামিবলৈ পালে ভাবি মই আচৰিত হলোঁ। ৰূপালীৰ লগত মোৰ ঘনিষ্ঠতা ইমান বেছি হৈ গ'ল যে তেওঁৰ মনত এনেকুৱা ধাৰণাই খোপনি পুতিব বুলি মই সপোনতো ভাবিব পৰা নাছিলোঁ। ইমানখিনিলৈ আগবাঢ়ি অহাৰ পাছত সন্দেহৰ জালেৰে মোক আৱৰি পেলোৱাৰ কাৰণে মই ঠিক কৰিলো যে কিছুদিন ধৰি তেওঁলোকৰ ঘৰলৈ মই নোযোৱাটো উচিত হব।

এই ঘটনাৰ পাছত মানসী কিছুদিন ধৰি বৰ মৌন হৈ পৰিল। মোক দেখিলেও যেন তাই ভয় পাইছে এনেকুৱা ব্যৱহাৰ কৰিবলৈ ধৰিলে। তাইৰ এই মানসিক অস্থিৰতাত তাইক কোনো কথা সুধিবলৈ মই সাহস নাপালো। কিন্তু প্ৰশান্ত ৰুৱাক দেখি তাই মূৰ্ছিতা হোৱাৰ কাৰণ বিচাৰি মোৰ মনৰ ভিতৰত আলোড়নৰ সৃষ্টি হ'ল। মানসীৰ এই দুৰ্ঘটনাৰ অন্তৰালত কিবা এক ৰহস্য লুকাই আছে বুলি মোৰ ধাৰণা হ'ল। কি এই ৰহস্য? মানসীয়ে যেন ৰহস্যৰ মকৰাজাল তৰিলে মোৰ সমুখত। মানসীক নিৰীক্ষণ কৰি কৰি মই দেখা পালোঁ। তাই যেন কিবা কিবি পাহৰি থাকিবলৈ যত্ন কৰে।

এদিন মাক এই বিষয়ে সোধাত মায়ে কলে: "কব নোৱাৰো, সিদিনাৰ ঘটনা বৰ আচৰিত! কিন্তু তাৰ পাছতো দুদিন নিশা টোপনিতে তাই কান্দি কান্দি চিঞৰি উঠিছিল—'মই ক'লৈ যাম? মই কি কৰিম?' তাইক সাৰ পোৱাই দি মই কি হৈছিল সোধাত তাই বেয়া সপোন দেখা বুলি কৈছিল। কিন্তু ক্ষন্তেক পাছতে তাই মোক এইদৰে প্ৰশ্ন কৰিছিল— 'মা, ককাইদেৱে মোক বৰ বেয়া পাইছে নেকি?' মই নাই পোৱা বুলি কোৱাত তাই এটা আচৰিত প্ৰশ্ন কৰিছিল। প্ৰশ্নটো হল—'ককাইদেউৰ বিয়াৰ পাছত মই ইয়াত থাকিব পাৰিমনে মা?"

মাৰ কথাবোৰ শুনি অধৈৰ্য হৈ মই কৈ উঠিলো: "মা, এইবিলাক চিন্তা তাইৰ মনত সোমাবলৈ নিদিবাচোন। শুনা মা মানসীক পঢ়ুৱাই আগবঢ়াই নিবলৈ মই প্ৰতিজ্ঞাবদ্ধ হৈছো।"

এদিন শনিবাৰে মই সোনকালে ডিপাৰ্টমেণ্টলৈ যাবলৈ ওলালো। দেখিলো মোৰ কাপোৰবোৰ বৰ পৰিপাটি হৈ ওলমি আছে। মানসীয়ে অৱশ্যে আগেয়েও এইবোৰ কাম কৰিছিল; আৰু যেতিয়াই যিযোৰ জোতা পিন্ধিম সেই যোৰ মই পোলিচ কৰিব ধৰিলে মোৰ হাতৰপৰা কাঢ়ি নি তাই পোলিচ কৰি দিছিল। কিন্তু আজি দেখিলো যে মোৰ আটাইবোৰ জোতা সুন্দৰ পোলিচ হৈ আছে; আটাইকেইটা চার্ট-পেণ্ট সুন্দৰ ইস্ত্রি হৈ আছে। ভাবিলো যে মই কোনযোৰ জোতা পিন্ধিম, কোনযোৰ পোছাক পিন্ধিম তাই নাজানে, আৰু এই কেইদিন মোক মাতিবলৈ কিবা কাৰণত তাই সংকোচ কৰি আছে। সেয়েহে বোধহয় সকলোবোৰ পোছাক আৰু জোতা সাজু কৰি ৰাখিছে। ভাত খাই উঠি ডিপার্টমেণ্টলৈ ওলাই গলোঁ। কিন্তু কিবা কাৰণত ক্লাছ নোহোৱা বাবে আৰু মোৰ মনটো ভাল নলগাৰ বাবে মই লগে লগেই ঘৰলৈ ঘূৰি আহিলোঁ। ঘৰ পাই দেখো ঘৰত কোনো নাই। মা স্কুলৰপৰা আহি পোৱা নাই বুলি বুজি পালোঁ। কিন্তু মানসী গ'ল ক'লৈ? আটাইকেইটা কোঠা বিচাৰিলো; নাই। পাকঘৰলৈ গৈ চালো; দুৱাৰত তলা বন্ধ আছে। হঠাত মই শিয়ৰি উঠিলো! তাই যদি ঘৰ এৰি গুচি গৈছে! মনত পৰিল যে তাই মূৰ্ছা যোৱা ঘটনাৰ পাছৰপৰা মোক দেখিলে আঁতৰি ফুৰে। মাৰ কথা মনত পৰিল, মই তাইক বেয়া পাই আছোঁ নেকি বুলি সুধিছিল, মোৰ বিয়াৰ পাছত তাই ইয়াত থাকিব পাৰিব নে নোৱাৰে সুধিছিল। মানসীৰ কিবা দুৰ্ঘটনা হোৱা বুলি হঠাতে মোৰ ভয় লাগি গ'ল। মই পাকঘৰৰ ওচৰলৈ দৌৰি গলোঁ। দেখিলো, বাহিৰৰ পানীৰ টেপটোৰ ওচৰত কাপোৰৰ দম এটা পৰি আছে; আৰু মানসীয়ে কাপোৰ ধুই আছে। মই ভাবিলো, এই দুপৰীয়াখন জিৰণি লবলৈ এৰি তাই বাৰু কিয় কাপোৰ ধুব লাগে। এইবোৰ কাম কৰাৰ বাবে বাই এজনী আছেই। মই চাকৰিত সোমোৱাৰ পাছৰপৰা মাক মই এইবোৰ কাম কৰিব দিয়া নাই। কাৰণ বন্ধা-বঢ়া, ঘৰখন আৰু মোৰ যত্ন লোৱাৰ উপৰিও

মাৰ স্কুল এখন আছে। •খুড়ীদেউৰ মৃত্যুৰ পাছতো মই তাৰ ব্যতিক্রম হবলৈ দিয়া নাই। কাৰণ মাৰ হাতৰপৰা বদ্ধা-বঢ়াৰ দায়িত্বখিনি মানসীয়ে লৈছে। তাৰোপৰি তাইৰ নিজৰ পঢ়া-পাতি আছেই। দুপৰীয়া অন্ততঃ তাই অকণ জিৰণি লব লাগে। ইমানবোৰ কাপোৰ তাই বহি বহি ধুই থকা দেখি মই আচৰিত হলোঁ। তাই মোক দেখা নাই। মই মাতিলোঁ: "মানসী"

তাই মোৰ ফালে চাই থিয় হ'ল। মই পুনৰ মাতিলোঁ: "এইফালে আহ।"

হাতত চাফ'ৰ ফেন সনা অৱস্থাত তাই আহিল। মই কলোঁ: "হাত ভৰিবোৰ ধুই আহচোন।"

তাই থত্‌মত্‌ খাই থিয় হৈ থকা দেখি মই পুনৰ কলোঁ: "যি কৈছোঁ তাকে কৰ।"

তাই উচ্চাৰণ কৰিলে: "কিন্তু কাপোৰবোৰ…।"

মই খং কৰি কলোঁ: "পেলাই থ কাপোৰবোৰ…। তোক হাত ভৰি ধুই আহিবলৈ কৈছোঁ নহয়।"

তাই সেমেনা-সেমেনিকৈ গৈ হাত ভৰি ধুই আহিল। মই তাইক মাতি আহি ভিতৰৰ কোঠাৰ চকীত বহিব কলোঁ। তাই বহাত মই সুধিলোঁ: "দুপৰীয়াখন তই এইবোৰ কাম যে কৰি আছ বাইজনী ক'লৈ গ'ল? তাই আজিকালি গোটেই দিন কাম নকৰে?" মানসীয়ে নামাতিলে। মই পুনৰ সুধিলোঁ: "নকৰে কিয় মানসী? বাইজনী নাহে?"

তাই উত্তৰ দিলে: "নাহে।"

মই সুধিলোঁ: "কিয় নাহে? তাই আগতে তেনেকুৱা কৰা নাই নহয়।"

মানসীয়ে তললৈ মুখ কৰি সেপ ঢুকি কলে: "মই আহিবলৈ হাক দিছো।"

"কি ? কেলেই হাক দিছ তই ? মাই এই কথা জানে ?"

"নাজানে।"

খং উঠি মই কলো : "মানসী, তই কি কৰি আছ তই জাননে ?"

ভাই ভয় ভয়কৈ কলে : "ঘৰত বেছি কাম নাই, ককাইদেউ ; মই কৰিব পাৰিম।"

তাইৰ উত্তৰ শুনি মোৰ ইমান খং উঠি আছিল যে মই দোঁহাতেৰে তাইৰ গালত ঠাচ্কৈ এটা চৰ সোধাই দিলো। লগে লগে মোৰ হাঁতখন কঁপিবলৈ ধৰিলে। আৰু লগে লগে মা সোমাই আহি দেখা পালে। মায়ে মোক প্ৰশ্ন কৰিলে : "তই তাইক কিয় মাৰিলি ভাস্কৰ ?"

মোৰ ইমান খং উঠিছিল যে মই মুখেৰে মাতিব নোৱাৰিলোঁ। মায়ে মোৰ সন্মুখলৈ আহি পুনৰ সুধিলে : "তই তাইক কিয় মাৰিলি ?"

খঙতে মই কলোঁ : "তাইকে সোধা মা, তাই কি কৰি আছে।"

মায়ে তাইৰ ওচৰলৈ গৈ সুধিলে : "তইনো কি কৰিছ মানসী ? নকৱ কিয়, তই কি কৰিছ ?"

মানসীয়ে উত্তৰ নিদি থিয় হৈ আছে আৰু তাইৰ চকুপানীবোৰ টপ্‌টপকৈ মজিয়াত পৰি আছে। মায়ে মোৰ ফালে চোৱাত মই কলোঁ : "মা তাইৰ গাত এয়া প্ৰথম হাত উঠাইছোঁ যদিও এই কাম কৰি মই শান্তি পোৱা নাই।"

মায়ে সুধিলে : "কিন্তু কি হৈছে নকৱ কিয় ?"

"তাই এই চুপৰীয়াখন কাপোৰ ধুই আছিল।"

"তাৰ কাৰণে তই তাইক মাৰিব লাগেনে ? আজি ছদিন ধৰি বাইজনী অহা নাই। সেয়েহে তাই সকলো কাম কৰিবলগীয়া হৈছে। ৰাতিপুৱাও তাই পঢ়িবলৈ সময় পোৱা নাই।"

"কথা সেইটো নহয় মা। তাই বাইক আহিবলৈ মানা কৰি দিছে আৰু নিজে বাইৰ কাম কৰিবলৈ লৈছে।"

মা চক্ খাই উঠি কলে : "কি কলি ? মানা কৰি দিছে ? মানসী

তই মোৰ ছোৱালী নহয়? মই তোৰ মা নহয়? ছিঃ ছিঃ...... ।"

মাক কথা শেষ কৰিবলৈ নিদি মই কলো: "মই মোৰ ঘৰখনত স্বৰ্গ আছে বুলি ভাবিছিলো; কিন্তু নাই।" এই বুলি কৈ মই নিজৰ কোঠালৈ গৈ মেজৰ ওপৰত মূৰ থৈ পৰি থাকিলো। এক হৃপালীয় মোৰ অন্তৰত আঘাত হানিলে; আৰু এতিয়া মানসী! যাক মই মোৰ অন্তৰৰ নিভৃত কোণৰপৰা আপোন কৰি লওঁ, যাৰ বাবে মই সকলো কৰিবলৈ প্ৰস্তুত, সেইবোৰে কিয় বাক মোৰ অন্তৰখনক মুচৰি পেলাব বিচাৰে!"

মায়ে মানসীক কোৱা মোৰ কাণত পৰিল: "যা, তাৰ ওচৰত ক্ষমা খোজগৈ। তই তাক ককাই পাইছিলি; তোৰ ওচৰলৈ ভগৱান আহিছিল; তই নুবুজিলি। মোৰ ছোৱালী নাই; তোক নিজৰ ছোৱালী কৰি লৈছিলোঁ।"

খন্তেক পাছত দেখিলো, মানসী আহি মোৰ ভৰিৰ ওচৰত বহি মোৰ ভৰিত দুয়োহাতেৰে খামুচি ধৰিছে। মই ভৰি আঁতৰাই আনিলোঁ। তাই পুনৰ ভৰিত ধৰি মাতিলে: "ককাইদেউ।"

আকৌ মই ভৰিখন আঁতৰাই আনি কলো: "এৰি দে, মই ভৰিত আজিলৈকে কাকো স্থান দিয়া নাই।"

হঠাতে তাই মোৰ ভৰি দুখন সাবটি ধৰি কান্দিবলৈ ধৰিলে। তাইৰ থোকাথুকি মাতেৰে কলে: "ককাইদেউ, মোক ক্ষমা কৰক; মই আৰু এনেকুৱা কাম নকৰোঁ।"

মই তাইৰ ফালে চালোঁ কিন্তু নামাতিলোঁ। মোৰ মৌনতা দেখিয়েই হয়তো হঠাতে মানসী মোৰ ভৰিত লুটি খাই পৰিল। তাই অচেতন হৈ যাব যেন লাগিল। মই থিয় হৈ তাইক তুলি ধৰি জোকাৰি মাতিলোঁ; তাই চকু মেলিলে। মই তাইক দুহাতেৰে ধৰি বিছনাত বহুৱাই দিলোঁ। আৰু উঠি গৈ গামোচা এখন আনি তাইৰ ওচৰত বহিলোঁ। তাই হাতেৰে মুখখন ঢাকি কান্দি আছিল। মুখৰপৰা তাইৰ হাত দুখন আঁতৰাই বাওঁহাতেৰে তাইক মোৰ কাষলৈ চপাই লৈ মই তাইৰ চকুমুখ মচি দি কলোঁ: "নাকান্দিবি। তোক মই ক্ষমা কৰিছোঁ। ইমান বছৰে তই মা

আৰু মোক বুজি নাপালি ?"

তাই মোৰ চকুলৈ চালে। মই পুনৰ কলোঁ: "তই মাথো পঢ়িবি, আৰু পাকঘৰত মাক সহায় কৰিবি। বাকীবোৰ কাম কৰাৰ বাবে তই কিয় আগবাঢ়িছ ? তেনেকুৱা কৰিলে মই বৰ বেয়া পাম তই মোৰ ভনীহে।"

তাই একো নামাতিলে। দেখিলোঁ তাইৰ নিমজ গালখনত মোৰ চাৰিটা আঙুলিৰ চিন ৰঙা হৈ লাগি আছে। বৰ দুখ লাগি গ'ল মোৰ। মই মোৰ আঙুলিৰে তাইৰ গালখন পিহি দি কলোঁ: "খুজি খুজি মাৰ নাখাবি, মানসী।"

তাই মোৰ মুখলৈ চোৱাত মই পুনৰ কলোঁ: "খুড়ীদেউৰ কথা পাহৰি যা। তোৰ মা আৰু ককাই আছে নহয়। কেৱল জন্ম দিলেই প্ৰকৃত মাক হব নোৱাৰে। ভগৱান কৃষ্ণৰ প্ৰকৃত মাক যশোদাহে আছিল। দৈৱকীয়ে জন্ম দিছিল যদিও ভগৱান বুলি জানি কৃষ্ণক ভয় আৰু ভক্তিহে কৰিছিল। যশোদাই কিন্তু কৃষ্ণক মাৰিছিল, বান্ধিছিল আৰু কোলাত লৈ ভাত খুৱাইছিল, শুৱাইছিল। চাচোন, তই মোৰ যিখন হাতত ৰাখী বান্ধিছিলি, সেইখন হাতেৰে তোক মই মাৰিলোঁ।"

দেখিলো মা দুৱাৰমুখত থিয় হৈ মোৰ কথা শুনি আছে। মানসীয়ে এইবাৰ অকণমান হাঁহি কলে: "ককাইদেউ, মই দুখ পোৱা নাই।"

কিন্তু তাই বৰ দুখ পাইছিল। মই মাৰ মুখলৈ চোৱাত মা সোমাই আহি মানসীৰ গালখন চাই কলে: "তাই যেনেকুৱা তয়ো তেনেকুৱা। দেখিছ, তাইৰ গালখন কেনেকৈ ফুলি গৈছে।"

মই নামাতিলোঁ। মানসী উঠি মাক সাৱটি ধৰি কলে: "দুখ পোৱা নাই, মা।"

ইয়াৰ পাছত মানসীয়ে হাঁহিবলৈ, ফুৰ্তি কৰিবলৈ আৰু পাঢ়িবলৈ আৰম্ভ কৰি দিলে। তাইক ঘৰত পঢ়ুৱাৰ বাবে শিক্ষক এজন নিযুক্ত কৰি দিলোঁ। ঘৰখনলৈ পুনৰ সজীৱতা ঘূৰি আহিল। মোৰ চাকৰিৰ ঠাইলৈ অহাযোৱা কৰা কামও চলি থাকিল।

## সাত

কপালীয়ে মোক আৰু লগ ধৰা নাই। মইয়ো তেওঁক লগ ধৰাৰ বাবে চেষ্টা কৰা নাই। কপালীয়ে মোৰ প্ৰতি অবিচাৰ কৰিছে বুলি মোৰ মনটোৱে বাৰে বাৰে কবলৈ ধৰিলে। মূৰ্ছিতা মানসীক সহায় কৰিবলৈ কপালী নিজেহে আগবাঢ়ি আহিব লাগিছিল। তেনে স্থলত মানসীৰ গাৰপৰা মোৰ হাতখন আঁতৰাই দিয়া কাৰ্যটো মই মুঠেই ভাল নাপালোঁ। কিন্তু কপালী, প্ৰশান্ত বৰুৱা আৰু মানসী এই তিনিজনৰ মাজত কিবা এক যোগসূত্ৰ আছে বুলি মোৰ মনত বাৰে বাৰে খুন্দিয়াবলৈ ধৰিলে। মানসীয়ে প্ৰশান্ত বৰুৱাক দেখি ভয় খাইছিল কিয়? খুড়ীদেউৰ ফটোখন দেখি কপালী আৰু প্ৰশান্ত বৰুৱা আচৰিত হৈ থিয় হৈছিল কিয়?

মাৰ মাত মোৰ কাণত সোমাল: "ভাস্কৰ, তই এদিন কপালীক মাতি লৈ নাহ কিয়?"

"কিয় মা? কপালী আৰু ইয়ালৈ আহিব বুলি মোৰ বিশ্বাস নহয়।"

মায়ে কলে: "কিছুমান ভুল বুজাবুজিত তেনেকুৱা হৈছে। কপালীক লগ পালে মই তেওঁক ভালদৰে বুজালোঁহেঁতেন।"

"মই নোৱাৰো মা। উচ্চ শিক্ষিতা ছোৱালীৰ এনেকুৱা ভুল ধাৰণা মোৰ সহ্য নহয়। আৰু তোমাৰ বুজনি কপালীয়ে মানিলেহে হৈছে।"

মা মনে মনে থাকিল।

হঠাতে মোৰ ভাব হ'ল যে মই নিজে গৈ কপালীক লগ ধৰি কিছুমান কথা সুধিব পাৰোঁ। এবাৰ চেষ্টা কৰি চাওঁ বুলি এদিন মই কপালীহঁতৰ ঘৰলৈ বুলি ওলালোঁ। অন্তৰত আশা এটা পুহি ৰাখিছো যে কপালীৰপৰা মানসীৰ বিষয়ে অন্ততঃ কিছু কথা উলিয়াব পাৰিম। মই গৈ সিহঁতৰ পদূলি মুখ পালোঁ। হঠাতে দেখিলো সিহঁতৰ গাড়ীখন মোৰ ওচৰেৰে পাৰ হৈ ওলাই গ'ল। ভিতৰত কপালী আৰু প্ৰশান্ত বৰুৱাক দেখিলোঁ। আৰু কোনোবা আছিল যদিও মন কৰা নহল।

মই থমকি ৰ'লোঁ। আচৰিত লাগিল মোৰ। আন দিনাখনৰ দৰে গাড়ী ৰখাই ৰূপালীয়ে মোক ঘৰৰ ভিতৰলৈ মাতি নিনিলে; অথবা সিহঁত য'লৈ যাবলৈ ওলাইছে তালৈ যাবলৈকো ৰূপালীয়ে মোক আজি লগ নধৰিলে। কি ভাবোঁতে কি হৈ গ'ল মই বুজি নাপালোঁ। ৰূপালীয়ে মোক নিশ্চয় দেখা পাইছে; তেন্তে? আৰু প্ৰশান্ত বৰুৱাই যেন মোক দেখা পাইও গাড়ীৰ ভিতৰত তললৈ মূৰ কৰি বহি আছে। সিহঁতৰ গাড়ীখন পদূলি পাৰ হৈ ওলাই যোৱাত মোৰ নিজকে এটা জড় পদাৰ্থ যেন লাগিল। পদূলি মুখৰপৰাই উভতি আহিম বুলি আলিবাটৰ ফালে মুখ ঘূৰালোঁ। হঠাতে মোক কোনোবাই মতা যেন পালোঁ। ঘূৰি চাই দেখো ৰূপালীহঁতৰ বাৰাণ্ডাত এজন ল'ৰা থিয় হৈ আছে আৰু মোক মাতি আছে। দেখাত প্ৰায় ২০/২২ বছৰমান বয়সৰ এজন ডেকা ল'ৰা তেওঁ। মুখত এমোকোৰা হাঁহি লৈ মোক ঘৰৰ ভিতৰলৈ সোমাই যোৱাৰ বাবে মাতি আছে। ৰূপালীহঁতৰ ঘৰৰ ভিতৰলৈ সোমাই যোৱাৰ মন মুঠেই নাছিল। কিন্তু এই ল'ৰাজন কোন আৰু কিয় মাতিছে তাক জানিবলৈ বুলি মই গৈ বাৰাণ্ডাত উঠিলোঁ। ল'ৰাজনে হাঁহি হাঁহি মোক আদৰি নিলে। আৰু বহিব দিলে। আচৰিত হৈ মই সুধিলোঁ: "আপুনি কোন?"

ল'ৰাজনে হাঁহি হাঁহিয়েই উত্তৰ দিলে: "মই ৰূপালী বাইদেউৰ মোমায়েকৰ লৰা; বৰ্তমান ইঞ্জিনিয়াৰিঙ পঢ়ি আছোঁ। আপোনাৰ লগত চিনাকি হোৱাৰ সৌভাগ্য নহলেও মই আপোনাক ভালদৰে চিনি পাওঁ। আৰু ৰূপালী বাইদেৱে বহুদিন মোক আপোনাৰ কথা কৈছে। মই আগতে আপোনাক দেখিছোঁও। মোক তুমি বুলি মাতিব।"

"হব বাৰু। পিছে ৰূপালীহঁত ক'লৈ গ'ল?"

ল'ৰাজনে উত্তৰ দিলে: "সিহঁত আটাইকেইজন আজি কাপোৰ কিনিবলৈ গৈছে। কাৰণ, মোৰ সৰু খুড়া অৰ্থাৎ ৰূপালী বাইদেউৰ সৰু মোমায়েকৰ এসপ্তাহ পিছতে বিয়াৰ দিন পৰিছে।"

মই বহাৰপৰা উঠি কলো: "ভাল বাৰু; মই এতিয়া উঠোঁ।"

"নহয়, নহয়; আপুনি এইদৰে যাব নোৱাৰে। ৰূপালী যাইদেউহঁত নাই যদিও মই আছোঁ। আৰু ইমান দিনে আপোনাক লগ পোৱাৰ বাবে মই বৰ ব্যাকুল হৈ আছিলো। আজি মোৰ সৌভাগ্য মিলিছে। আপুনি আলোচনী এখন পঢ়ি থাকক। মই অলপ জলপানৰ ব্যৱস্থা কৰোঁ।"

"এতিয়া আলোচনী পঢ়াৰ মন নাই। তোমাক বহুত ধন্যবাদ। আজিলৈ যাওঁ দেই। কেতিয়াবা লগ পাম।"

কিন্তু ল'ৰাজনে কলে: "নহয়, নহয়; অনুগ্ৰহ কৰি অলপ বহক। আপুনি—আপুনি যদি মোক অনুমতি দিয়ে তেন্তে মই আপোনাক ককাইদেউ বুলি মাতিম। মোৰ ককাইদেউ নাই।"

ল'ৰাজনৰ আন্তৰিকতা দেখি মোৰ অন্তৰত চলি থকা ধুমুহাবোৰ কিছু-পৰিমাণে সাম কাটিল। মই তাৰ ফালে মৰমৰ চাৱনিৰে চাই সুধিলোঁ: "তোমাৰ নাম কি?"

সি তৎক্ষণাৎ কলে: "মোৰ নাম হিমাদ্ৰী বৰা। মোক 'হিমু' বুলি মাতিব পাৰে।" সি মোৰ ফালে চাই হাঁহি আছে। মনতে ভাবিলোঁ, অকলশৰীয়া হৈ জন্ম ললেও মই এজনী ভনী পোৱাৰ উপৰিও আজি এজন ভাই মোৰ জীৱনলৈ প্ৰেৰণ কৰা হ'ল। মই হিমাদ্ৰীৰ কান্ধত হাত থৈ কলোঁ: "হিমু, তুমি বৰ ভাল ল'ৰা। তোমাৰ লগত চিনাকি হৈ মোৰ অশান্ত হিয়া শান্ত হৈ গ'ল।"

সি কলে: "বহক ককাইদেউ।"

মই বহিলোঁ। হিমাদ্ৰীয়ে মোৰ বাবে চাহ জলপানৰ ব্যৱস্থা কৰি উভতি আহি মোৰ ওচৰত বহিল। তাৰ ব্যৱহাৰ আৰু কথা বতৰাত সি এজন সৎ, সাহসী আৰু বুদ্ধিমান ল'ৰা যেন অনুমান হ'ল। তাৰ লগত কিছুসময় ধৰি কথা-বতৰা পাতিলোঁ। যিমানবাৰ সি মোৰ কথাৰ উত্তৰ দিছে সিমানবাৰ সি মোৰ মুখৰ ফালে চাই হাঁহিছে। হিমাদ্ৰীৰ সতে কটোৱা সময়খিনিত ৰূপালীয়ে কৰা দুৰ্ব্যৱহাৰৰ কথা মই পাহৰি থাকিব পাৰিলোঁ। ইমান কম সময়ৰ ভিতৰত সি মোক অতি মৰম আৰু সন্মান

সহকাৰে “ককাইদেউ” বুলি গ্ৰহণ কৰাত মই মোৰ ঘৰলৈ তাক নিমন্ত্ৰণ জনালোঁ। আৰু তাৰ কান্ধত মৰমেৰে স্পৰ্শ কৰি মই বিদায় মাগিলোঁ। পচুলিলৈ সি মোক আগবঢ়াই থবলৈ আহিল।

কিন্তু ৰূপালীৰ দুৰ্ব্যৱহাৰত মই বাৰুকৈয়ে মৰ্মাহত হলোঁ। বহুত যত্ন কৰিও এই আঘাত মনৰপৰা আঁতৰ কৰিব নোৱাৰিলোঁ। সেয়েহে বেছি-ভাগ সময় মই লিখা কাম কৰি অথবা বন্ধু-বান্ধৱৰ ঘৰলৈ গৈ মনটোক ব্যস্ত ৰাখিবলৈ যত্ন কৰিলোঁ। আজি-কালি লাইব্ৰেৰীৰ পঢ়া কোঠাত বহিলেও ৰূপালী মোৰ ওচৰলৈ নাহে। লাইব্ৰেৰীলৈ যোৱাটো বন্ধ কৰি কেৱল ঘৰত বহিয়েই কিতাপ পঢ়িবলৈ ধৰিলোঁ। ইতিমধ্যে কেইটামান প্ৰবন্ধ লিখি দুই-এখন আলোচনীলৈ প্ৰেৰণ কৰিছিলো। আকৌ প্ৰবন্ধ লিখাৰ বাবে অনুৰোধ আহি আছে।

এদিন হিমাদ্ৰী আমাৰ ঘৰলৈ আহিল। সি অহাত মই নথৈ আনন্দিত হলোঁ। তাৰ লগত মা আৰু মানসীক চিনাকি কৰি দিলো। কিন্তু মানসীক দেখি হিমাদ্ৰীয়ে ক'লে: “মানসী? এওঁ সেই মানসী নহয় জানো?”

মই সুধিলোঁ: “কাৰ কথা কৈছা তুমি?”

হিমাদ্ৰীয়ে কলে: “চলিহা চাৰৰ ঘৰত যে আছিল। তেওঁ যদি হয় ইমান ডাঙৰ হ'ল।”

“হয় সেইজনীয়ে; বহুবছৰ আমাৰ ওচৰতে আছিল। বৰ্তমান তাই আমাৰ লগতে আছে।”

হিমাদ্ৰীয়ে সুধিলে: “বৰ্তমান আপোনালোকৰ লগত আছে মানে বুজি নাপালোঁ।”

মই হিমাদ্ৰীক মানসীৰ সকলোবোৰ কথা ভাঙি-পাতি কলো। অৱশ্যে ৰূপালী আৰু প্ৰশান্ত বৰুৱা আহোঁতে কি হৈছিল সেইকথা নকলো। মানসীৰ কথা শুনি হিমাদ্ৰী বৰ দুখিত হ'ল। মই হিমাদ্ৰীক সুধিলোঁ, সি যদি মানসীহঁতক চলিহাৰ ঘৰত লগ পাইছিল, তেন্তে সিহঁত কেনেকৈ

চলিহাদেৱৰ ঘৰ আছি পালে সি কিবা জানে নেকি। হিমাদ্ৰীয়ে কলে যে সিহঁত কৰপৰা কেনেকৈ আহিছিল, সি নাজানে। কিন্তু সিহঁতক বিপদত পৰা দেখি এদিন চলিহাদেৱে তেখেতৰ ঘৰলৈ মাতি লৈ আহিছিল। মানসীৰ মাকে তেখেতৰ সৰু সৰু ল'ৰা-ছোৱালী হালক পঢ়ুৱাইছিল। চলিহাচাৰৰ ঘৰত গণিত শিকিবলৈ যাওঁতে সি সিহঁতক চিনি পাইছিল। সি কলে যে চলিহাদেৱক সি অত্যন্ত শ্ৰদ্ধা-ভক্তি কৰে। আজিকালিও সি তেখেতৰ ঘৰলৈ গৈ থাকে। সি হেনো মানসী আৰু মানসীৰ মাকক তেতিয়া সুবিধা পালে মাতিছিল আৰু কথা-বতৰা পাতিছিল। কিন্তু চলিহাৰ ঘৰৰপৰা গুচি অহাৰ পাছত সি আৰু সিহঁতক দেখা পোৱা নাছিল।

মই সুধিলোঁ চলিহাৰ ঘৰৰপৰা সিহঁত কিয় গুচি আহিবলগীয়া হল সি জানে নেকি? হিমাদ্ৰীয়ে কলে যে চলিহাদেৱ তেতিয়া সি পঢ়া স্কুল-খনৰ অংকৰ শিক্ষক আছিল। আৰু সি মাথো চতুৰ্থমান শ্ৰেণীৰ ছাত্ৰ আছিল। দুবছৰ পাছত চলিহাদেৱ এখন কলেজৰ চাকৰিত সোমায়। কিন্তু সি যিমান দিন চলিহাৰ ওচৰত অংক শিকিছিল সিমান দিন সি দেখা পাইছিল যে চলিহাদেৱৰ স্ত্ৰীয়ে মানসী আৰু মানসীৰ মাকক বৰ বেয়া ব্যৱহাৰ কৰিছিল। আৰু তেওঁলোকৰ মূল ঘৰত সোমোৱা নিষেধ কৰি দিছিল। মানসীক তেওঁলোকৰ লৰা-ছোৱালী হালৰ লগত কথা পাতিবলৈ বা খেলা-ধূলা খেলিবলৈ নিদিছিল। মানসীক 'জাৰজ' 'অজ্ঞাত কুলশীলা' বুলি মন্তব্য কৰা হিমাদ্ৰীৰ কাণত পৰিছিল। কিন্তু চলিহাদেৱে মানসীক মৰম কৰিছিল আৰু মাজে মাজে খোৱা বস্তু আৰু চকলেট দিছিল। হিমাদ্ৰীয়ে কলে যে সিও কেতিয়াবা মানসীক চকলেট খাবলৈ দিছিল। কিন্তু মানসীক মৰম কৰা বাবে চলিহাদেৱৰ স্ত্ৰীয়ে চলিহাৰ লগত প্ৰায়ে কাজিয়া কৰিছিল।

হিমাদ্ৰীৰ কথা শুনি বুজি পালোঁ যে চলিহাদেৱে মানসীহঁতৰ ওপৰত কৰা তেওঁৰ স্ত্ৰীৰ দুৰ্ব্যৱহাৰ সহ্য কৰিব নোৱাৰি সিহঁতক ইয়ালৈ লৈ আহিছিল। কিন্তু প্ৰশান্ত বৰুৱাক দেখি মানসী কিয় মূৰ্ছিতা হৈছিল সেই

কথা মোৰ বাবে প্ৰহেলিকা হৈ ৰ'ল। মানসীক সুধিলে তাই একো জানিব বুলি মোৰ ধাৰণা হ'ল। কাৰণ তাই ইয়ালৈ অহাৰ সময়ত মাথোঁ সাত বছৰীয়া আছিল। ভাবিলো, হয়তো সক অৱস্থাত মানসীয়ে কিবা ভয়লগা অৱস্থাৰ সমুখীন হৈছিল য'ত হয়তো প্ৰশান্ত বৰুৱাও জড়িত হৈ আছিল। মোক মনে মনে থকা দেখি হিমাদ্ৰীয়ে সুধিলে: "কি ভাবিছে?"

"ভাবিছো, সামাজিক গ্লানিৰপৰা মানসীক ৰক্ষা কৰিবলৈ মোৰ হাতত কোনো অস্ত্ৰ নাই। তাই মোৰ বাবেও অজ্ঞাতকুলশীলা। কিন্তু তাইৰ প্ৰতি মই কৰ্তব্য পালন কৰিব পাৰিম। তাইক পঢ়ুৱাই আত্মনিৰ্ভৰশীলা কৰি গঢ়ি তুলিবলৈ চেষ্টা কৰিব পাৰিম। বৰ্তমান মোৰ মা তাইৰো মা আৰু মই তাইৰ ককায়েক। কিন্তু...।"

"কিন্তু কি।" —হিমাদ্ৰীয়ে সুধিলে।

"হিমাদ্ৰী, মই এটা পৰিকল্পনা হাতত লব বিচাৰিছোঁ। মানসীক বহু দূৰলৈ পঢ়ুৱাব বিচাৰোঁ। তাইক বিয়াৰ কথা এতিয়া মই চিন্তা কৰিব নোৱাৰোঁ। কাৰণ প্ৰণৱ চলিহাৰ স্ত্ৰীৰ দৰে আন মানুহেও তাইৰ বিষয়ে জনাৰ লগে লগে বেয়া মন্তব্যহে দিব।"

হিমাদ্ৰীয়ে কলে: "উত্তম কথা, ককাইদেউ। তাই কিছুদূৰ পঢ়াশুনা কৰাৰ পাছত শিক্ষাও হব বয়সো বাঢ়িব আৰু তেতিয়া নিজৰ মতামত বা অভিৰুচি নিশ্চয় থাকিব।"

মই হিমাদ্ৰীৰ কথাষাৰ যুক্তিসংগত বুলি মানি ললোঁ; কিন্তু মই মুখেৰে নামাতিলোঁ। সুদূৰ ভবিষ্যতলৈ মই এবাৰ ভুমুকি মাৰিব বিচাৰিলো।

হিমাদ্ৰীয়ে আৰু কোৱা শুনিলো: "আপোনাৰ দৰে ককায়েক এজন পোৱা বাবে মানসীক মই ভাগ্যৱতী বুলিহে কব খোজোঁ। সমাজৰ পৰিবৰ্তন ইমান সোনকালে সাধন নহব। সেয়েহে মই প্ৰথমে ব্যক্তিক চিনি পাবলৈ শিকিবলৈ লৈছোঁ। মোৰ জীৱনত এতিয়ালৈ মই দুজন ব্যক্তি লগ পাইছোঁ, যাক মই সঁচা অৰ্থত মানুহ বুলি ভাবোঁ। এজন হ'ল মোৰ শ্ৰদ্ধাৰ চাৰ প্ৰণৱ চলিহা, আৰু আনজন ককাইদেউ আপুনি।"

মই হিমাদ্ৰীৰ কথা শুনি থাকিলোঁ যদিও মানসীক কিদৰে প্ৰথমে স্কুলখনৰ পৰীক্ষাত উত্তীৰ্ণ কৰাওঁ তাৰ কথাহে ভাবি আছোঁ। মই কলোঁ: "স্কুললৈ যোৱাৰ তাই ইচ্ছা নকৰে। স্কুলৰ ল'ৰা-ছোৱালীতকৈ তাই বহুত ডাঙৰ হৈ গ'ল। কিন্তু তাইৰ একাগ্ৰতা আৰু মনোবল আছে। তাই ইতিমধ্যে বহুত শিকিলে, তাই সৰুসুৰা ইংৰাজী কিতাপ পঢ়িবও পাৰে। প্ৰবেশিকাৰ পাঠ পঢ়োৱাৰ বাবে মই ঘৰুৱা শিক্ষক বন্দবস্ত কৰিছোঁ।"

হিমাদ্ৰীয়ে কলে: "তেনেহলে ককাইদেউ, এখন হাইস্কুলৰ প্ৰধান শিক্ষকৰ লগত কথা হৈ লওঁক।"

"এৰা, তাকেই কৰোঁ। এখন স্কুলত মায়ো কাম কৰি আছে।"

হিমাদ্ৰীৰ লগত আৰু কিছুমান ঘৰুৱা কথাবতৰা হ'ল। তাৰপাছত সি গ'লগৈ। হিমাদ্ৰীক মোৰ বৰ ভাল লাগিল। সি যেন মোক এক নতুন উৎসাহেৰে এক নতুন পথৰ সন্ধান দি গ'ল। হিমাদ্ৰীৰ অন্তৰত মোৰ প্ৰতি থকা এক পবিত্ৰ ভালপোৱাৰ সম্ভেদ পালোঁ। তাৰ বুদ্ধি, বিবেচনা আৰু প্ৰেৰণা দেখি মই তাক মনে মনে শ্ৰদ্ধাও কৰিবলৈ আৰম্ভ কৰিলোঁ।

হিমাদ্ৰীক মাজে মাজে মই লগ পাওঁ। কেতিয়াবা সি মোক তাৰ হোষ্টেললৈকে মাতি নিয়ে আৰু তাৰ বন্ধু-বান্ধৱৰ লগত চিনাকি কৰি দিয়ে। কেতিয়াবা সি মোক গুৱাহাটীতে লগ ধৰে, আৰু কেতিয়াবা সি মোৰ ঘৰলৈ আহে। কিন্তু ৰূপালীৰ কথা তাক মই এদিনো সুধিব নোৱাৰোঁ। মনটো বৰ গধুৰ গধুৰ লাগি থাকে। ৰূপালীৰ সিদিনাৰ অৱহেলাৰ কথা মনলৈ আহিলে মই শিয়ঁৰি উঠোঁ। মোৰ জীৱনৰ পৰিকল্পনাবোৰ পৰিকল্পনা হৈয়ে ৰ'ল। নিষ্ঠুৰ বাস্তৱতাই যেন মোক সঁকিয়াই দিলে:

"আহিলিযে বহুদূৰ তোৰ জীৱন বাটৰ
সমুখত দেখিলি হঠাতে অথাই সাগৰ
ঘূৰি যা ঘূৰি যা তই নাপাবি নিস্তাৰ
অৱসান কৰ তোৰ অনুসন্ধানৰ।"

কিন্তু মই ঘূৰি যাব নোৱাৰোঁ। হৃদয়ৰ বেদী মোৰ সজা হৈ গ'ল; প্ৰতিমা স্থাপন কৰা হৈ গ'ল। সাগৰ পাৰ হ'ব নোৱাৰিলে নাই। য'তেই আছো মই তাতেই থাকিম বই। প্ৰতিধ্বনি উঠি আছে স্মৃতিৰ পটত; থাকিব লাগিব বই আধৰুৱা বাটত।

বহুদিনৰ মূৰত এদিন লাইব্ৰেৰীলৈ গলো। মোৰ জীৱন নদীৰ প্ৰথমটো ঘাট এই লাইব্ৰেৰীটো যাৰ প্ৰতিখন চকী-মেজ আৰু প্ৰতিটো চেল্‌ফতে প্ৰতিধ্বনি হৈ থাকে এতিয়াও ৰূপালীৰ কথাবোৰ। পঢ়া কোঠালৈ সোমাই গৈ নভবা নিচিন্তাকৈ কিতাপ এখন উলিয়াই আনিলো আলমাৰীৰ পৰা আৰু বহিলোঁ মেজৰ ওচৰত। যিখন কিতাপ উলিয়াই আনিলো সেইখন হ'ল স্থুইডিছ নাট্যকাৰ অগাষ্ট ষ্ট্ৰীণ্ড্‌বাৰ্গৰ 'দিয়াৰ আৰ ক্ৰাইম্‌চ এণ্ড ক্ৰাইম্‌চ'। হঠাতে এই কিতাপখনত হাত পৰাত মোৰ বৰ আচৰিত লাগিল। কাৰণ এই কিতাপখনে দেখুৱাইছে যে আদালতৰ বিচাৰে অপৰাধ মষিমূৰ কৰিব নোৱাৰে; কাৰণ তাতকৈও এক উচ্চতৰ বিচাৰ আছে; সেয়া হ'ল মানুহৰ বিবেক। মোৰ চিন্তা হ'ল, বিবেক? যুক্তিৰ লগত আবেগৰ সমন্বয় নহ'লে বিবেচনা সম্ভৱ জানো? হঠাতে মূৰ তুলি দেখিলোঁ ৰূপালী অলপ দূৰত থিয় হৈ মোৰ ফালে চাই আছে। ভাবিলোঁ, মই আজি তেওঁক লগ ধৰিমেই। উঠি তেওঁৰ ওচৰলৈ যাব খোজাৰ লগে লগেই তেওঁ গুচি গ'ল। মই থৰ্‌থৰ্‌কৈ কিতাপখন আলমাৰীত ভৰাই থৈ লাইব্ৰেৰীৰ ৰাস্তালৈ ওলাই আহিলোঁ। বেগাই গৈ ৰাস্তাৰ ওচৰত মই তেওঁক আগভেটা দি ধৰিলোঁ। তেওঁৰ চকুলৈ চাই মাতিলোঁ: "ৰূপালী, কি হৈছে তোমাৰ?" তেওঁ মোৰ ফালে তীক্ষ্ণ দৃষ্টিত চাই আকৌ খোজ লব খোজাত মই তেওঁৰ পিছ ললোঁ। তেওঁ আলিটো পাৰ হৈ গৈ গছৰ মাজৰ সৰু বাটটোৰে সোমাই গ'ল। মই গৈ বাটটোৰ সৰু কেঁকুৰি এটাত তেওঁক ৰখালোঁ। মই কলোঁ: "তুমি মোক দেখা নিদিয়া কিয়, ৰূপালী? মই আজি তোমাক এৰি নিদিওঁ।"

ৰূপালীৰ চকু সেমেকি উঠিল। একেই তীক্ষ্ণ দৃষ্টিৰে চাই কলে: "কিয় দেখা দিয়া নাই আপুনি নজনা নহয়। আপুনি ব্যতিক্ৰম হৈছে।"

"ৰূপালী, বহুত হৈছে। সাজিব খুজিছিলোঁ কাৰেংঘৰ; তাক বালিৰ ঘৰত পৰিণত নকৰিবা।"

ৰূপালীয়ে কলে: "কৰিছে আপুনি, মই নহয়। মই সিদিনাহে বুজিলোঁ।"

"ৰূপালী বুজিবলৈ চেষ্টা নকৰা কিয়? সিদিনা মানসী মূৰ্ছা গৈছিল।"

ৰূপালী অধৈৰ্য হৈ চিঞৰি উঠিল: "মানসী, মানসী, মানসী। মই আপোনাৰ কোনো নহয়।"

মই তেওঁৰ ওচৰ চাপি গৈ কলোঁ: "মোৰ চকুলৈ চোৱা ৰূপালী। মোৰ ওপৰত তোমাৰ বিশ্বাস নাই? আহাচোন আমি এঠাইত বহোঁগৈ।"

কিন্তু ৰূপালীয়ে কান্দি কান্দি গুচি গ'ল। মই আকৌ এবাৰ মাতিলোঁ। নাই ঘূৰিয়ে নাচালে। আচৰিত লাগিল মোৰ ৰূপালীৰ এই অহৈতুক সন্দেহ আৰু যুক্তিহীন দুখৰ প্ৰকাশ।

## আঠ

বহুত ৰাতিলৈ টোপনি নাহিল মোৰ। ৰূপালীক বুজাবলৈ চেষ্টা কৰাটো যে বৃথা তাক আৰু জানিবলৈ বাকী নাথাকিল। আহিব ধৰা দিনবোৰৰ বিক্তভা, শূন্যতা আৰু বিফলতাৰ মহাসাগৰত ভৰি দিছোঁ মই। পালহীন, বঠাহীন নৌকাখন বতাহৰ ঠেলাত যেন উটি ভাহি গৈছে; কেতিয়া গৈ মহাসাগৰৰ অতল গৰ্ভত প্ৰবেশ কৰোঁ তাৰ ঠিকনা নাই। অথবা অক্টোপাচৰ চেপাত কেতিয়া মৰিমূৰ হওঁ তাৰো ঠিকনা নাই। বহুত চেষ্টা কৰিও টোপনি আনিব নোৱাৰিলোঁ। অৱশেষত হয়তো পুৱতি নিশাহে টোপনি আহিল। সেয়েহে ৰাতিপুৱা উঠোঁতে পলম হ'ল। টোপনি ভঙাৰ লগে লগে

বিছনাৰপৰা উঠি ঘড়ীটো চাই দেখিলোঁ বেলি ভালেমান হৈছে। খৰ্‌ধৰ্‌কৈ উঠি আহিলোঁ। দেওবাৰ আছিল বাবে বিশেষ চিন্তাও নকৰিলোঁ। মুখখন ধুই গা ধুবলৈ বুলি ওলাই গলোঁ। গা-ধোৱা কাম শেষ কৰি পোনে পোনে বহাকোঠালৈ আহিলো। উজাগৰ নিশাৰ প্ৰভাৱত গা মন সকলো গধুৰ গধুৰ লাগি আছে। বহাকোঠাত গৈ আৰামী চকীখনত বহিম বুলি ভাবোঁতে দেখিলোঁ মানসী আৰামী চকীখনত বহি তাইৰ বাবে অনা কিতাপবোৰ ওচৰৰ টেবুলত ৰাখি এখন কিতাপ হাতত লৈ পঢ়ি আছে। তাইক আমনি দিবৰ মন নগল। বেতৰ চকী এখন বাহিৰৰ বাৰাণ্ডালৈ উলিয়াই লৈ গৈ বহিলোঁ। ৰাতিৰ অবসাদ গাৰপৰা গুচাই নাই। মানসী উঠি আৰামী চকীখন আনি মোৰ ওচৰত পাৰি দি কলে: "ককাইদেউ, আপোনাৰ গা ভাল নহয়?"

"ৰাতি ভাল টোপনি নাহিল।"

"ইয়াতে বহক। মই চাহ জলপান আনো। খালে ভাল পাব।"

তাই ভিতৰ সোমাই গ'ল। মই আৰামী চকীত বহিলো। অলপ পাছতে তাই চাহ আৰু খোৱাবস্তু লৈ আহি এখন সৰু মেজৰ ওপৰত ৰাখি মোৰ ওচৰত দিলে।

"তইঁতে খালিনে নাই?"

"মা গোসাঁই ঘৰৰপৰা ওলোৱা নাই। ওলালে একেলগে খাম।"

মই খাই খাই সুধিলোঁ: "কিতাপ পঢ়ি আছিলি? কোনখন কিতাপ?"

তাই গৈ মেজৰ ওপৰৰপৰা এখন ইংৰাজী কিতাপ আনি দেখুৱালে। তাই কলে যে তাই তাৰে তিনিটামান লেচন ভালদৰে কৰিব পাৰিছে।

"মানসী, এইদৰে হলে তই দুই বছৰৰ ভিতৰতে প্ৰৱেশিকাৰ course আয়ত্ব কৰিব পাৰিবি। মাথো মনপুতি পঢ়িব লাগিব। মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হলে তোক কলেজত পঢ়ুৱাম, তাৰ পাছত বিশ্ববিদ্যালয়, আৰু তাৰ পাছত... ।"

তাই টপৰাই উত্তৰ দিলে: "আগতে মেট্ৰিক পাছ কৰোঁচোন।"

"কৰিবি, নিশ্চয় কৰিবি। নহলে তোক বিজ্ঞানৰ অধ্যয়ন কৰিব দিম। ক মানসী, তই মনপুতি পঢ়ি মোৰ উদ্দেশ্য পূৰণত সহায় কৰিবি ?"

"পঢ়িম ককাইদেউ। আপোনাৰ উপযুক্ত ভনী হবলৈ চেষ্টা কৰিম।"

"বৰ ভাল কথা। এতিয়া যা, ভিতৰৰ কোঠাত পঢ়ি থাকগৈ। মই অলপ অকলে থাকো।"

দিনটো ঘৰতেই বহি কটাই আবেলি ৪ মান বজাত সংযুক্তিৱাদী সমালোচকবোৰৰ এখন সমালোচনাৰ কিতাপ পঢ়ি আছিলো। এনেতে আমাৰ বাস্তাত মটৰ বোৱাৰ শব্দ শুনি বাৰাণ্ডালৈ ওলাই আহিলোঁ। দেখো ৰূপালীহঁতৰ গাড়ীখন আমাৰ নঙলাত ৰৈছে। হিমাদ্ৰী আৰু ৰূপালী আমাৰ ঘৰৰ পিনে আহিছে। ৰূপালীয়ে ধুনীয়াকৈ সাজি কাছি আটকধুনীয়া হৈ আহিছে। মনটো বিষাদেৰে ভৰি আছিল যদিও ৰূপালীক দেখাৰ লগে লগে মনতে অলপ আনন্দ অনুভৱ কৰিলোঁ। কিন্তু ৰূপালীৰ আজিৰ যাত্ৰা কিহৰ ওপৰত প্ৰতিষ্ঠিত হৈছে তাক জানিবৰ বাবে যেন মনটো উদ্বাউল হোৱা নাই। কাৰণ আজিৰ সাক্ষাৎকাৰে মোৰ জীৱনলৈ কি কঢ়িয়াই আনে সেই কথা অনিশ্চয়তাৰ গৰ্ভত। কিয়নো ৰূপালীৰ মুখমণ্ডলত লেশমানো উজ্জ্বলতা মই দেখা নাপালোঁ।

মোৰ ওচৰত মানসী থিয় হৈ আছে আৰু সিহঁত অহাৰ ফালে চাই আছে। কিন্তু আগৰ দিনাখনৰ দৰে আজি তাই ভয় খোৱা নাই। ৰূপালীলৈ ক্ষন্তেক চাই থাকি মানসী ভিতৰলৈ সোমাই যাব খুজিছিল। মই তাইক বাধা দিলোঁ আৰু ৰূপালীক দেখাকৈ তাইৰ হাতখন ধৰি থাকিলোঁ। সিহঁত আহি আমাৰ সন্মুখত থিয় হ'ল। ৰূপালীয়ে আমাৰ ফালে চাই লগে লগে মুখখন ঘূৰালে।

মই মানসীৰ হাত এৰি দি মাতিলো: "হিমু, ভালনে তোমাৰ ? আহা, ভিতৰলৈ আহা।" হিমু সোমাই আহি বহিল। ৰূপালী দুৱাৰমুখত থিয় হৈ থাকিল। মই তেওঁক বহিবলৈ নকলোঁ।

মানসীয়ে আগবাঢ়ি গৈ ৰূপালীক কলে: "বহক, ৰূপালী বাইদেউ।"

ৰূপালীয়ে মোৰ ফালে কেৰাহিকৈ চাই থিয় হৈ থাকিল। হিমুৱে কলে: "ৰূপালী বাইদেউ, বহা। তুমিয়ে মোক মাতি আনিছা; আৰু তুমিয়ে নবহা।"

মই ৰূপালীৰ ফালে চাই চকীখন দেখুৱাই দিলো আৰু কলো: "নিজ ইচ্ছাত অহা হল যিহেতু নিজ ইচ্ছাত বহিব পাৰি।"

ৰূপালী বহিল। মই পুনৰ কলোঁ: "এতিয়া অহাৰ কাৰণ নিশ্চয় জানিব পাৰিম। তুমিয়েই কৈ দিয়া হিমু। আন কাৰো মুখৰপৰা শুনাৰ মোৰ ধৈৰ্য নহব।"

হিমুৱে কলে: "ককাইদেউ, মহাসমৰ চলি থকা কথা মই নাজানিছিলোঁ। এতিয়াহে জানিলোঁ।"

হঠাতে হিমাদ্ৰীৰ ফালে চাই মই কলো: "হিমু, তোমাৰ সিদিনাৰ ব্যক্তিক চিনি পাবলৈ শিকা কথাষাৰ মনত পৰিছে। আচলতে আমাৰ সমাজত বেছিভাগ মানুহক চিনি পাবলৈ টান। তথাকথিত আমোদ প্ৰমোদ অথবা আৰাম উপভোগৰ চেপাত কিছুমান সঁচা ব্যক্তিৰ জীৱন ধ্বংস হোৱা মানে মানৱ জাতিৰ ধ্বংস। বিজ্ঞানে মানুহক বশ কৰি পেলাইছে; কিন্তু মানুহৰ কু-অভিপ্ৰায়ক বশ কৰিব পৰা নাই কিয় তুমি জানানে?"

হিমুৱে সুধিলে: "কিয় ককাইদেউ?"

"কাৰণ বিজ্ঞানে কেৱল matter জানে। কিন্তু বিজ্ঞানীবোৰে matter আৰু spirit দুয়োটাকে জানে আৰু দুয়োটাৰে মিলন ঘটাব বিচাৰে। বিজ্ঞানৰ আবিষ্কাৰবোৰক ব্যৱহাৰ কৰা মানুহক spirit ক পাহৰি যাব লাগে বুলি বিজ্ঞানীয়ে কেতিয়াও কোৱা নাই। মহাবিশ্বক জয় কৰিব খোজা বিজ্ঞানীয়ে মানৱ জাতিক ধ্বংস কৰিবলৈ কেতিয়াও খোজা নাছিল। মানুহে কেৱল পোৱাৰ হেঁপাহত মানুহৰ এটা দিশ, spiritual side, সম্পূৰ্ণৰূপে পাহৰি গৈছে।"

ক্ষন্তেক মৌন হৈ মই ৰূপালীলৈ লক্ষ্য কৰিলো। তেওঁ তললৈ

মুৰ কৰি বহি আছে। মই পুনৰ কলো ঃ "এলবার্ট আইনষ্টাইনে হেনো হিৰোচিমা আৰু নাগাচাকি ধ্বংস হোৱাৰ পাছত মানসিক যন্ত্ৰণাগ্ৰস্ত হৈ অসুখত পৰিছিল। মাজে মাজে ভাবোঁ, মানুহবোৰ বৰ্বৰ হৈ থকাতেঁতেন ভাল আছিল। তেতিয়া নিৰাপত্তা নাছিল আৰু হিংসুক প্ৰবৃত্তিবোৰ অদমিত হৈ আছিল সঁচা কথা। কিন্তু আজি কালিৰ মানৱ সমাজৰ হিংসুক প্ৰবৃত্তি বেছি ভয়াবহ হবলৈ ধৰিছে। এতিয়াৰ হিংসুক প্ৰবৃত্তিয়ে মানুহক তিল তিলকৈ হত্যা কৰে; নহয় জানো?"

হিমাদ্ৰীয়ে কি কব ভাবি নাপাই থেৰোগেৰো কৰি কলে: "ককাইদেউ মই···মই··· ।"

তাক বাধা দি মই পুনৰ কলো: "তেনেহলে ইয়াৰপৰা ৰক্ষা পোৱাৰ উপায় কি? বাৰ্নাৰ্ড শ্বৰ Back to Methuselah ইয়াৰ একমাত্ৰ উপায় হব নোৱাৰে কাৰণ সেইখন এখন Boring world যি পৃথিৱীত ডেকাকাল মাথো ৪ বছৰ আৰু সমস্ত জীৱন কেৱল চিন্তা চৰ্চাত কটাব লাগে, তেন্তে মানুহে কৰ্তব্য কৰিব কেতিয়া? কৰ্তব্যহীন চিন্তা-চৰ্চা নিস্ফল। যৌৱন কালটো হ'ল প্ৰেম আৰু কৰ্তব্যৰ সময়।"

মই কপালীলৈ কেৰাহিকৈ চালো। তেওঁৰ মুৰটো তললৈ গৈ আছে। মই কৈ গলো: "স্বামী বিবেকানন্দৰ বেদান্ত সূত্ৰ—মানৱপ্ৰেম আৰু কৰ্তব্য—এই ক্ষেত্ৰত অতুলনীয়। কাৰণ তেওঁৰ মতে প্ৰেমেই ভগৱান আৰু ভগৱান মানেই জীৱন। তেওঁৰ মতে প্ৰেম এবিধ উৎকৃষ্ট শক্তি, কিন্তু without intellect we fall into crude errors। সেয়েহে প্ৰেমৰ লগতে চিন্তা আৰু কৰ্তব্যও জড়িত হৈ আছে। কিন্তু যুগৰ পৰিবৰ্তনৰ লগে লগে চিন্তা আৰু কৰ্তব্যৰ দিশ পৰিবৰ্তন হোৱা উচিত নহয় জানো?"

"হয় ককাইদেউ।"

"এৰা, বহুতো মনীষীয়ে বিপ্লৱৰ কাৰ্যকাৰিতা আৰু উপকাৰিতাৰ বিষয়ে সুন্দৰ উদাহৰণ দাঙি ধৰিছে, যেনে ধৰা, কাৰ্লমাৰ্ক্স। কিন্তু

বিপ্লৱৰ পাছত এখন সুস্থ সমাজৰ পৱিত্ৰ বাতাৱৰণৰ উপায় কোনেও দিব পৰা নাই। কাৰণ যুগে যুগে সামাজিক বাতাৱৰণৰ পৰিৱৰ্তন হৈ থাকে। গতিকে পৰিবৰ্তনৰ লগে লগে নতুন নতুন উপায় উদ্ভাৱন কৰিবই লাগিব।"

হিমুৱে কলে: "এয়া সঁচা কথা ককাইদেউ।"

"কিন্তু এটা কথা, মানুহৰ basic গুণবিলাকৰ এবাৰ সংশোধন কৰিলেই এইবোৰৰ পৰিবৰ্তনৰ দৰকাৰ নাই। এই basic অৰ্থাৎ spiritual qualitiesবিলাকৰ সম্পৰ্ক অন্তৰৰ সৈতে। চিন্তাই একদফীয়া কামহে কৰিবলৈ সক্ষম হয়। চিন্তাৰ লগত সমন্বয় ৰক্ষা কৰিব লাগিব অনুভূতি বা উপলব্ধিয়ে। reason বা intellect ৰ লগত will অথবা heartৰ মিলন বৰ প্ৰয়োজন।"

মই আকৌ কলো: "সময়ৰ বাবে মই মুঠেই প্ৰস্তুত নাছিলো। মই বিচাৰিছিলো শান্তি—এক নিৰৱচ্ছিন্ন অনাবিল শান্তি। কিন্তু কিহবাই মোক সমৰথলিলৈ গতিয়াই দিলে—কিহে গতিয়ালে মই বুজি নাপালোঁ।" এইদৰে কৈ মই হাঁহিলো।

এনেতে মানসীয়ে প্লেটত ফলমূল আৰু মিঠাই আনি সকলোকে খাবলৈ কলে। ৰূপালীৰ প্লেটখন মানসীয়ে তেওঁৰ সমুখত থলে। হিমুৱে খাই খাই কবলৈ ধৰিলে: "মই চলিহা চাৰৰ ঘৰলৈ যাম বুলি হোষ্টেলৰ পৰা ওলাওঁতেই ৰূপালী বাইদেউ আহি মোক ইয়ালৈ মাতি আনিলে। ৰূপালী বাইদেউ, তুমিচোন খোৱাই নাই।"

ৰূপালীয়ে কলে: "মই ইয়াত খাবলৈ অহা নাই। মোৰ দৰকাৰী কথা আছে।"

ৰূপালীয়ে তললৈ মূৰ কৰি আছে। হঠাৎ হিমু থিয় হৈ যাবলৈ ওলাল। "ৰূপালী বাইদেউ, তুমি পিছত যাবা।" এই বুলি কৈ মোক মাত লগাই হিমু গ'লগৈ।

এনেতে মা ওলাই আহি ৰূপালীৰ ওচৰত বহিল। ৰূপালীক মূৰ পিহি মৰম কৰি কলে: "ৰূপালী আইটি, তুমি অহাত মই বৰ ভাল

পাইছোঁ। দেউতাৰাকো এদিন লৈ আহিবা, আইটি।"

ৰূপালীয়ে কোনো উত্তৰ নিদিলে। মায়ে পুনৰ কলে: "খোৱা আইটি; সিদিনা দুৰ্ঘটনাটো হোৱাত মই বৰ দুখিত। তোমাৰ দেউতাৰাৰ লগত কথা পাতিব নোৱাৰিলো। তেখেতক বেয়া পাবলৈ হাক দিবা। খোৱা।" এইবুলি মায়ে খোৱাবস্তুৰ প্লেটখন ৰূপালীৰ আগত দাঙি ধৰিলে। কিন্তু ৰূপালীয়ে প্লেট স্পৰ্শ নকৰিলে; মাৰ কথাৰো উত্তৰ নিদিলে।

মই মাক কলো: "মা তুমি মনে মনে থাকা। নহ'লে ইয়াৰপৰা গুচি যোৱা।"

মায়ে থিয় হৈ কলে: "ভাল বাৰু, মই যাওঁ। কিন্তু তই ছোৱালী-জনীক সেইদৰে গুচি যাবলৈ নিদিবি।"

মা ভিতৰ সোমাল। মই ৰূপালীৰ ফালে খঙেৰে চাই বহি থাকিলোঁ। নামাতিলোঁ। তেওঁ একো নোকোৱা দেখি মই চকীৰপৰা উঠিলোঁ। লগে লগে তেওঁ মোৰ ফালে চাই কলে: "মোৰ অলপ কথা আছে।"

"কথা কোঁৱাৰ বাবে বহুত সুবিধা দিয়া হৈছিল; তাক গ্ৰহণ কৰা হৈ নহ'ল; বৰং অৱহেলা কৰা হ'ল।" মই বহিলোঁ।

তেওঁ তললৈ মুৰ কৰি কলে: "মই নিৰুপায়; আৰু ইয়াত পৰিবেশ নাই।"

"পৰিবেশ গ্ৰহণ কৰিব নোৱাৰিলে মই কি কৰিম?"

"মোক পৰিবেশ লাগে। নহলে মই গুচি যাম; আৰু কেতিয়াও নাহোঁ।"

মই তেওঁৰ ফালে এক মুহূৰ্ত চাই থাকি উত্তৰ নিদি ঘৰৰ ভিতৰলৈ সোমাই যাবলৈ থিয় হলোঁ। হঠাৎ ৰূপালী উঠি আহি মোৰ হাতত খামোচ মাৰি ধৰি অনুনয়ৰ সুৰত কবলৈ ধৰিলে: "মাত্ৰ এবাৰ মোক কথা পাতিবলৈ সুবিধা দিয়ক; তাৰ পাছত মই আপোনাক জুলুম নকৰোঁ।"

মোৰ বেছিকৈ খং উঠি আহিল। অলপ টানকৈ কলোঁ: "নোকোৱা কেলৈ? ইমানকৈ যে পাতনি মেলিছা।"

ৰূপালীৰ দুগালেৰে চকুলো বৈ আছিল। তেওঁ মোৰ সন্মুখত তলমূৰ কৰি থিয় হৈ থাকোঁতে ফেঁকুৰণি ওলাল।

"ব'বা। মই কাপোৰ সলাই ওলাই আহোঁ।"

মই ভিতৰ সোমাই গলোঁ। মা আৰু মানসীয়ে মোৰ মুখৰ ফালে চাই আছে। মই মাক কলো যে মই অলপ বাহিৰলৈ ওলাই যাওঁ। মই বাহিৰলৈ ওলাই অহাত ৰূপালী উঠি আহি গাড়ীত বহিল। ময়ো বহিলোঁ। ৰূপালীয়ে গাড়ী চলাবলৈ ধৰিলে। মই তেওঁৰ হাত দুখনত ধৰি কলোঁ: "এৰি দিয়া; আজি গাড়ী চলালে তুমি কি কৰা ঠিক নাই।"

তেওঁ শান্তভাৱে গাড়ী ৰাখি মোক ঠাই এৰি দিলে। মই গাড়ী চলাবলৈ ধৰিলোঁ। ৰূপালীয়ে উদাস উদাস দৃষ্টিৰে আগলৈ চাই আছে। কাৰো মুখত কথা নাই।

ব্ৰহ্মপুত্ৰৰ পাৰৰ এখন সৰু পাৰ্ক। তাৰে ওচৰত গাড়ী ৰখাই নামি গলোঁ। ৰূপালীক হাতত ধৰি নমাই দি পাৰ্কখনলৈ সোমাই গলোঁ। নৈ খনৰ ফালৰপৰা ৰিব্ ৰিব্ মলয়া বতাহ আমাৰ গালৈ বৈ আছিল। পাৰ্কত তেতিয়া মানুহ নাছিল। বেঞ্চ এখনত বহি পৰিলোঁগৈ। ৰূপালী নিৰ্বিকাৰ আৰু মৌন হৈ বহি ৰ'ল। উদাসভাৱে পানীলৈ চাই চাই বহি থকা ৰূপালীক হঠাতে কোনোবা খনিকৰে বছৰবছৰ ধৰি সাধনা কৰি গঢ়ি উলিওৱা এটি পূৰ্ণাংগ মূৰ্তি যেন লাগিল। কিন্তু তেওঁৰ নিৰৱতাখিনি উপভোগ কৰিব নোৱাৰি মই মাতিলোঁ: "ৰূপালী, কি হ'ল? কথা নোকোৱা?"

ৰূপালীয়ে মোৰ চকুলৈ চালে। তেওঁৰ চকুযুৰি বৰ ক্লান্ত আৰু উদাস। মই তেওঁৰ ওচৰ চাপি গৈ তেওঁৰ হাত এখন মোৰ হাতৰ মাজত লৈ কলোঁ: "তুমি মোক খং নকৰিবা। যোৱা কেইদিনত মই অন্তৰত যি আঘাত পাইছিলো সেইবোৰ আজি ভাল হৈ গ'ল। তোমাৰ কথা শুনাৰ বাবে আগ্ৰহেৰে বৈ আছোঁ।"

ৰূপালীয়ে তললৈ মূৰ কৰি কলে: "আপুনি মানসত কৈছিল

আপোনাৰ চিত্ৰ মোৰ বুকুত আঁকা হৈ গৈছে আৰু মোৰ চিত্ৰ আপোনাৰ বুকুত।"

মই হাঁহি মাৰি তেওঁৰ মুখখন মোৰ দুহাতৰ মাজত ৰাখি কলোঁ: "সেই কথা এতিয়াও কম আৰু আগলৈও কৈ থাকিম। তাত কোনো সন্দেহৰ থল নাই, ৰূপালী।"

মোৰ মুখলৈ চাই ৰূপালীয়ে কলে: "তেন্তে আমাৰ মাজত ইমান ব্যৱধান কিয়?"

"ব্যৱধান? ব্যৱধান তুমি ক'ত দেখিলা?"

নিজৰ হাত দুখনৰ মাজত মুখ লুকুৱাই কান্দি কান্দি ৰূপালীয়ে কলে: "মই জীয়াই থাকিব বিচাৰোঁ। মোক আপুনি জীয়াই থাকিবলৈ দিয়ক।"

ইতিমধ্যে এন্ধাৰ হওঁ হওঁ হৈছে; কাৰণ এয়া ফাগুনৰ সন্ধিয়া। ৰূপালীক গাৰ ওচৰলৈ টানি আনি তেওঁৰ মুখখন দাঙি ধৰি সুধিলো: "তুমি কান্দিছা কিয়? তোমাৰ দুখ কিহত? সেই জোনটো চোৱাচোন; এই নদীখন চোৱা; এই ধুনীয়া জোনৰ পোহৰ, এই ধুনীয়া পাৰ্কখন। এইবোৰ প্ৰকৃতিৰ বস্তু; এইবোৰ নিৰ্ভাজ পবিত্ৰ। এইবোৰৰ মাজত তোমাৰ আৰু মোৰ ভালপোৱা পবিত্ৰ। কাৰণ আমিও প্ৰকৃতিৰ সৃষ্টি। ভুল নুবুজিবা ৰূপালী।"

ৰূপালীয়ে কলে: "ভুল বুজিলে শুধৰাব পাৰিলোঁহেঁতেন। তাত দুখ কৰিবলগীয়া নাছিল। কিন্তু চকুৱে জানো ভুল দেখে?"

মই তেওঁক দুয়োহাতেৰে আঁকোৱালি লৈ কলো: "চকুৱে কেতিয়াবা কেতিয়াবা ভুল দেখে। ভালদৰে কোৱাচোন, কি কব খুজিছা।"

ৰূপালী মোৰ বাউসীত আধাশোৱা অৱস্থাত বৈ মোৰ চকুলৈ চাই প্ৰশ্ন কৰিলে: "মানসীক আপোনাৰ ঘৰত কিয় আশ্ৰয় দিবলগীয়া হ'ল?"

মই সামান্য হাঁহি ৰূপালীৰ কপালৰ চুলিখিনি আঙুলিৰে স্পৰ্শ কৰি কলো: "মানসী মাউৰা হ'ল। তাই মোৰ ভনী। দহ বছৰমান আগেয়ে যেতিয়া তাইৰ মাত্ৰ ছয়-সাত বছৰমানহে হৈছিল, তেতিয়াই মোৰ মায়ে

তাইক মোৰ ভনী কৰি লৈছিল। এতিয়া তাই মাউৰা হোৱাত মোৰ মায়ে তাইক আশ্ৰয় দিছে। মোৰ মাক তাই মা বুলি মাতে আৰু মোক ককাইদেউ বুলি মাতে। তাইক মোৰ ঘৰত আশ্ৰয় নিদিলে তাই ক'লৈ যাব? তাইৰ কোনো নাই নহয়।"

"আপুনি মোক ইমান দিনে এই কথা কিয় কোৱা নাছিল?"

"কবলৈ সুবিধা পোৱা নাছিলোঁ। আৰু ইমান দিন তাই মাকৰ লগতে আছিল। এইবোৰ সৰু কথা, ৰূপালী।"

"সৰু কথা নহয়। মানসীৰ বাবে মই জীয়াতু ভুগিবলগীয়া হৈছে।"

"ৰূপালী, মানসীৰ লগত তুমি নিজক তুলনা নকৰিবা। তাই বৰ নিৰ্জু; একেবাৰেই অশিক্ষিতা। তোমাৰ মোৰ দৰে মানুহে তাইক আশ্ৰয় নিদিলে তাইৰ মৃত্যু হব। তাইক ৰক্ষা কৰাটো আমাৰ কৰ্তব্য, ৰূপালী।"

"বুজি পালো, আপুনি তাইক ভনীৰ আসন দিছে। কিন্তু তাইৰ মাকৰ অতীত আপুনি নাজানে। তাই এজনী দেউতাক নোহোৱা ছোৱালী।"

"এইবোৰ অযুক্তিকৰ কথা। বাৰু, মোৰ জানো দেউতা আছে?"

"নাই। কিন্তু আপুনি সৰু থাকোঁতেই আপোনাৰ দেউতাকক হেৰুৱাইছিল। আপোনাৰ বিধৱা মাৰ সমাজত এটা ভাল স্থান আছে। মানসীৰ মাকৰ দৰে তেখেত বাগৰি ফুৰা নহয়। কিন্তু মানসীৰ মাক এজনী বিয়া নোহোৱাকৈ বাগৰি ফুৰা মানুহ, অৰ্থাৎ পতিতা।"

মোৰ অন্তৰৰ দুৱাৰত যেন কোনোবাই খুন্দিয়াই দিলে—পতিতা? সিদিনাৰ মানসীৰ মূৰ্ছিতা হোৱা দৃশ্য আৰু প্ৰশান্ত বৰুৱা আৰু ৰূপালী আচৰিত হোৱা দৃশ্য মানস চকুত ভাহি উঠিল।

"ৰূপালী, খুড়ীদেউৰ বিষয়ে তুমি জানা? কোৱা ৰূপালী, সঁচাকৈ মানসী পতিতাৰ ছোৱালী? তুমি কেনেকৈ জানিলা?"

ৰূপালীয়ে কলে: "মোৰ দেউতা এবাৰ শিৱসাগৰলৈ বদলি হোৱাৰ সময়ত মোৰ প্ৰায় দহ বছৰমান হৈছিল। যিথন হস্পিতাললৈ দেউতা

বদলি হৈছিল তাতে মানসীৰ মাকে কাম কৰিছিল। এদিন মোৰ আৰু দেউতাৰ সমুখত মানসীৰ মাক মূৰ্ছিতা হৈ পৰি গৈছিল। মানসীৰ তেতিয়া বোধহয় ছয় বছৰমান বয়স হৈছিল। কিন্তু তাইৰ নাম মানসী বুলি মই জনা নাছিলোঁ। সিদিনা তাইৰ মুখৰ ছবিটো মোৰ ভালদৰে মনত পৰা নাছিল। মাকৰ ফটোখন দেখাৰ লগে লগে আমি সকলো বুজিব পাৰিছিলোঁ।"

"কিন্তু তেওঁ পতিতা বুলি কেনেদৰে জানিলা ?"

"শিৱসাগৰত মানুহৰ মুখে মুখে সিহঁতৰ কথা আলোচনা হৈছিল। মানসীৰ মাক অবিবাহিতা আছিল অথচ এজনী ছোৱালীৰ মাক হৈছিল।"

"মানুহৰ মুখৰ কথাই যথেষ্ট প্ৰমাণ হব নোৱাৰে। ইয়াতো প্ৰণৱ চলিহাৰ স্ত্ৰীয়ে সেই কথা কৈছিল। কিন্তু তেওঁক পতিতাৰ কাম কৰি ঘূৰি ফুৰা কোনেও দেখা নাছিল। কষ্ট কৰিহে জীৱিকা উপাৰ্জন কৰিছিল।"

"কোনো পতিতালয়ৰপৰা পলাই আহিব পাৰে। সেয়েহে অনাই বনাই ঘূৰি ফুৰিছে। নহলে মানুহে এনেয়ে কিয় কব ? আৰু যদি পতিতা নহয়, তেন্তে বিয়া নোহোৱাকৈ... ।"

ৰূপালীৰ মুখখন হাতেৰে বন্ধ কৰি ধৰি মই কলো : "সম্পূৰ্ণ নজনাকৈ মন্তব্য নিদিবা, ৰূপালী। আজি দহ-বাৰ বছৰ ধৰি খুড়ীদেউক মই লগ পাই আহিছো। কেনেকৈ জানিবা, কিজানি খুড়ীদেউক কোনোবাই প্ৰবঞ্চনা কৰিছিল ! আৰু খুড়ীদেউ বাৰু যিয়েই নহল, মানসীৰ গাত কি দোষ ? তাই এজনী ফুলৰ দৰে পবিত্ৰ, নিষ্পাপ ছোৱালী।"

"হলেও সমাজৰ চকুত সিহঁত পতিতা। যাৰ দেউতাকৰ চিন নাই সিয়েই পতিতাৰ সন্তান। সিহঁতৰ উপাধি কি কোনেও নাজানে। শিৱসাগৰত থাকোঁতেও হেনো মানসীৰ মাকে কেৱল 'মিচ আৰতি' বুলিহে লিখিছিল।"

ৰূপালীক বুজাবলৈ চেষ্টা কৰিলোঁ। তেওঁৰ মুখখন মোৰ ফালে ধৰি ৰাখি কলো : "ৰূপালী, এনেকুৱা কথা তোমাৰ মুখত শোভা নাপায়।

তোমাৰ শিক্ষাদীক্ষা আছে।"

কান্দি কান্দি ৰূপালীয়ে কলে: "কিন্তু মোৰ দেউতাই আপোনাক বেয়া পাইছে। এনেকুৱা ছোৱালীক ঘৰত আশ্ৰয় দিয়াৰ বাবে দেউতাই আপোনাৰ সৈতে মোক বিয়া নিদিয়ে বুলি খাটাংকৈ কৈ দিছে।"

দুয়োহাতৰ মাজত মুখ লুকুৱাই ৰূপালীয়ে কান্দিলে। মোৰ মুখেৰে ওলাই আহিল: "অনাথিনী মানসীক মই আশ্ৰয় দিয়াত কাৰ কি ক্ষতি হয় মই বুজি নাপাওঁ।"

বৰ চিন্তিত হলোঁ। দেউতাকৰ বিৰুদ্ধে কথা কোৱাৰ সাহস যদি ৰূপালীৰ হ'লহেতেন। সমাজ, পতিতা, উপাধি এইবোৰৰ বিষয়ে ভ্ৰান্ত ধাৰণা লৈ থকা এজনী দেউতাকৰ আদৰুৱা ছোৱালীক মই এতিয়া কিদৰে বুজাওঁ। কিন্তু মই তেওঁক বুজাব লাগিব।

মই সুধিলোঁ: "বংশ, মৰ্যাদা এইবোৰ তোমাৰ দেউতাৰাই বিচাৰে; তুমিও বিচাৰানে, ৰূপালী? নিজে বিচাৰ কৰি চোৱা। এফালে তোমাৰ নিজৰ ব্যক্তিগত জীৱন, আনফালে তোমাৰ দেউতা। তুমি সিদ্ধান্ত লোৱা।"

"মই দেউতাৰ একমাত্ৰ সন্তান। দেউতাই আপোনাক বৰ ভাল পাইছিল। সিদিনা বিয়াৰ বন্দোবস্ত কৰিবলৈ নিজেই আহিছিল। কিন্তু আপোনাৰ আৰু মোৰ মাজত যদি মানসী নাথাকিলহেঁতেন! আপোনাৰ ঘৰলৈ গৈ সকলো ধ্বংস হৈ গ'ল।"

মই ৰূপালীক বুজাবলৈ চেষ্টা কৰিলো: "ৰূপালী, তোমাৰ দেউতা আৰু তোমাৰ মাজত দুটা যুগৰ দেৱাল আছে। তুমি দেৱালৰ সিপাৰে দেউতাৰৰ যুগত নাথাকিবা, নতুন যুগলৈ দেৱাল পাৰ লৈ ওলাই আহা। তোমাৰ দেউতাৰ ধ্যান-ধাৰণা শিক্ষিত সমাজৰ গ্ৰহণযোগ্য নহয়।"

কান্দি কান্দি ৰূপালীয়ে কলে: "মই কি কৰোঁ? দেউতাৰ কথা নুশুনিলে দেউতাই মোক চিৰদিনৰ বাবে পৰিত্যাগ কৰিব; মোক সাৱধান কৰি দিছে। আপোনাৰ লগত বিয়া হ'লে মোক দেউতাৰ মুখ নাচাবলৈ

কৈছে ; দেউতাৰ ঘৰৰ দুৱাৰ মোৰ বাবে চিৰদিনৰ কাৰণে বন্ধ হৈ যাব। আৰু মই যদি দেউতাক বিচাৰোঁ, তেন্তে আপোনাৰ লগত কথা পাতিব নোৱাৰোঁ ; আপোনাক দেখা কৰিব নোৱাৰোঁ। দেউতাই মোক পৰিত্যাগ কৰিলে মায়ে আত্মহত্যা কৰিব।"

ৰূপালীয়ে মোৰ কোলাত মুখ গুজি কান্দিবলৈ ধৰিলে। মই তেওঁৰ গাত হাত ফুৰাই ফুৰাই কলোঁ : "ৰূপালী, তোমাৰ উচ্চশিক্ষা আছে। এইবাৰ তুমি সাহসী হোৱা। মোৰ আদৰ্শৰ লগত তোমাৰ আদৰ্শ একেলগ কৰিবলৈ আগবাঢ়ি আহা। আমাৰ দুয়োৰো উদ্দেশ্য পূৰণ হব আৰু হতভাগিনী মানসীৰ জীৱন ৰক্ষা পৰিব। আমাৰ প্ৰেম এপাট ডাঙৰ অস্ত্ৰ। এই অস্ত্ৰৰে সমাজৰ কুসংস্কাৰৰ লগত যুঁজ কৰিবলৈ আমি একেলগে আগবাঢ়ি যাওঁ আহা। উঠা, মোৰ হাতত হাত মিলোৱা।"

ৰূপালী উঠিল ; কিন্তু মোৰ হাতত হাত নিমিলালে। মাথোন মোৰ মুখৰ ফালে চাই প্ৰশ্ন কৰিলে : "মই কাৰ কাৰণে যুদ্ধ কৰিম? আপোনাৰ আৰু মোৰ মাজত কোনো হেঙাৰ নাছিল। আপুনি হেঙাৰ দি লৈছে। ভাস্কৰ দা, হেঙাৰখন গুচাই দিয়ক।" এইবুলি মোৰ দুয়োহাতত খামুচি ধৰি ৰূপালীয়ে অনুৰোধ কৰিলে।

"ৰূপালী, মানসী তোমাৰ দৰে অবলা নাৰী। মই তাইক নিৰাশ্ৰয়া কৰিব নোৱাৰোঁ। তুমি তাইৰ দুখ নুবুজা?"

ৰূপালীয়ে দৃঢ়স্বৰে কলে : "মানসী মোৰ কোনো নহয়, আপোনাৰো কোনো নহয়। মই তাইৰ বাবে যুদ্ধ কৰিব নোৱাৰোঁ।"

ৰূপালীৰ মুখত ধৰি মই কলোঁ : "এয়া তাইৰ বাবে যুদ্ধ কৰা নহয়। তুমি মোৰ বাবে যুদ্ধ কৰিবা। আমি দুজনে সিজনক পোৱাৰ বাবে যুদ্ধ কৰিম। তুমি দেউতাৰাৰ কুসংস্কাৰৰ বিৰুদ্ধে উঠা, ৰূপালী। তোমাৰ সমৰ্থন পালে মোক আৰু একো নালাগে।"

হঠাৎ ৰূপালীয়ে কলে : "শুনক, এটা সৰু কাম কৰিব পাৰিলে মোৰ দেউতাও সন্তুষ্ট হব আৰু আমাৰ জীৱনৰ হেঙাৰ আঁতৰিব ; এইবোৰ যুদ্ধ-

বিগ্ৰহৰ কোনো দৰকাৰ নহব। আপুনি কৈছে মানসীক আপুনি নিৰাশ্ৰয় কৰিব নোৱাৰে। নিৰাশ্ৰয়া কৰিব নালাগে; মাথো আপোনাৰ জীৱনৰপৰা মানসী আঁতৰি গলেই হ'ল।"

"কি কাম? তেনেকুৱা কোনো উপায় নাই; কাৰণ, মানসীক মোৰ ঘৰৰপৰা মই ক'লৈকো আঁতৰাই পঠাব নোৱাৰোঁ।"

"আপুনি তাইক অনাথ আশ্ৰমত থৈ দিয়ক।"

জিকাৰ খাই উঠিলোঁ মই। মোৰ মুখেৰে ওলাই আহিল: "অসম্ভৱ; মই তোমাক অনুৰোধ কৰিছো ৰূপালী, এনেকুৱা উপদেশ নিদিবা। অনাথ আশ্ৰমৰ ছোৱালীক কোনেও ভাল চকুৰে নাচায়। তাইৰ জীৱনটো ধ্বংস হৈ যাব।"

খণ্ডত ৰূপালী উফৰি পৰিল। চিঞৰি কলে: "এতিয়া কোনে তাইক ভাল চকুৰে চাইছে? আৰু তাইক আশ্ৰয় দিয়াৰ বাবে আপোনাক—।"

ৰূপালীৰ বাক্যটো আধাকোৱা হৈ থাকিল। দুখ আৰু হতাশত কপালত হাত ৰাখি মই বহি ৰ'লো। ৰূপালীৰ মাত শুনিলোঁ। কান্দোঁ কান্দোঁ হৈ থোকাথুকি মাতেৰে কৈছে: "মোতকৈ তাইহে আপোনাৰ বেছি আপোন! এজনী অজ্ঞাত কুলশীলা পতিতাৰ ছোৱালীক ঘৰত আশ্ৰয় দি সম্ভ্ৰান্ত পৰিয়ালৰ আন্তৰিকতাক অৱমাননা কৰিবলৈ দ্বিধাবোধ নকৰে।"

হঠাতে মই বৰ অস্থিৰ আৰু অসহায় অনুভব কৰিলোঁ। দেউতাকৰ প্ৰভাৱে ৰূপালীক অন্ধ কৰি পেলাইছে। দেউতাকৰ ধ্যান-ধাৰণা তেওঁৰ মনত শিপাইছে। সকলোপৰা মাথো সামাজিক ঢং এটাত নিজক ডুবাই ৰাখিছে। বংশ, মৰ্যাদা, সম্ভ্ৰান্ত, পতিতা এইবোৰৰ ভেদাভেদৰ চিন্তাই তেওঁৰ মনোজগত অপবিত্ৰ কৰি ৰাখিছে। এই কথা মোৰ কল্পনাৰো অতীত আছিল। ৰূপালীয়ে মোক প্ৰশ্ন কৰিলে: "কি ঠিক কৰিলে, কওঁক। মানসীক অনাথ আশ্ৰমত থৰ নে মোক পৰিত্যাগ কৰিব?"

মই নামাতিলো। ইয়াৰ উত্তৰ মোৰ ওচৰত নাই। ৰূপালীয়ে এইবাৰ বলিয়াৰ দৰে মোৰ চাৰিওফালে ঘূৰিবলৈ ধৰিলে। হঠাতে আহি মোৰ ভিত্তিত ধৰি চকুলৈ চাই কবলৈ ধৰিলে: "আপুনি মোক পৰিত্যাগ কৰিব নোৱাৰে। মানসীতকৈ মইহে আপোনাৰ বেছি আপোন। নামাতে কিয়? মোক কথা দিয়ক; মোক কথা দিয়ক।"

ৰূপালী মোৰ কোলাত বাগৰি পৰিল। মোৰ মনত তুমুল সংগ্ৰামৰ সৃষ্টি হ'ল। মানসীৰ প্ৰতি ৰূপালীৰ নিষ্ঠুৰতা দেখি মই বৰ বিমোৰত পৰিলোঁ। মই ৰূপালীক যেঞ্চত বহুৱাই দি তেওঁৰ চকুলৈ চাই কলোঁ: "স্বাৰ্থপৰ নহবা ৰূপালী। এনেকুৱা কথা তোমাৰ মুখত মই আশা কৰা নাছিলোঁ। মানসী পতিতাৰ ছোৱালী হয়নে নহয় মই নাজানো। কিন্তু হ'লেই বা পতিতাৰ ছোৱালী। তাইৰ মাকজনী মৰি গৈছে। আৰু তাইৰ মাজত উচ্চাকাংক্ষাৰ এক পৱিত্ৰ স্পৃহা আছে। তাই ভাল মানুহ হৈ যাব। ৰূপালী! তাইক ভাল পথ দেখুৱাটো আমাৰ কৰ্তব্য।"

ৰূপালীয়ে নিজৰ আঠুৰ মাজত মূৰ গুঁজুৱাই কান্দি থাকিল। মই পুনৰ কলো: "মানসী বৰ অসহায়। তাইক অনাথ আশ্ৰমত থৈ মই অনাথ কৰিব নোৱাৰোঁ। তাই প্ৰতিবছৰে মোৰ হাতত ৰক্ষাবন্ধন পিন্ধায়। তাইৰ একমাত্ৰ ৰক্ষাকবচ মই। তোমাৰ দেউতা বা আন মানুহৰ কু-সংস্কাৰৰ বিৰুদ্ধে তুমি প্ৰতিবাদ কৰা। মই তোমাৰ লগত আছোঁ, ৰূপালী; কুসংস্কাৰৰ দুৱাৰ ভাঙি ওলাই আহা, আহা। মোৰ সাহস তুমি আৰু তোমাৰ সাহস মই। আহা ৰূপালী।"

ৰূপালী থিয় হ'ল। মোৰ ওচৰৰপৰা আঁতৰি গৈ নৈথনৰ ওচৰ চাপি যোৱাত মই উঠি গৈ তেওঁৰ হাতত ধৰিলোঁ। তেওঁ উচাট মাৰি হাতখন এৰুৱাই নিলে। মোক ঠেলি দি আঁতৰি গৈ তেওঁৰ দুহাতৰ মাজত মুখখন ঢাকি কান্দি কান্দি কবলৈ ধৰিলে: "মোৰ বাবে আপুনি কি কৰিলে? মানসীৰ বাবে আপুনি যি ত্যাগ কৰিব লাগিছে সেই ত্যাগ মোৰ বাবে কিয় কৰিব নোৱাৰে? মই আপোনাৰ কোনো নহয়! মোৰ সকলো

শেষ হৈ গৈছে, মোৰ সকলো শেষ হৈ গৈছে।"

কান্দি কান্দি ৰূপালী গুচি যাবলৈ ওলাল। মোৰ বুকুৰ ঢপ্‌ঢপনি উঠিল। মোৰ কলিজাৰ অমূল্য সম্পদৰাজি যেন কোনোবাই ডকাইকৈ নিবলৈ ধৰিছে। তেওঁৰ হাতত খাপ মাৰি ধৰি মই তেওঁক আগচি ধৰিলোঁ।

"ৰূপালী, ৰূপালী, গুচি নাযাবা।" তেওঁ মোৰ হাত দুখন এৰুৱাবলৈ চেষ্টা কৰি আছে আৰু কান্দি আছে। শৰীৰৰ সমস্ত শক্তি প্ৰয়োগ কৰি মই ধৰি ৰাখিলোঁ আৰু বেৰুত বহিলোঁ। তেওঁৰ মুখমণ্ডল মোৰ মুখৰ ওচৰলৈ আনিবলৈ চেষ্টা কৰিলোঁ। তেওঁৰ চকুলৈ চাই চাই মই কবলৈ ধৰিলোঁ: "ৰূপালী, তুমি গুচি গলে মই বৰ অকলশৰীয়া হম। ৰূপালী মোক বুজিবলৈ চেষ্টা কৰা।"

মোৰ হাতৰ বান্ধোন এৰুৱাবলৈ চেষ্টা কৰি কান্দি কান্দি ৰূপালীয়ে কলে: "মোক এৰি দিয়ক। আপোনাৰ অন্তৰত মোৰ স্থান নাই। মই গুচি যাওঁ।"

মই তেওঁক এৰি নিদিলোঁ। বলপূৰ্বক তেওঁৰ শৰীৰটো মোৰ গাত সাৱটি ধৰি মই কলোঁ: "তোমাৰ বাহিৰে মোৰ অন্তৰত আন কাৰো স্থান নাই ৰূপালী। মোৰ কথা শুনা। আহা, আমি দুয়ো একলগে হৈ মানসীৰ জীৱন ৰক্ষা কৰোঁ। তাই তোমাক পূজা কৰি থাকিব ৰূপালী; তাই আজীৱন ধৰি তোমাক পূজা কৰি থাকিব।"

কিন্তু ৰূপালীয়ে মোৰ কথা নুশুনিলে। মোৰ বাহু বন্ধনৰপৰা মুক্ত হৈ ফেঁকুৰি ফেঁকুৰি তেওঁ গুচি যাবলৈ ওলাল আৰু কলে: "মোৰ মৃত্যু হোৱা বুলি ধৰি লব। মোৰ জীৱনৰ বিনিময়ত মানসীৰ জীৱন ৰক্ষা পৰক।" তেওঁৰ ফেঁকুৰণিবোৰে মোৰ কলিজাত যেন খুচিবলৈ ধৰিলে।

তেওঁক আগচি ধৰি মই কলো: "ভুল নকৰিবা ৰূপালী; ঘূৰি আহা।" মই তেওঁলৈ হাত দুখন আগবঢ়াই দিলো। কিন্তু তেওঁ গুচি গ'ল। পোনচাটেই গৈ গাড়ীত বহি গাড়ী চলাই দিলে। মোৰ কালে ঘূৰিও নাচালে।

মোৰ মুৰটো ঘূৰা যেন অনুমান হ'ল। মই ক'ত কেনেকৈ খোজ কাঢ়ি আহোঁ৷ কব পৰা নাই। মোৰ ভৰি দুখন যেন অৱশ হৈ পৰিছে। মোৰ মূৰৰ ওপৰত যেন ভীষণ শব্দ কৰি বজ্ৰপাত পৰিছে। মোৰ সমুখৰ জীৱনৰ পথ ভাঙিচিঙি যেন গহ্বৰত পৰিণত হৈছে। কেনেকৈ কোন-ফালেদি আহি ঘৰ পালোঁহি মই কব নোৱাৰিলোঁ।

পদুলিৰপৰাই দেখিলোঁ মা আৰু মানসীয়ে বাৰাণ্ডাত থিয় হৈ মোৰ বাবে বাট চাই আছে। জোনৰ পোহৰত ভালকৈ নেদেখা মোৰ মুখখন মায়ে নিৰীক্ষণ কৰা যেন অনুমান হ'ল। তেওঁলোকৰ মুখলৈ চোৱাৰ মোৰ সাহস নহ'ল। ভাৰাক্ৰান্ত মনেৰে তললৈ মূৰ কৰি তেওঁলোকৰ ওচৰেৰে পাৰ হৈ গলো মই। পোনে পোনে মোৰ কোঠালৈ গৈ মই কাপোৰ সলাই ললোঁ। তাৰপাছত গা ধোৱা ঘৰলৈ আহি মোৰ চকু-মুখত ঠাণ্ডা পানী ছটিয়ালোঁ; ভাবিলো ঠাণ্ডা পানীয়ে মগজুটো অকণ শাঁত পেলাব। হাত ভৰিবোৰ ঠাণ্ডা পানীৰে ধুই মই পোনে পোনেই গৈ বিছনাত পৰিলোঁ। মোৰ বুকুৰ ভিতৰত যেন কিহবাই খুন্দা মাৰি ধৰিছে। বুকুখন হাতেৰে খামুচি ধৰি চকুদুটা আনখন হাতেৰে ঢাকি ধৰি কিছু সময় গাৰুত ওপৰমূৰাকৈ পৰি থাকিলোঁ। ৰূপালীৰ শেষৰ কথা কেইষাৰিয়ে মোৰ হৃদয়ত খুন্দিয়াবলৈ ধৰিলে। মোৰ হৃদয়খন যেন টুকুৰাটুকুৰ হৈ যাব খোঁজে। ৰূপালীৰ কথা কেইফাঁকি অহৰহ অন্তৰত বাজিবলৈ ধৰিলে: "মোৰ বাবে আপুনি কি কৰিলে?...মানসীৰ বাবে আপুনি যি ত্যাগ কৰিব লাগিছে সেই ত্যাগ মোৰ বাবে কিয় কৰিব নোৱাৰে?...মই আপোনাৰ কোনো নহয়...আপোনাৰ অন্তৰত মোৰ স্থান নাই—মোৰ বাবে সকলো শেষ হৈ গৈছে—মোৰ মৃত্যু হোৱা বুলি ধৰি লব...মোৰ জীৱনৰ বিনিময়ত মানসীৰ জীৱন ৰক্ষা পৰক।"

মই যেন বলিয়া হৈ যাম! মই যেন শুই থাকিব নোৱাৰোঁ। গাৰুত মুখ গুজি তললৈ মূৰ কৰি পৰি থাকিলোঁ মই। বুকুৰ ভিতৰখন যেন তীব্ৰবেগত ঢপ্‌ঢপাব ধৰিছে। কিমান সময় মই সেইদৰে পৰি থাকিলোঁ।

কব নোৱাৰিলোঁ। কিন্তু উঠিবৰ মন নগল। হঠাতে মোৰ মূৰত কাৰোবাৰ হাতৰ পৰশ অনুভৱ কৰিলোঁ। বুজি পালো, সেয়া মোৰ মা। মায়ে মাতিলে: "ভাস্কৰ!" কিন্তু মোৰ মুখেৰে কথা নোলায়। মাৰ মাতৰ সঁহাৰি দিব নোৱাৰিলো। মায়ে পুনৰ মাতিলে: "ভাস্কৰ, মোৰ সোণ!"

মাৰ মৰমৰ পৰশত মোৰ প্ৰাণ উথলি উঠিল। মই তৎক্ষণাত ঘূৰি মাৰ ফালে চালোঁ। মাৰ চকু মুখত বিষাদৰ ছাঁ দেখিবলৈ পালোঁ। মাৰ ওঁঠ দুটা কঁপিছে। মোৰ-মুখৰ ফালে হালি মায়ে তেওঁৰ হাতৰ আঙুলিৰে মোৰ চকুৰ তল মচি দিলে। তেতিয়াহে মই বুজি পালোঁ যে মোৰ চকুৰপৰা লোতক ওলাইছিল। মায়ে মোৰ কপালৰ চুলিবোৰ পৰিপাটি কৰি দি মোৰ চকুলৈ চাই কলে: "আজি ইমান বছৰে মই তোৰ চকুত লোতক দেখা নাছিলোঁ। মই বুজি পাওঁ সোণ, সাধাৰণ দুখত তোৰ চকুপানী ওলোৱা নাই।"

মই থিৰেৰে থাকিব নোৱাৰিলোঁ। আগুৱাই গৈ মাৰ কোলাত মুখখন গুজি দিলোঁ। মাৰ হাতৰ পৰশ মোৰ পিঠি আৰু মূৰত অনুভৱ কৰিলোঁ। অতি ক্ষীণ স্বৰত মোৰ মুখৰপৰা ওলাই আহিল 'মা'। মায়ে মোৰ চুলিৰ মাজত আঙুলি বুলাই দিছে। মাৰ কোলাত মুখ লুকুৱাই কিমান সময় পৰি থাকিলোঁ কব নোৱাৰিলোঁ। হঠাতে সম্বিত ঘূৰি আহিল—ভাব হ'ল, যদি মানসীয়ে বুজি পায় যে তাইৰ বাবে মোৰ এনেকুৱা হৈছে, তেন্তে তাই অপৰাধী অনুভৱ কৰিব। মোৰ ভয় হ'ল, নিজকে অপৰাধী বুলি ভাবি তাই যদি কিবা অঘটন ঘটায়। লগে লগে আতংকিত হৈ মই জঁাপ মাৰি থিয় হলোঁ। মায়ে আচৰিত হৈ মোৰ মুখৰ ফালে চালে। মই হঠাতে সুধিলোঁ: "মানসী ক'ত মা?"

মায়ে থিয় হৈ নিজৰ চকুৰপৰা পানী মচিলে। মই মাক সুধিলোঁ: "মা, তুমি কিয় কান্দিছা?"

মায়ে চুটি উত্তৰ দিলে: "এনেয়ে সোণ।"

মাৰ হাতত ধৰি মই কলোঁ: "আহা মা, ৰাতি হ'ল। কিবা খাবলৈ দিয়া।" মাক টানি লৈ পাকঘৰলৈ যাওঁতে দেখিলো মানসী দুৱাৰমুখতে বৈ আমাৰ ফালে চাই আছে। তাই আমাক বাট এৰি দিলে।

## ন

চ'তমহীয়া গৰম। মই ক'লৈকে অহা-যোৱা কৰা নাই। মাথোন ঘৰতে বহিছোঁ, পঢ়িছোঁ আৰু লিখিছোঁ। বস্তুবাদ আৰু আধ্যাত্মবাদ শীৰ্ষক কিতাপ এখন মই প্ৰকাশ কৰি উলিয়ালোঁ। তাৰ লগতে প্ৰকাশিত হ'ল মোৰ জীৱন আৰু প্ৰেম সম্বন্ধীয় দুটিমান প্ৰবন্ধ। এইদৰে সমস্ত গৰমৰ বন্ধটো লিখা আৰু পঢ়াত ব্যস্ত থাকিলো। আনহাতে মা আৰু মানসীক প্ৰত্যয় নিয়াবলৈ যত্ন কৰিছোঁ—যেন মোৰ একোৱেই হোৱা নাই। কিন্তু অন্তৰত এখন তুমুল সংগ্ৰাম চলি আছে। সংগ্ৰামৰ শেষৰ ফালে দৃষ্টি নিক্ষেপ কৰি যেন দেখা পাইছোঁ কেৱল বিফলতা। তথাপি ভাবিছো, ৰূপালীৰ এদিন ভুল ভাঙিব; মোৰ ওচৰলৈ উভতি আহিব। দেউতাকৰ ধ্যান-ধাৰণাবোৰ মিছা বা অৰ্থহীন বুলি বুজি পাব। ভাবিছো ৰূপালী এজনী সম্ভ্ৰান্ত পৰিয়ালৰ অতি আলসুৱা ছোৱালী; সৰু মানুহৰ অৱস্থা বা দুখ বুজিবলৈ কেতিয়াও অৱকাশ পোৱা নাই। মানসীৰ অৱস্থাটো ৰূপালীৰ বাবে এটা নতুন কথা; সেয়েহে হয়তো ৰূপালীয়ে তাক বুজিবলৈ অক্ষম হৈছে। আনহাতে দেউতাকৰ প্ৰভাৱত সৰুৰপৰাই ডাঙৰ দীঘল হৈ দেউতাকৰ অৱস্থানৰ লগতহে ৰূপালীৰ পৰিচয় আছে; তাৰ বাহিৰে বহিৰ্জগতৰ অৱস্থানৰ বিষয়ে তেওঁ সম্পূৰ্ণ অজ্ঞ। সেইকাৰণে মোৰ আশাবাদী মনটোৱে ধৰি ললে যে ৰূপালীয়ে এদিন সকলো বুজিবলৈ সক্ষম হব। কাৰণ তেওঁও এজনী কোমল হৃদয়ৰ নাৰী। ৰূপালীৰ দেউতাকৰ ৰূপালীৰ ওপৰত যি প্ৰভুত্ব তাৰ কথা মনত পৰিলে মোৰ প্ৰশান্ত বৰুৱালৈ ঘৃণা ওপজে। ৰূপালীৰ সমৰ্থন যদি মই পালোহেঁতেন, প্ৰশান্ত বৰুৱালৈ মই ভ্ৰূক্ষেপ

নকৰিলোহেঁতেন। এতিয়া, দেউতাকৰ মৰমে আৰম্ভ কৰি বখা ৰূপালীৰ ভুল ভঙা দিনটো কেতিয়া আহিবগৈ সি যেন অনিশ্চয়তাৰ গৰ্ভত। "

মানসী আৰু খুড়ীদেউৰ বিষয়ে চিন্তাৰ আঁতিগুৰি বিচাৰি মই কোনো শুংসূত্ৰ নাপালোঁ। এদিন প্ৰণৱ চলিহাৰ ঘৰলৈ গৈ তেখেতক সোধাত কলে যে তেখেতে মানসীহঁত শিৱসাগৰৰপৰা অহা কথাহে জানে; তাত বাহিৰে আন কোনো কথা নাজানে। কাৰণ তেওঁলোকৰ ঘৰত থকা সময়খিনিত আৰতিক কথা সুধি কোনোৱে একো উত্তৰ নাপাইছিল। মানসীৰ দেউতাক কোন এই বিষয়ে সুধিলে আৰতি মানুহৰ ওচৰৰপৰা আঁতৰি গৈছিল। আৰতিয়ে শিৰত সেন্দুৰ নলৈছিল আৰু বিধৱাৰ সাজো পিন্ধা নাছিল। সেইকাৰণে সকলোৱে সন্দেহ কৰিছিল যে আৰতি কিজানি কোনো State Home অথবা তেনেকুৱা কোনো অনুষ্ঠানৰপৰা পলাই আহিছিল। কেও কিছু নোহোৱা কাৰণে এইদৰে অনাই-বনাই ঘূৰি ফুৰিছে। অথবা নিজৰ পাপৰ ফলত সকলোৰে-পৰা বঞ্চিতা হৈ এইদৰে ঘূৰি ফুৰি আছে। চলিহাই কলে যে তেওঁ আৰতিক তাত থকা সময়খিনিত কোনোদিন উশৃংখল হোৱা অথবা বিনা কাৰণত ঘৰৰ বাহিৰলৈ যোৱা দেখা নাছিল। তেখেতে হেনো এবাৰ আৰতিক বিয়া হোৱা মাইকী মানুহৰ দৰে থাকিবলৈ কোৱাত আৰতিৰ যেনেকুৱা খং দেখিছিল তেনেকুৱা খং তেওঁ কল্পনাও কৰিব পৰা নাছিল। চলিহাদেৱে কলে: "আৰতিয়ে মোক এইদৰে প্ৰশ্ন কৰিছিল—'আপুনি মোক এনেকুৱা উপদেশ দিয়াৰ বাবে কোন? উপদেশ দিয়া মানুহৰ অভাৱ পৃথিৱীত নাই। কিন্তু কেইজনে উপদেশ দিয়ামতে কাম কৰে?" ইয়াৰপাছত চলিহাই তেওঁক এইবিষয়ে কোনো পৰামৰ্শ দিয়া নাছিল।

প্ৰণৱ চলিহাৰ ঘৰৰপৰা উভতি আহি ভাবিলোঁ যে খুড়ীদেউক হয়তো কোনোবাই প্ৰৱঞ্চনা কৰিছিল। এতিয়া সেই মহাপাপীক বিচাৰি উলিওৱাটো সম্ভৱ নহয় আৰু মানসীক সামাজিক গ্লানিৰপৰা ৰক্ষা

কৰাটোও সম্ভৱ নহয়। মানসীক ৰক্ষা কৰাৰ একমাত্ৰ উপায় হ'ল তাইক আত্মনিৰ্ভৰশীলা কৰি গঢ়ি তোলা।

এনেতে এদিন আমাৰ ডিপাৰ্টমেণ্টৰ এখন চেমিনাৰ হৈ গ'ল। প্ৰত্যেক বছৰে এই সময়তে অলপ অগাপিছাকৈ চেমিনাৰবোৰ পতা হয়। চেমিনাৰখনলৈ জৱাহৰলাল নেহেৰু বিশ্ববিদ্যালয়ৰপৰা এজন প্ৰফেছৰক নিমন্ত্ৰণ কৰা হৈছিল। তেখেতে Analytic Closeness in Criticismৰ ওপৰত এটা দীঘলীয়া বক্তৃতা দিছিল। মই দিল্লী বিশ্ববিদ্যালয়ত গৱেষণা কৰি থাকোঁতে তেখেতৰ লগত চিনাকি হৈছিলো। চেমিনাৰৰ শেষত তেখেতৰ লগত কিছুসময় ধৰি কথাবতৰা হ'লো। তেখেতক বিদায় ডিপাৰ্টমেণ্টৰ মুৰব্বীজন নিজৰ কামত ব্যস্ত হৈ পৰিল। মই লাইব্ৰেৰীৰ ফালে এপাক মাৰিবলৈ মনস্থ কৰিলোঁ। ৰাস্তাতে তিনি চাৰি জনমান অসমীয়া বিভাগৰ ছাত্ৰই মোক লগ ধৰি তেওঁলোকৰ ডিপাৰ্টমেণ্টৰ চেমিনাৰত জৰ্জ বাৰ্নাৰ্ডশ্বৰ জীৱন সাহিত্য আৰু দৰ্শনৰ ওপৰত এটা বক্তৃতা দিব লাগে বুলি মোক নিমন্ত্ৰণ কৰিলে। তেওঁলোকৰ পাঠ্যক্ৰমত ইংৰাজীৰ এখন প্ৰশ্ন কাকত আছে। সেয়েহে ছাত্ৰ-ছাত্ৰীসকলৰ উপকাৰত অহাৰ বাবে এইখন চেমিনাৰৰ আয়োজন তেওঁলোকে কৰিছে। তেওঁলোকৰ নিমন্ত্ৰণ ৰক্ষা কৰিম বুলি কৈ লাইব্ৰেৰীলৈ গলোঁ।

পিছদিনাখন অসমীয়া বিভাগৰ চেমিনাৰখন শেষ কৰি মই ঘৰলৈ উভতিব খুজিছোঁ। বিশ্ববিদ্যালয়ৰ প্ৰধান তোৰণৰ ভলৈকে কিছুমান ছাত্ৰই মোক আগবঢ়াই থবলৈ আহিছিল। তেওঁলোক উভতি যোৱাৰ পাছত বাছখনত উঠিম বুলি বাছখনৰ দুৱাৰমুখত থিয় হোৱাৰ লগে লগেই মোৰ কলেজীয়া জীৱনৰ সহপাঠী এজন মোৰ সমুখত থিয় হ'ল। তাৰ নাম সীমান্ত ফুকন। সীমান্ত ফুকনে আজিকালি ক'ত কি কৰি আছে নাজানো। কলেজীয়া জীৱনৰ প্ৰথমাৰ্দ্ধতে মাত্ৰ দুবছৰৰ কাৰণে তাক লগ পাইছিলোঁ। সি কিমান দূৰলৈ পঢ়িছিল তাকো নাজানো।

মোক দেখাৰ লগে লগেই সি চিঞৰ মাৰি মোৰ ওচৰলৈ আহি মোক কেন্টিনলৈ টানি লৈ গ'ল। কেন্টিনলৈ যোৱাৰ মন মুঠেই নাছিল যদিও সীমান্তৰ বাধ্যত পৰি গলোঁ। আৰু কলো যে মই কেৱল বহি কথাহে পাতিম; একো নাখাওঁ। সি কলে যে ইমান বছৰৰ মূৰত সি মোক ইয়াত দেখা পাই আচৰিত হৈছে। কাৰণ মই ইয়াত কাম কৰি থকা কথা সি নাজানিছিল।

সি কলে: "তোৰ দৰে আমি হব নোৱাৰিলোঁ ভাই। ডক্টৰেট উপাধি, বিশ্ববিদ্যালয়ৰ চাকৰি—এইবোৰ মোৰ কল্পনাৰো অতীত।" মই তাক তাৰ খবৰ সোধাত কলে যে সি ইঞ্জিনিয়াৰিঙত চীট নাপাই প্ৰথমতে ওভাৰ্চিয়াৰী পঢ়ি, তাৰপাছত ইঞ্জিনিয়াৰিং পঢ়িলে। বৰ্তমান গোৱালপাৰাৰ এডোখৰ ঠাইত কাম কৰি আছে। সীমান্তৰ কিছুমান বেয়া অভ্যাস দেখি তাৰ প্ৰতি মোৰ মনটো কিছু পৰিমাণে কোঁচ খাই গ'ল। কথা কৈ থাকোঁতে সি তাৰ ভৰি দুখন আন এখন চকীৰ ওপৰত তুলি মেলি দি শোৱাৰ দৰে ওপৰলৈ মুখ কৰি চিগাৰেট হুপি আছিল। তাৰ প্ৰতিটো কথাত কিছুমান ব্যৱসায়িক ঢং ফুটি উঠিছিল। তাৰ ওচৰৰ চকীখনত কোনোবা মানুহ বহিবলৈ আহিলেও সি ভৰি দুখন চকীখনৰ ওপৰৰপৰা নুগুচাইছিল আৰু মানুহৰ ফালে ভ্ৰূকুটি কৰি চাইছিল। চিগাৰেট হুপি হুপি সি এবাৰ তাৰ ওচৰেৰে পাৰ হৈ যোৱা কেইজনীমান ছোৱালীৰ মুখলৈ ধোঁৱাবোৰ মাৰি পঠিয়াইছিল। সিহঁতে তাৰ ফালে খঙেৰে চাই 'অভদ্ৰ' বুলি মন্তব্য দি গুচি গৈছিল।

মই তাক সুধিলোঁ: "এইফালে ক'লৈ আহিছিলি? তোৰ ঘৰ বোধহয় নামনিৰ ফালেহে আছিল।"

চকীৰ ওপৰত ভৰি জোকাৰি জোকাৰি সি উত্তৰ দিলে: "দেউতা ঢুকোৱাৰ পাছত মা আৰু ভাই-ভনীহালক লৈ খাৰঘুলিত মাটি এডোখৰ কিনি ঘৰ এটা সাজিলোঁ। ভনীজনীক বিয়া দিলোঁ। আজি এনেয়ে এইফালে ফুৰিবলৈ আহিছিলোঁ।"

মই তাক পুনৰ সুধিলোঁ: "অইন কিবা খবৰ আছে যদি ক। বিয়াৰ বাৰু বা সংসাৰ ?"

সীমান্তই হোঁ-হোঁকৈ ব্যৱসায়িক হাঁহি এটা মাৰিলে। তাৰ ব্যৱহাৰ-বোৰ যেনেকুৱা repulsive তাৰ হাঁহিৰ ঢংটোও তেনেকুৱা repulsive। সি উত্তৰ দিলে: "মাহঁতে ছোৱালী এজনী চাইছে। আমাৰ ওচৰতে ডাক্তৰ এজনৰ ঘৰ। ডাক্তৰৰ ঘৈণীয়েকে হেনো এদিন কলে যে তেওঁৰ গিৰীয়েকৰ বন্ধু এজনে হেনো ল'ৰা বিচাৰি আছে। কাৰণ তেখেতৰ ছোৱালীজনীক যিমান পাৰে সিমান সোনকালে বিয়া দি উলিয়াই দিব বিচাৰে। আমাৰ ওচৰৰ ডাক্তৰণীয়ে গিৰীয়েকৰ হতুৱাই খবৰ দি পঠিয়ালে যে ইঞ্জিনিয়াৰ এজন পাইছে। লগে লগে ছোৱালীৰ দেউতাক মান্তি হৈ গ'ল। মাহঁতেও ছোৱালী চাইছে, পছন্দ কৰিছে। মোকো চাবলৈ কৈ আছে; কিন্তু মই যোৱা নাই।"

"কেলেই? তই ছোৱালী নোচোৱাকৈ বিয়া কৰাবি নেকি ?"

"ছোৱালী চোৱাৰ দৰকাৰ নাই। ভাল ঘৰ, ভাল পৰিয়াল; বুটিছৰ দিনৰে সম্ভ্ৰান্ত পৰিয়াল আৰু সম্পত্তিশালী লোক।"

"কিন্তু তই ছোৱালীকহে বিয়া কৰাবি, সিহঁতৰ ঘৰখনক বা সম্পত্তিক নহয়।"

সি হাঁহি হাঁহি উত্তৰ দিলে: "আজিকালিৰ সমাজত সম্পত্তি আৰু উচ্চ অৱস্থান এই দুটাৰহে বৰ দৰকাৰ। নহলে কোনেও ডাঙৰ বুলি গণ্যই নকৰে। তই অৱশ্যে এইবোৰ বুজি নাপাৱ; কাৰণ তই কেৱল শিক্ষাৰ কথাহে জান।"

"তেন্তে, তোৰ আৰু চিন্তা কৰিবলগীয়া নাই; নহয় জানো ?"

সি উত্তৰ দিলে: "আৰু এটা কাৰণত চিন্তা কৰিবলগীয়া নাই। ছোৱালীজনী এইবাৰ স্নাতকোত্তৰ শ্ৰেণীৰ শেষ বছৰত পঢ়ি আছে। দেউতাক ডাক্তৰ; ঘৰ আজৰাৰ ফালে, অলপ ভিতৰত। ছোৱালীজনীৰ নামটোও বৰ ভাল—ৰূপালী বৰুৱা।"

লগে লগে সীমান্তৰ কথাকেইটাই মোৰ মূৰত লোহাৰ শিকলিৰে কোবোৱাৰ দৰে কোবালে। সি আৰু কিবা কৈ আছিল; মোৰ শুনাৰ ধৈৰ্য নহ'ল। কোনোবাই যেন লোহাৰে কোবাই কোবাই মোক তলিহীন সমুদ্ৰত পেলাই দিলে। মই থিয় হলো। পাৰ্যমানে নিজক চম্ভালি লৈ মই সীমান্তক মাত লগাই দৌৰি ওলাই আহিলো। সীমান্তই আচৰিত হৈ কোৱা মোৰ কাণত পৰিল: "এই ভাস্কৰ, কি হ'ল তোৰ ? গুচি গলি যে?"

মোক যেন কিহবাই খেদিছে, সীমান্তৰ মাতষাৰেও খেদিছে। মই কোনোবা দূৰ ঠাইলৈ গুচি যাব লাগিব; মই ইয়াত আৰু থাকিব নোৱাৰোঁ। এই জয়াল মৰিশালিখন য'ত মানুহ নামৰ প্ৰেতাত্মাবোৰ উমলি থাকে—এই মৰিশালিখনৰ মাজৰপৰা মই ওলাই গৈ নিজক ৰক্ষা কৰিব লাগিব। মই এনেকুৱা এখন ঠাইলৈ যাম যি ঠাইত এই প্ৰেতা-আবোৰে মোক চুকি পাব নোৱাৰে। মই জীয়াই থাকিব লাগিব। কিন্তু এই মৰিশালিখনত এই প্ৰেতাত্মাবোৰৰ মাজত, সিহঁতৰ উৎকট চিঞৰ-বাখৰৰ মাজত মই জীয়াই থাকিব নোৱাৰোঁ। এই ৰাক্ষসবোৰে মোক টেঁটু চেপি মাৰি পেলাব। মই আৰু সহ্য কৰিব নোৱাৰোঁ; ইয়াত থাকিলে মই বলিয়া হৈ যাম, মই বলিয়া হৈ যাম।

কিন্তু মই যাম ক'লৈ ? ক'ত পাম মই এক সুন্দৰ পৰিবেশৰ শান্তিৰ আবাসভূমি ? ক'ত পাম মই Voltaireৰ সেই চিৰ সুখ চিৰ শান্তিৰ দেশ Eldorodo ? তেন্তে Voltaireৰ Candide মোতকৈ বেছি ভাগ্যবান আছিল নেকি ? ক'ত পাম মই সেই ঠাই য'ত নাথাকিব কুসংস্কাৰ, শোষণ, প্ৰৱঞ্চনা, লাঞ্চনা, ব্যভিচাৰ, প্ৰতাৰণা আদি সামাজিক ব্যাধি ? আজি গোটেই পৃথিৱী যেন মৰিশালি হৈ পৰিছে। এই মৰিশালিৰ মাজৰ লেলিহান জুইৰ উত্তাপত সকলো পুৰি ছাই হৈ যাব। পৃথিৱী ধ্বংস হৈ যাব, মানৱজাতি ৰসাতললৈ যাব; ইয়াৰপৰা যেন কাৰো নিস্তাৰ নহব। কাৰণ Eldorado আৰু কেতিয়াও পৃথিৱীলৈ নামি নাহে।

মোৰ জ্বৰ উঠিছে; আজি দুদিন ধৰি মই বিছনাত পৰি আছো। মা আৰু মানসী মোৰ বিছনাৰ কাষত বহি আছে। সিহঁতে নিশা জাগিছে, মোক শুশ্ৰূষা কৰিছে। কিন্তু ৰূপালীয়ে যেন বাৰে বাৰে মোৰ ওচৰলৈ আহি বিঙিয়াই বিঙিয়াই কৈছে: "মোৰ মৃত্যু হোৱা বুলি ধৰি লওক; মোৰ মৃত্যু হৈছে; মোৰ সকলো শেষ হৈ গৈছে।"

কেনেকৈ ৰক্ষা কৰিম মই সীমান্ত নামৰ এই দৈত্যটোৰপৰা মোৰ ৰূপালীৰ? ৰূপালীয়ে মানসীৰ দৰে পতিতাৰ ছোৱালীক সহ্য কৰিব নোৱাৰে; সেই দৈত্যটোক কেনেকৈ সহ্য কৰিব? মই যেন ভাবিবও নোৱৰা হৈছো। মোৰ মগজুটো যেন ফাটি চিৰাচিৰ হৈ যাব খুজিছে। ৰূপালীৰ সমৰ্থন মই কিয় নাপালো? ৰূপালীয়ে মোৰ লগত থিয় হোৱাৰ বাবে প্ৰস্তুত নহ'ল কিয়? এতিয়া মই তেওঁক কেনেকৈ ৰক্ষা কৰিম এই জ্বলন্ত বনজুইৰপৰা? মই যেন চিঞৰি চিঞৰি কম: "ৰূপালী তুমি মৰি যোৱা। তোমাৰ মৃত্যু হলেহে উদ্ধাৰ পাবা। নহলে এই জ্বলন্ত বহ্নিত তোমাৰ সুকোমল দেহা এঙাৰ হৈ যাব।" মোৰ মূৰ জুইৰ দৰে তপত হৈছে; মোৰ চকুবোৰ জ্বলিছে; মই থিৰেৰে থাকিব নোৱৰা হৈছো। মোৰ সমস্ত শৰীৰত যেন অগনি জ্বলিছে।

মাৰ হাতৰ পৰশ মই অনুভৱ কৰিছো। মোৰ হৃদয়লৈ লাহে লাহে যেন শান্তি নামি আহিছে। মানসীয়ে মোৰ গাৰ ওপৰত কাপোৰ দিছে। তাই মোৰ হাত ভৰিবোৰত তেল মালিচ কৰি আছে। মায়ে মোৰ কপালত তিতা কাপোৰৰ পটি বান্ধিছে। মাৰ হাতে মোৰ কপালত, মোৰ বুকুত, মোৰ পিঠিত মৰমৰ পৰশ পেলাইছে। মাৰ ওচৰত মোৰ যেন কান্দিবৰ মন গৈছে। কিন্তু মই যে কান্দিব নোৱাৰো। মাজে মাজে মাৰ হাত দুখন মই সাৱটি ধৰিছো। মানসী আৰু মাৰ ফালে চাই থাকোঁতে মোৰ উত্তেজনাবোৰ লাহে লাহে যেন নাইকিয়া হৈ গ'ল। ভাবিলোঁ, মোৰ সাদৰী মা আছে, মোৰ দৰদী ভনী আছে। তেন্তে মই বাৰু কিয় ইমান উত্তেজিত

হৈছিলো? মোৰ সমুখত বহুত কৰ্তব্য পৰি আছে। মই উত্তেজিত হৈ হতাশ হৈ গ'লে কোনে এই কৰ্তব্যবোৰ পালন কৰিব? মানসীয়ে মোৰ মূৰৰ ওচৰত থিয় হৈ মোৰ মুখৰ ফালে চাই আছে। তাইৰ চকু চলচলীয়া হৈ আছে। এবা, মই এইদৰে পৰি থাকিলে সিহঁতে ক'ৰপৰা সাহস পাব? সিহঁতৰ একমাত্ৰ আশাভৰষাৰ থলি মই। মই মানসীৰ ফালে চাই হাঁহিবৰ চেষ্টা কৰিলো—তাইক বুজাব খুজিলো যে মোৰ একো হোৱা নাই। কিন্তু দেখিলোঁ, মই হাঁহিবৰ চেষ্টা কৰাৰ লগে লগে তাইৰ চকুৰপৰা চকুলো বৈ আহিল। তাইৰ কি হ'ল? তাই কি বুজি পালে?

মোৰ মগজুটো অলপ ঠাণ্ডা হোৱা যেন অনুমান হ'ল। চকু মুদি আছিলো। এবাৰ চকু মেলি দেখোঁ যে ডাক্তৰ এজন মোৰ ওচৰত বহি মোৰ চকু, মুখ আৰু বুকু পৰীক্ষা কৰি আছে। দেখিলো ডাক্তৰজন মাৰ লগত কথা পাতি উঠি গুচি গ'ল। মায়ে আহি মোৰ কপালৰ তিতা কাপোৰখন একৰাই দি কোৱা শুনিলোঁ: "মূৰটো আগতকৈ কিছু ঠাণ্ডা পৰিছে। যাচোন মানসী, গাখীৰখিনি ঠাণ্ডা হৈছে যদি লৈ আহি খুৱাই দে। আগতে গাখীৰৰ সৈতে এই কেপচুলটো খুৱাই দিবি।"

মা ওলাই গ'ল। মই আকৌ চকু মুদিলো। চকুকেইটা অলপ অলপকৈ পুৰিছিল।

মোৰ ওঁঠত চামুচ এখন লগাত মই চকু মেলিলো। দেখিলো মানসী ওচৰত বহি মোৰ ওঁঠত চামুচ লগাই দি মাতিছে: "ককাইদেউ মুখ মেলক। তাই মোক গাখীৰ খুৱাই থাকোঁতে মই লক্ষ্য কৰিলোঁ তাইৰ চকুবোৰ উখহিছে। গাখীৰ খোৱা হোৱাত মই তাইৰ হাত এখন ধৰি তাইৰ চকুলৈ চাই মূৰ জোকাৰিলোঁ। মানসীৰ ওঁঠৰ কঁপনি মোৰ চকুত পৰিল। মই তাইৰ হাতখন মুঠি মাৰি ধৰি চকু মুদিলোঁ।

তিনিদিনৰ মূৰত জ্বৰ এৰিলে। তথাপি বেছিভাগ সময় বিছনাতে শুই আছোঁ। মানসীয়ে এবাৰ আহি Indian Express কাকতখন

আনি মোৰ হাতত দিলে। বিছনাত উঠি বহি কাকতখন পঢ়ি আছোঁ। হঠাতে দিল্লীৰ জৱাহৰলাল বিশ্ববিদ্যালয়ৰ এখন বিজ্ঞাপন দেখিবলৈ পালোঁ। বিজ্ঞাপনখন পঢ়ি মনটো ভাল লাগি গ'ল। জৱাহৰলাল নেহেৰু বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগত অধ্যাপক লাগে বুলি আবেদন পত্ৰ বিচাৰিছে। মনত পৰিল, তাতে মোৰ গৱেষণাৰ গাইডজন আৰু দুই তিনিজন চিনাকি ভাল মানুহ আছে। লগে লগে আবেদন পত্ৰ লিখি সকলো দৰকাৰী প্ৰমাণ পত্ৰ সহিতে মই পঠিয়াই দিলোঁ। ডিপাৰ্টমেণ্টলৈ মই যোৱা নাই। ছুটীৰ বাবে আবেদন পঠিয়াই ঘৰতে বহি আছোঁ। বাৰে বাৰে পঢ়িছো টলষ্টয়, ডষ্টয়েভস্কি, বাৰে বাৰে পঢ়িছো চেক্সপিয়াৰ, ডিকিন্স্, বাল্জাক, কেমো ইত্যাদি। পঢ়ি গৈছো Will Durantৰ Story of Philosophy আৰু বোমা বোঁলাৰ ভাৰতীয় দৰ্শনৰ ভাওনি, স্বামী বিবেকানন্দৰ জীৱন-দৰ্শন।

এইদৰে কিতাপৰ মাজত নিজক ডুবাই ৰাখোঁতে ৰাখোঁতে হঠাতে এদিন পালোঁ "সাক্ষাৎ বিচৰা পত্ৰ আৰু মোৰ গাইড্জনৰপৰা এখন চিঠি। মনটো আনন্দতে নাচি উঠিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ছবিটো অস্পষ্ট হৈ ক্ৰমান্বয়ে যেন চকুৰ আগৰপৰা লোপ পাই গ'ল। মই স্বস্তিৰ নিশ্বাস এৰিলোঁ। মানসীৰ পঢ়াৰ বাবে মাৰ স্কুলৰ প্ৰধান শিক্ষকৰপৰা এখন চাৰ্টিফিকেট লৈ মা আৰু মানসীক লগত লৈ গুচি আহিলোঁ মই ইয়ালৈ—দিল্লীলৈ। মোৰ জীৱনৰ এটি জ্বলন্ত অধ্যায়ৰ যেন ইতিহাস ৰচনা হৈ গুৱাহাটীতে ৰৈ গ'ল।

দিল্লীলৈ অহাৰ পাছত মানসীক এখন ইংৰাজী স্কুলত ভৰ্তি কৰিবলৈ বুলি তাইক ইণ্টাৰভিউৰ বাবে প্ৰস্তুত কৰিবলগীয়া হ'ল। এই উদ্দেশ্যেৰে মই প্ৰায় এমাহমান প্ৰতিদিনে মানসীৰ লগত ৰাতিপুৱা দুঘণ্টা আৰু সন্ধিয়া দুঘণ্টাকৈ খৰচ কৰিবলগীয়া হ'ল। তাই যদিও ইংৰাজী পঢ়িব, লিখিব আৰু বুজিব পৰা হৈছিল, তথাপি তাইৰ ইংৰাজী কোৱাৰ অভ্যাস হোৱা নাছিল। যথেষ্ট পৰিশ্ৰম কৰি মই তাইক ঘৰতে ইংৰাজী কোৱাৰ বাবে

উপযুক্ত কৰি তুলিলোঁ। মানসীয়ে ইংৰাজী স্কুলত ভৰ্তি হবলৈ গৈ তাইৰ জীৱনৰ প্ৰথম ইণ্টাৰভিউত উত্তীৰ্ণ হ'ল আৰু তাই 9th classৰ ছাত্ৰী হৈ পৰিল। মানসীৰ পঢ়াজীৱন এইদৰে আৰম্ভ হ'ল। বছৰ বাগৰিল। স্কুলৰ শেষ পৰীক্ষাত বিজ্ঞানত বিশেষ পাৰদৰ্শিতা অৰ্জন কৰি মানসী উত্তীৰ্ণ হ'ল। আনন্দত মোৰ মন নাচি উঠিল। আনন্দত মানসীয়ে সৰু ছোৱালীৰ দৰে মোৰ ডিঙিত ধৰি ওলমিব ধৰিলে। মানসীক বহু দূৰলৈ পঢ়ুৱাৰ অদম্য হেঁপাহত মই সাময়িকভাৱে গুৱাহাটীৰ কথা পাহৰি থাকিলোঁ। মানসীয়ে পঢ়া জীৱনত দোপদ্‌োপে আগুৱাই যাবলৈ ধৰিলে আৰু আহি আহি B. Sc-ৰ শেষ বছৰত উপনীত হ'ল।

আনহাতে মোৰ নিজৰ লিখা কাম চলি থাকিল। সমালোচনা, প্ৰবন্ধ আদি লিখাত আৰু প্ৰকাশ কৰাত মই নিজক ডুবাই ৰাখিবলৈ ধৰিলোঁ। অতীতলৈ মাজে মাজে মন ধাবিত হলে বিদ্ৰোহৰ অগনিয়ে যেন কলিজা পুৰিবলৈ ধৰে; আৰু অগ্ৰসৰ হওঁ মই নতুন নতুন সমালোচনাৰে তথা-কথিত সামাজিক ঢংবোৰক আক্ৰমণ কৰিবলৈ। এইদৰে জীৱন অতিবাহিত হবলৈ ধৰিলে।

কিন্তু হঠাতে এদিন আৰু কিছুমান ঘটনাৰ সন্মুখীন হৈ গলোঁ মই। এদিন ডিপাৰ্টমেণ্টৰপৰা সোনকালে ঘৰলৈ উভতিছো। মানসী কলেজত আছে। ঘৰ সোমাই মাক ক'তো নেদেখি পাকঘৰলৈ গৈ ৰামুক সুধিলো মা ক'ত আছে বুলি। ৰামুৱে উত্তৰ দিলে: "মাজী কমত শুই আছে।" মই আচৰিত হলোঁ। মায়ে দিনত শোৱা মোৰ মনত নপৰে। কিবা অসুখ হোৱা বুলি মাৰ কোঠালৈ গৈ দেখো যে ভিতৰৰপৰা দুৱাৰখন বন্ধ আছে। মই মাক মাতিলোঁ: "দৰজা খুলি দিয়া মা, মই আহিছোঁ।"

কন্তেক পাছত মায়ে দৰজা খুলিলে। মই ভিতৰ সোমায়েই দেখো যে মাৰ চকু মুখ ৰঙা হৈ আছে।

"কি হৈছে মা?"

মায়ে উত্তৰ নিদিলে। অধৈৰ্য হৈ মই মাৰ কি হৈছে জানিব বিচাৰিলো।

কাৰণ আগতে এইদৰে মায়ে দৰজা বন্ধ কৰি ভিতৰ সোমাই কন্দা মোক মনত নপৰে। মাক হাতত ধৰি বিছনাত বহিবলৈ দিলোঁ; আৰু মই নিজেও ওচৰতে বহি কলো: "মা, তোমাৰ কি হৈছে মোক নকলে কাক কবা? কোৱা মা। তোমাৰ কি হৈছে কবই লাগিব।"

মায়ে কলে: "তই বেয়া নাপাওঁ বুলি কথা দিলেহে কম।"

"মই তোমাক বেয়া পাম? তুমি যে কি কথা ভাবা মা! বাৰু, মই বেয়া নাপাওঁ। এতিয়া কোৱা।"

মায়ে গাৰুৰ তলৰপৰা ফটো এখন উলিয়াই আনি মোৰ হাতত দিলে। ফটোখন এজন যুবকৰ। কিন্তু তেওঁৰ কপাল আৰু মুৰৰ চুলিৰ আকৃতি প্ৰায় মোৰ দৰে। মই আচৰিত হলোঁ। মাৰ ফালে চালোঁ। হঠাৎ ভাব হ'ল, মোৰ দেউতাক মই কোনোদিনে দেখা পোৱা নাই। আজিলৈকে মই দেউতাৰ ফটো এখনো দেখা নাছিলো। এইখন তেনেহলে মোৰ দেউতাৰ ফটো নেকি বাৰু? মাৰ মুখৰ ফালে চাই আনন্দিত আৰু আচৰিত হৈ মই সুধিলোঁ: "এইখন, এইখন মোৰ... ।"

"তোৰ দেউতাৰৰ ফটো।"

আনন্দত মাৰ ডিঙিত হাতেৰে মেৰিয়াই ধৰি কলো: "মা, ইমান দিন ধৰি তুমি মোক কিয় দেখুৱা নাছিলা? কিমান দিন সুধিছিলোঁ দেউতাৰ কথা, তুমি কিয় কোৱা নাছিলা?" মা আকৌ মনে মনে থাকিল। মই পুনৰ সুধিলোঁ: "কোৱা মা। মনে মনে কিয় থাকিলা?"

মায়ে মোৰ মুখৰ ফালে চাই কলে: "বহুদিন কব খুজিছিলোঁ। কিন্তু তোৰ মনত ওলোটা প্ৰতিক্ৰিয়া হব বুলি কোৱা নাছিলোঁ।"

"ওলোটা প্ৰতিক্ৰিয়া?"

মোৰ মুখেৰে এই কথা ওলোৱাৰ লগে লগে মায়ে কলে: "এৰা, কাৰণ, তোৰ দেউতাৰৰ লগত মোৰ বিয়া হোৱা নাছিল।"

চক্ খাই উঠিলোঁ মই। মাক সাৱটি ধৰা মোৰ হাতৰ বান্ধোন শিথিল হৈ গ'ল। মোৰ নিজকে এটা নিৰ্জীৱ পদাৰ্থ যেন লাগিল। এক মানসীৰ

দেউতাকৰ চিন নোহোৱা বাবে মোৰ জীৱনত এই বিফলতা আহি পৰিছে। এইবাৰ আকৌ মোৰ জন্ম ৰহস্যৰ বা কি সন্দেহ পাওঁ। বহুত সময়লৈ মই কোনো কথা উচ্চাৰণ কৰিব নোৱাৰিলোঁ। মোক থৰ হৈ বহি থকা দেখি মা উঠি গুচি যাবলৈ ওলাল আৰু মোৰ সমুখত খিয় হৈ কলে: "তই বেয়া পাবি বুলি মই জানিছিলো। তই শুনিব নালাগে।"

মাৰ হাতত খাপ মাৰি ধৰিলোঁ। মনত পৰিল মায়ে মোৰ বাবে অকলে অকলে যিমান ত্যাগ স্বীকাৰ কৰি আহিছে তাৰ তুলনাত মোৰ এই মনোকষ্ট নগণ্য। মাক টানি ওচৰত বহুৱাই কলোঁ: "মই বেয়া পোৱা নাই মা। মাথো মনটো অপ্রস্তুত হৈ থকাৰ বাবে হঠাতে চক্ খোৱাৰ দৰে হৈছিলোঁ। মোক ক্ষমা কৰা মা।"

মা মনে মনে থাকিল। কেৱল মোৰ মুখখন নিৰীক্ষণ কৰিব ধৰিলে। মই মাৰ চকুলৈ চাই অনুনয়ৰ সুৰত কলোঁ: "মোক ক্ষমা কৰা মা।"

মায়ে নামাতিলে। তাকে দেখি মই প্রায় অধৈর্য হৈ মাৰ ভৰিৰ ওচৰত বহি পৰিলো আৰু মাৰ আঠুত মুখখন লগাই মাৰ চকুলৈ চাই চাই কলোঁ: "মা মোক ক্ষমা কৰা; তুমি ক্ষমা নকৰিলে মই জীয়াই নাথাকোঁ। এইখন পৃথিৱীত তোমাৰ বাহিৰে মোৰ আৰু কোনো নাই।"

মায়ে হাঁহি মোৰ কপালত চুমা খাই কলে: "তই কোনো দোষ কৰা নাই। কিহৰ বাবে ক্ষমা কৰিম? তথাপি কৈছ যেতিয়া ক্ষমা কৰিছোঁ।"

মই উঠি বহি কলো: "তেন্তে কোৱা। দেউতাৰ কথা কোৱা।"

## দহ

মাই কবলৈ ধৰিলে: "উজনি অসমৰ নামতি অঞ্চলত মোৰ দেউতাৰ ঘৰ আছিল। দেউতা শ্রীযুত দেবেন্দ্রনাথ ফুকন এজন মৌজাদাৰৰ এখন ফাৰ্মৰ মেনেজাৰ আছিল। মই একেবাৰে সৰু থাকোঁতে মোৰ মা ঢুকাইছিল; আৰু মৌজাদাৰৰ কথামতে দেউতাই মোক দহ বছৰ বয়সতে বিয়া দি উলিয়াই দিছিল; কাৰণ ডাঙৰ হোৱালৈ

মোক ঘৰত ৰাখিবলৈ দেউতাই ভয় কৰিছিল। কিন্তু মই অকুমাৰী হৈ থাকোঁতে মোৰ স্বামী সাতদিনমানৰ ঘৰত পৰি ঢুকাল। পতিগৃহত মোৰ ওপৰত অত্যাচাৰ চলিল। দেউতাই সহিব নোৱাৰি মোক পুনৰ তেওঁৰ ওচৰলৈ লৈ আহিল, আৰু খুড়া-বৰদেউতাহঁতৰ হকা-বধা নামানি মোক স্কুলত পঢ়িবলৈ দিলে। মেট্রিক পৰীক্ষাত উত্তীর্ণ হোৱালৈকে মই পঢ়িলোঁ। মৌজাদাৰৰ পৰামৰ্শ আৰু নিৰ্দেশমতে ওচৰৰে সৰু চহৰখনত থকা এখন এম্. ই. স্কুলৰ প্ৰধান শিক্ষকে মোক তেওঁৰ স্কুলত শিক্ষয়িত্রী পদত সুমুৱাই ল'লে। মৌজাদাৰে কৈছিল যে মই নিজে উপাৰ্জন কৰিব পৰা হ'লে ঘৰ সংসাৰ কৰাৰ কথা আৰু মোৰ মনলৈ নাহিব। মৌজাদাৰজন অৱশ্যে বেয়া মানুহ নাছিল। কিন্তু মৌজাদাৰৰ ল'ৰাজন বৰ বেয়া আছিল। মই তাক দেখিব নোৱাৰিছিলোঁ; কাৰণ মই স্কুললৈ অহাযোৱা কৰা ৰাস্তাত সি প্ৰায়ে মোক জুলুম দিছিল। আনহাতে মই সদায় বিধবাৰ সাঁজ পিন্ধি কঠোৰ নিয়ম পালন কৰি চলিবলগীয়া হোৱাত বৰ বেজাৰ পাইছিলোঁ।

চহৰখনৰ মাজভাগতে আমাৰ স্কুলৰপৰা প্ৰায় দুই কিলোমিটাৰমান দূৰত এঘৰ ধনীমানুহৰ এখন ছপাশাল আছিল। ছপাশালৰ বুঢ়া মালিকজন একমাত্র ল'ৰা পুলিচ অফিচাৰ হৈ ঘূৰি ফুৰিব লাগিছিল। বুঢ়া মালিকজনৰ মৃত্যু হোৱাত পুলিচ অফিচাৰজনে বিজ্ঞাপন দিলে যে তেওঁৰ ছপাশালখন আৰু প্ৰকাশন প্ৰতিষ্ঠানটো ৰক্ষা কৰিবলৈ এজন পৰিচালক লাগে। তেওঁলোকৰ প্ৰকাশনৰ শাখা প্ৰশাখা আন ঠাইতো আছিল। যিজন ল'ৰা পৰিচালক হৈ আহিল তেওঁৰ শিক্ষাৰ অৰ্হতা আছিল স্নাতক। তেওঁৰ নাম আছিল অভিজিত দত্ত। তেওঁ এদিন মোক স্কুলৰপৰা ঘূৰি ঘৰলৈ যাওঁতে দেখা পাই আচৰিত হৈ মোৰ সকলো কথা সুধিলে। মোক বাল্য বিধবা বুলি জানি তেওঁ প্ৰায়ে মোক লগ ধৰা হ'ল আৰু কলে যে তেওঁ বাল্য বিধবা আৰু বিধবা বিবাহৰ বিষয়ে প্ৰবন্ধ পাতি লিখি আছে। তেওঁৰ কেইবাটাও প্ৰবন্ধ ইতিমধ্যে কিছুমান আলোচনীত প্ৰকাশ পাইছিল। তেওঁ নিজে এখন আলোচনীৰ সম্পাদনাও কৰিছিল। আলোচনীত তেওঁৰ

বাল্যবিবাহৰ বিৰুদ্ধে আৰু বিধৱা বিবাহৰ সপক্ষে লিখা প্ৰবন্ধবোৰ পঢ়ি মইও বৰ প্ৰেৰণা পাইছিলোঁ। তেওঁ মোক তেওঁৰ লিখনিত সহায় কৰিবলৈ আমন্ত্ৰণ জনাইছিল। সমাজৰ মানুহক ভয় লাগিছিল যদিও তেওঁৰ আমন্ত্ৰণক মই সঁহাৰি দিছিলোঁ। কিন্তু সেই চহৰৰ কিছুমান মানুহ তেওঁৰ বিৰুদ্ধে উঠিল। মোৰ লগত তেওঁৰ কথাবতৰা চলা বুলি জানি মোৰ দেউতা, বৰদেউতাহঁত আৰু গাঁৱৰ মানুহবোৰ তেওঁৰ বিৰুদ্ধে সজাগ হ'ল। দেউতাহঁতে মোক সাৱধান কৰি দিলে।

ইতিমধ্যে ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ দৰে অভিজিতে বাল্যবিবাহৰ বিৰুদ্ধে আৰু বিধৱা বিবাহৰ হকে বক্তৃতা দি ঘূৰি ফুৰিবলৈ ধৰিলে। তেওঁৰ বক্তৃতা শুনি শুনি চহৰৰ ডেকা ল'ৰা কিছুমান তেওঁৰ সমৰ্থনলৈ আহিল। কিন্তু বিৰুদ্ধে যোৱা মানুহৰ সংখ্যা শতকৰা প্ৰায় ৭০/৮০ ভাগ ওলাল। এইদৰে এবছৰ পাৰ হ'ল। লাহে লাহে তেওঁৰ সমৰ্থনকাৰীৰ সংখ্যা কমি আহিবলৈ ধৰিলে। তথাপি যি কেইজন আছিল সেই কেইজনক লৈ তেওঁ সংগঠনত নামি গ'ল।

এদিন তেওঁৰ লগত দুজনমান তেওঁৰ সমৰ্থনকাৰীয়ে মোক লগ ধৰি কলে যে তেওঁলোকে বিধৱা বিবাহটো উদাহৰণেৰে দেখুৱাই দিব; নহ'লে ডেকা ল'ৰাবোৰ আগবাঢ়ি নাহে। ল'ৰা এজনে কলে যে অভিজিতে মোক বিয়া কৰাব। মই ভয় খাই উঠিলোঁ। কিন্তু তেওঁলোকে মোক নিৰ্ভয় দি বহুত বুজালে আৰু মোক মত দিবলৈ কলে। মই কি কৰিম কি নকৰিম ভাবি থাকোঁতে অভিজিতে কলে যে দৰকাৰ হলে তেওঁ মৃত্যু বৰণ কৰিব, কিন্তু মোক বিয়া কৰাব। তেওঁলোক আমাৰ ঘৰলৈ আহিল। আৰু দেউতাক সকলো কথা বুজাই কৈ মত দিবলৈ কলে। দেউতা গৰ্জি উঠিল: "কি কলা? তুমি বিয়া কৰাবা? তুমি নাজানানে যে বিধৱা বিবাহ শাস্ত্ৰমতে নিষিদ্ধ?"

অভিজিতে উত্তৰ দিলে: "শাস্ত্ৰৰ যুগ এতিয়া নাই। আমি বিধৱা বিবাহ প্ৰচলিত কৰিম।"

দেউতাই কলে : "হব নোৱাৰে। সমাজে আমাক এঘৰীয়া কৰিব।"

অভিজিতে কলে : "সমাজৰ অন্ধবিশ্বাসৰ মূল্য বেছি নে আপোনাৰ ছোৱালীৰ জীৱনৰ মূল্য বেছি ?"

দেউতা চিঞৰি উঠিল : "অসম্ভৱ! অসম্ভৱ! তোমালোক আমাৰ ঘৰৰপৰা গুচি যোৱা।"

তেতিয়া অভিজিতে কবলৈ ধৰিলে : "শুনক, সমাজৰ আন মানুহতকৈ আপুনি নিজেহে আপোনাৰ ছোৱালীৰ বেছি অন্যায় কৰিছে। পিতৃ হৈ আপুনি শৈশৱৰপৰাই নিজৰ ছোৱালীক বিধৱা সাজিছে। দুখ নালাগে আপোনাৰ ? পিতৃ হৈ শত্রুৰ কাম কৰে কিয় ?"

দেউতাই কলে : "মই কি কৰিম ? তাইৰ ভাগ্যত সেয়াই আছিল। এইবোৰ ভগৱানৰ ইচ্ছা।"

লগৰ ল'ৰা এজনে উত্তৰ দিলে : "ভগৱানক মিছাকৈ দুষিছে কেলৈ ? আপুনি যদি মত নিদিয়ে তেন্তে মামনিৰ মত লৈ আমি বিয়া পাতিম।"

এনেতে খুড়াহঁত, বৰদেউতাহঁত আৰু গাঁৱৰ মানুহবোৰ আহি ভৰি পৰিল। সকলোৱে মিলি অভিজিতৰ সৈতে ল'ৰা কেইজনক গতিয়াই বাহিৰ কৰি দিলে।

সেই ঘটনাৰ পিছদিনাখন আমাৰ চোতালত বহুত মানুহৰ সভা বহিল। সভাত মৌজাদাৰৰ ল'ৰা আৰু মোৰ স্কুলৰ তিনি চাৰিজনমান শিক্ষক আৰু গাঁৱৰ দুই এজন নেতাই আগভাগ লৈছিল। সভাত সিদ্ধান্ত হ'ল যে কিছুমান মানুহ লগাই অভিজিতক মাৰপিট কৰি এই ঠাইৰপৰা খেদি দিব লাগে ; নহলে সি সহজতে সৈমান নহব। সভাত কোৱা হ'ল যে অভিজিতে সেই অঞ্চলৰ ছোৱালীবোৰক কুপথে পৰিচালিত কৰি আছে। দেউতাহঁতে মোক এই কথা বুজাই দিলে আৰু অভিজিতক সমৰ্থন কৰিবলৈ হাক দিলে। মই একো নামাতিলোঁ। কিন্তু মনে মনে মোৰ বৰ ভয় লাগিল। কাৰণ অভিজিতক মাৰিবলৈ ঠিক কৰা গুণ্ডা কেইজনৰ নায়ক আছিল মৌজাদাৰৰ ল'ৰা। সি অভিজিতক মাৰি পেলাব বুলি মোৰ ভয় হ'ল। কিন্তু কাৰো

আগত মোৰ শংকাৰ কথা প্ৰকাশ নকৰিলোঁ। কাৰণ অভিজিতক ৰক্ষা কৰা মানুহ কোনো নাছিল বুলি মই জানিছিলোঁ। ইতিমধ্যে তেওঁৰ ওপৰত বহুত অত্যাচাৰ কৰা হৈ গৈছিল। তেওঁ থকা ঘৰলৈ ৰাতি ৰাতি শিলগুটি দলিয়াইছিল আৰু তেওঁৰ আলোচনীবোৰ, লিখাবোৰ চুৰ কৰি নিবলৈ চেষ্টা চলোৱা হৈছিল। সেয়েহে অভিজিতক ৰক্ষা কৰাৰ বাবে মই উপায় চিন্তিবলৈ ধৰিলোঁ।

স্কুললৈ যাওঁতে অভিজিতক লগ পাবলৈ বহুত চেষ্টা চলাইছিলোঁ। কিন্তু স্কুলৰ কিছুমান শিক্ষকে মোৰ ওপৰত গুপ্তচৰ নিয়োগ কৰিছিল। শেষত অভিজিতক মাৰিবলৈ ঠিক কৰা দিনটোৰ আগদিনাখন ৰাতি মোৰ টোপনি নাই। কাৰণ ৰাতি পুৱালেই মই তেওঁক লগ ধৰিব নোৱাৰিম আৰু সন্ধিয়া হলে তেওঁক ইহঁতে মাৰিব। সিদিনা ৰাতি তিনিটা বজালৈ মই সাৰে থাকিলোঁ। সকলো শুই নিঃপালি দিয়াত মই নিঃশব্দে ঘৰৰ দুৱাৰ খুলি বাহিৰ ওলাই দৌৰিলোঁ। দৌৰি দৌৰি গাঁও পাৰ হৈ পথাৰ পাৰ হৈ চহৰখনত সোমালোঁ। ঘৰৰ ছাঁৰ আশ্ৰয়লৈ লৈ মই গৈ অৱশেষত অভিজিতৰ দুৱাৰত টোকৰ দিলোঁ। ক্ষন্তেক পাছত তেওঁ সাৰ পাই উঠি দুৱাৰ খুলি মোক দেখি বৰ আচৰিত হৈ প্ৰশ্ন কৰিলে: "মামনি, ইমান ৰাতি তুমি অকলে?"

মই তেওঁৰ মুখখন হাতেৰে বন্ধ কৰি ধৰি কলোঁ: "মনে মনে থাকক; মানুহে শুনিব।"

মই ভিতৰ সোমাই গলোঁ। তেওঁও ভিতৰ সোমাই দুৱাৰ জঁপাই দি সুধিলে: "কি হৈছে? ইমান দূৰ দৌৰি দৌৰি আহিছা এই ৰাতিখন?"

মই ফোঁপাই ফোঁপাই চকী এখনত বহি কলোঁ: "আপুনি পলাওক; এই মুহূৰ্ততে পলাওক। নহ'লে কালিলৈ গুণ্ডা কিছুমানে আপোনাক মাৰি পেলাব।"

তেওঁ সুধিলে: কিন্তু কিয়?"

মই তেওঁক সিদিনা আমাৰ ঘৰত হোৱা সকলো কথা চমুকৈ কলোঁ,

আৰু কলোঁ যে মাৰিষলৈ বুলি দহজনমান মানুহ ঠিক কৰা হৈছে। কিন্তু অভিজিতে কলে: "মই নপলাওঁ। মই পলালে বিপদ তোমাৰহে হ'ব। মোক পলুৱাই পঠোৱা বুলি তোমাৰ ওপৰত অত্যাচাৰ চলিব।"

মই কান্দি কান্দি কলোঁ: "কিন্তু আপোনাক সিহঁতে মাৰি পেলাব। মৌজাদাৰৰ ল'ৰাও সিহঁতৰ লগত আছে আৰু মোৰ স্কুলৰ শিক্ষক কিছুমানো সমৰ্থনত আছে।"

কিন্তু অভিজিতে এইবাৰো কলে: "মাৰিলে মাৰিব। কিন্তু তোমাক এৰি মই পলাব নোৱাৰোঁ।"

মই তেওঁক কাকুতি কৰিবলৈ ধৰিলো: "অনুৰোধ কৰিছো; আপুনি ইয়াৰপৰা পলাই যাওঁক, মোৰ কথা চিন্তা নকৰিব।"

এইবাৰ অভিজিতে থিয় হৈ কলে: "বলা মামনি, তুমিও আহা মোৰ লগত।"

মই আচৰিত হৈ সুধিলোঁ: "মই? আপোনাৰ লগত?" তেওঁ কলে: "অ' মামনি, তুমি ইয়াত মনৰ যাতনা ভোগ কৰি কিয় থাকিবা? তুমি কি পাইছা ইয়াত? বিয়া হওঁতে তুমি বিয়া কি বস্তু বুজিছিলানে? যেতিয়া বুজিব পৰা হলা, তেতিয়া কি পালা? আৰু কিছুমান অসভ্য ল'ৰা তোমাৰ পাছত পৰিছে। সিহঁতে তোমাৰ জীৱন ধ্বংস কৰি পেলাব। আমি দুয়ো গুচি যাওঁ আহা; আমি আদালতত বিয়া হৈ লম।"

মই ফেকুঁৰিবলৈ ধৰিলো। অভিজিতে মোৰ হাতত ধৰি কলে: "মামনি, মই তোমাৰ মুখৰ বৈধব্যৰ ছাই মচি পেলাব খোজোঁ। মাথোন তুমি মোক সহায় কৰা। কোৱা তুমি মোৰ লগত আহিবা? তুমি নাহিলে মই অকলে নপলাওঁ। মৃত্যুৰ ভয় মোৰ অলপো নাই।"

মই তেওঁৰ কথা শুনি শিঁয়ৰি উঠি কলোঁ: "তেন্তে আহক, দুয়ো পলাই যাওঁ।"

অভিজিতে মোনা এখনত তেওঁৰ দৰকাৰী বস্তু, তিকাপ আলোচনী ইত্যাদি ভৰাই ললে আৰু তেওঁৰ লগত থকা টকা পইচা সকলো ললে।

মোৰ ফালে চাই কলে: "তুমিতো লগত একো অনা নাই। তোমাৰ কামত আহিব পৰা বস্তু... !" মই তৎক্ষণাৎ কলো যে মোৰ চাৰ্টিফিকেট আৰু নম্বৰচিত তেওঁৰ লগত আছে। এবাৰ ভাল ঠাইত চাকৰি বিচৰাৰ আশাত মই তেওঁক দিছিলোঁ। 'অ' বুলি তেওঁ কিতাপৰ বেক এখনৰ কাগজ বিছুমানৰ তলৰপৰা উলিয়াই সেই দুটা বস্তুও ললে। আৰু ৰাতিপুৱাৰ আগে আগে আমি সেই চহৰ আৰু গাঁও এৰি বহুদূৰ পালোঁগৈ। দুদিন দুৰাতি লুকাই লুকাই আমি মানুহৰ সমাজৰপৰা আঁতৰত থাকিবলগীয়া হ'ল। কাৰণ, মোৰ গাত বিধৱাৰ সাজ আছিল আৰু আমাক বিচাৰি মানুহ আহিব বুলি আমাৰ ধাৰণা হৈছিল। তাৰপাছত গুৱাহাটী মুখী বাছত উঠি আমি আহি গুৱাহাটী পালোঁহি।

ক'ত থাকিম চিন্তা কৰি গৈ থাকোঁতে এখন সৰু হোটেলৰ সন্মুখত এজন বৃদ্ধ ৰহি থকা দেখি অভিজিতে থাকিব পৰা যাব নেকি বুলি সুধিলে। বুঢ়াজন মান্তি হ'ল আৰু আমাক থাকিবলৈ কোঠাঁ এটা দিলে। পিছদিনাখন ৰাতিপুৱাই আদালতলৈ গৈ বিয়া হোৱাৰ বন্দোৱস্ত কৰি পেলালোঁ। বৃদ্ধজন ভাল মানুহ আছিল; তেওঁ হোটেলখনৰ মালিক। তেওঁ সাক্ষী হৈ আমাৰ বিয়া পাতি দিব বুলি কলে। সন্ধিয়া হৈছিল। অভিজিতে বজাৰলৈ গৈ তেওঁৰ আৰু মোৰ বাবে কিছুমান বস্তু কিনিলে মোৰ বাবে খাৰু, হাৰ, সেন্দুৰ আৰু পোছাক এযোৰ আৰু তেওঁৰ বাবেও এযোৰ পোছাক কিনিলে। বজাৰৰপৰা উভতি আহি অভিজিত জিৰণি ললে।

মুখত এমোকোৰা পৱিত্ৰ হাঁহি লৈ তেওঁ মোক কলে: "মামনি, তোমাৰ কাৰণে ইমানখিনি কৰিবলৈ আগবাঢ়িলোঁ। আগতে মই বহুত বাল্য বিধৱা দেখিছিলোঁ। তেওঁলোকৰ বাবে দুখ লাগিছিল যদিও তোমাক লগ পোৱাৰ পাছতহে বাল্যবিধৱাৰ অন্তৰক খুলি খুলি খোৱা পোকটো ভালদৰে চিনি পালোঁ; আৰু সেই সামাজিক পোকটোক মাৰি পেলাবলৈ মই প্ৰায় বলিয়াৰ দৰে হ'লোঁ। ন'হলে যে তোমাৰ

উদ্ধাৰ নহ'ব। তাতে সেই চহৰৰ কিছুমান অসভ্য ল'ৰাৰ তোমাৰ ওপৰত চকু থকা দেখা পাই মই মনে মনে ঠিক কৰি পেলাইছিলোঁ যে স্কুললৈ অহাযোৱা কৰা ৰাস্তাৰ পৰাই এদিন মই তোমাৰে সৈতে ক'ৰবালৈ গুচি যামগৈ। এনেতে তুমি নিজেই আহি পালা। কালিলৈ পুৱাতে আমাৰ বিবাহ সম্পাদন কৰি উঠি আমি মোৰ ঘৰলৈ যাম। বিপদ আহিব। কিন্তু মোৰ মা-দেউতা আৰু একমাত্ৰ ভাইজন বৰ ভাল। সিহঁতে মোৰ লিখাবোৰ বৰ ভাল পায়। তেওঁলোকে নিশ্চয় বুজিব আৰু সমাজৰ বাকীবোৰেও সাহস নথকা বাবেহে বিঘিনি ঘটায়। আমি এবাৰ উদাহৰণেৰে দেখুৱাই দিলে লাহে লাহে কিছুমান আগুৱাই আহিব। আমি চেষ্টা কৰিম। প্ৰবন্ধ লিখিম, গল্প লিখিম আৰু তুমি মোক এই কামত সহায় কৰিবা।"

মই সম্মতি দিলোঁ। অভিজিত সন্তুষ্ট হ'ল। ৰাতিৰ আহাৰ খাই আমি শুই থাকিলোঁ। ৰাতিপুৱাৰ আগেয়ে এন্ধাৰ থাকোঁতেই আমি উঠিলোঁ। আদালতৰপৰা আৰু ইয়ালৈ ঘূৰি নাহোঁ বুলি আমি সকলো সাজু কৰি সাজি কাচি ওলালোঁ। নতুন পোছাক আৰু নতুন বস্ত্ৰবোৰ মই পিন্ধিছোঁ, কপালত সেন্দূৰ লৈছোঁ। অভিজিতেও তেওঁৰ নতুন পোছাকযোৰ পিন্ধিছে। এনেতে দুৱাৰত টোকৰ পৰিল। বুঢ়া মালিক-জন আহিল বুলি অভিজিতে দুৱাৰ খুলি দিলে। হোটেলৰ মেনেজাৰজন সোমাই আহিল। তেওঁৰ লগে লগে ছয় সাত জনমান মানুহ ভিতৰ সোমাল। তাৰ ভিতৰত মোৰ নামতিৰ স্কুলখনৰ তিনিজন শিক্ষক, মৌজাদাৰৰ পুতেক আৰু দুই তিনিজনমান গুণ্ডা আছিল। মেনেজাৰে ক'লে যে তেওঁ আমাক পলাই অহা বুলি জনা নাছিল। জানিলে ঠাই নিদিলেহেঁতেন। মেনেজাৰ গুচি যোৱাৰ লগে লগে মৌজাদাৰৰ পুতেকে গুণ্ডা কেইটা লগাই দিলে: "ধৰ এই অসভ্যটোক, বিধৱা ছোৱালী লৈ পলাইছে।"

লগে লগে গুণ্ডা তিনিটাই আৰু মৌজাদাৰৰ পুতেকে একেলগে

অভিজিতক আক্ৰমণ কৰিলে। শিক্ষক তিনিজনে বিদ্ৰূপ কৰি হাঁহি আছে। মই চিঞৰি চিঞৰি কান্দি কান্দি মৌজাদাৰৰ পুতেকৰ ভৰিত ধৰি অভিজিতক নামাৰিবলৈ কাকুতি কৰিছোঁ। কিন্তু সি মোক লঠিয়াই দিলে। অভিজিতে পাৰেমানে যুঁজিলে; কিন্তু শক্তিশালী গুণ্ডাৰ আক্ৰমণ প্ৰতিৰোধ কৰিব নোৱাৰিলে। সিইঁতে মৰিয়াই মৰিয়াই তেওঁক মাটিত পেলাই দিলে আৰু টানি চোঁচোৰাই উলিয়াই নিলে। অভিজিতে মোক পলাই যাবলৈ চকুৰে আৰু হাতেৰে ইংগিত দি আছে; কিন্তু মই চিঞৰি চিঞৰি তেওঁৰ পাছে পাছে গৈ আছোঁ। এনেতে মৌজাদাৰৰ ল'ৰাই মোক উঠাই লৈ যাবলৈ আহিল। মই তাক লঠিয়াই থাকোঁতে বৃদ্ধ মালিকজনে দুজন মানুহ লৈ আহি মৌজাদাৰৰ ল'ৰাক গতিয়াই দি মোক হাতত ধৰি টানি নি তেওঁলোকৰ ঘৰৰ এটা কোঠাত বন্দী কৰি থলে। সিইঁতে অভিজিতক কি কৰিলে মই নাজানিলোঁ। কমৰ ভিতৰত মই কান্দি কান্দি বহি থাকিলোঁ।

ৰাতিপুৱা ভালদৰে পোহৰ হোৱাত বৃদ্ধজন আহি দৰজা খুলি দিলে। মই ওলায়েই দেখো যে অভিজিতৰ মৃতদেহটো দুৱাৰ মুখত পেলাই থৈছে। মই শটোৰ ওপৰত পৰি হিয়া ধাকুৰি কান্দিবলৈ ধৰিলো। কিছুমান মানুহ মোৰ চাৰিওফালে গোট খাইছিলহি। বৃদ্ধজনে সকলোকে কোৱা শুনিলোঁ যে অভিজিত মোৰ স্বামী আছিল; কিন্তু দুবৃত্তই তেওঁক মাৰি পেলালে। বৃদ্ধজনে মোৰ ওচৰলৈ আহি কলে: "আইটি, মই তোমালোকক ৰক্ষা কৰিবলৈ চেষ্টা চলাইছিলো। কিন্তু ফোনটো ধৰি পুলিচ মাতিব খোজোঁতে কোনোবাই অতৰ্কিতে মোৰ মূৰত কোব মাৰি দিছিল; মই পৰি গৈছিলোঁ।" বৃদ্ধজনৰ মূৰত বেণ্ডেজ বন্ধা মই দেখি-বলৈ পালোঁ। মই আকৌ কান্দিবলৈ ধৰাত বৃদ্ধই কলে: "নাকান্দিবা; এতিয়া মৃতদেহৰ ব্যৱস্থা কৰোঁ আহা।" পুলিচ আহিছিল; শ পৰীক্ষা কৰিছিল। কিন্তু তাৰ পাছত পুলিচে কি কৰিলে মই নাজানিলোঁ। পুলিচে কিবা কৰিলেও অভিজিতক আৰু মই ঘূৰাই নাপাওঁ। সেয়েহে

বৃদ্ধজন আৰু দুজন মানুহৰ সৈতে মই অভিজিতৰ শটো লৈ গৈ নৈৰ পাৰৰ এডোখৰ মানুহ নোযোৱা ঠাইত দাহন কৰিলোঁ। মই পানীত জঁপিয়াই মৰিব খুজিছিলোঁ। কিন্তু যোৱা নিশাৰ অভিজিতৰ কথাবোৰ মনত পৰি মই পানীৰ ওচৰত থমকি ৰ'লো। ভাবিলো, বিয়া হব নোৱাৰিলেও তেওঁ মোৰ স্বামী। তেওঁৰ আদৰ্শক মই জীয়াই ৰাখিব লাগিব। আমাৰ সন্তানৰ জৰিয়তে মই সেই আদৰ্শক জীয়াই ৰাখিম। মোক পানীৰ ওচৰত থিয় হৈ থকা দেখি বৃদ্ধই মোৰ ওচৰলৈ আহি মোক নমৰিবলৈ অনুৰোধ কৰি সান্ত্বনা দিলে আৰু তেওঁ মোক এখন অনাথ আশ্ৰমলৈ লৈ আহিল।

সেই বছৰৰ চেপ্তেম্বৰ মাহৰ ১৪ তাৰিখে ( ভাদ মাহৰ ২৮ তাৰিখ ) অনাথ আশ্ৰমত তোৰ জন্ম হয়। সিদিনা আছিল কৃষ্ণপক্ষৰ অষ্টমী তিথি যি তিথিত কাৰাগাৰৰ ভিতৰত কৃষ্ণ সূৰ্যৰ উদয় হৈছিল। তয়ো আছিলি মোৰ এন্ধাৰ আকাশৰ সূৰ্যোদয় ; সেয়েহে তোৰ নাম ভাস্কৰ ৰাখিছিলো। তোৰ চুলি, কপাল, গাৰ বং আৰু হাত ভৰিৰ চেহেৰা অভিজিতৰ দৰে। তোৰ আঙুলিবোৰো অভিজিতৰ আঙুলিৰ দৰে। মাথো তোৰ চকু, মুখ আৰু নাক মোৰ দৰে। সেই কাৰণে মই তোৰ চেহেৰাত সদায় অভিজিতকহে দেখা পাইছিলোঁ। সেয়েহে তোক অভিজিতৰ দৰে স্বভাৱ চৰিত্ৰৰ কৰি গঢ়ি তুলিবলৈ মোৰ এক অদম্য হেঁপাহ জাগিছিল। কিন্তু অনাথ আশ্ৰমত সোমাই থাকিলে তোৰ জীৱনটো ধ্বংস হব বুলি ভাবি মই তাৰ বাহিৰ ওলাবলৈ বাট বিচাৰি থাকিলোঁ।

আশ্ৰমৰ কৰ্তৃপক্ষই মোৰ পঢ়াশুনাৰ কথা জানিব পাৰি মোক আশ্ৰমৰ সৰু সৰু ল'ৰাছোৱালীক শিক্ষা দিয়াৰ চাকৰিটো দিছিল আৰু থাকিবলৈ সুকীয়াকৈ কোঠা এটা দিছিল। এদিন মই আশ্ৰমৰ ল'ৰা-ছোৱালীবোৰক চিৰিয়াখানা দেখুৱাবলৈ লৈ গৈছিলোঁ। চিৰিয়াখানাত ল'ৰা-ছোৱালীহঁতক জীৱ জন্তুৰ বিষয়ে বুজাই থাকোঁতে এজন মানুহে মোক লক্ষ্য কৰি থকা দেখিবলৈ পালোঁ। তেওঁ আগবাঢ়ি আহি চিনাকি

দিলে যে তেওঁ এখন হাইস্কুলৰ প্ৰধান শিক্ষক। তেওঁৰ নিজৰ ল'ৰা-ছোৱালী হালক চিৰিয়াখানা দেখুৱাবলৈ লৈ আহিছে। তেখেতে মোক কেনেকৈ আশ্ৰমৰ চাকৰিত সোমালোঁ সুধিলে। মই ক'লোঁ যে মোৰ ল'ৰাটোৰ জন্ম হোৱাৰ দুমাহ পাছত তাৰ দেউতাক ঢুকাল; পতিগৃহত মোৰ স্থান নোহোৱা হ'ল। লৰাটো লৈ চাকৰি বিচাৰি ঘূৰি ফুৰোঁতে চাকৰি তাতেহে মিলিল। তেওঁ মোৰ শিক্ষাৰ অৰ্হতাৰ কথা সোধাত মই কলোঁ আৰু কলোঁ যে মই এসময়ত এখন স্কুলত কাম কৰিছিলোঁ আৰু এতিয়া আশ্ৰমৰ বাহিৰত চাকৰি পালে মই কৰিম। তেওঁ মোক তেওঁক এবাৰ লগ ধৰিবলৈ কলে।

এদিন মোৰ চাৰ্টিফিকেট আৰু মাৰ্কচিতবোৰ লৈ মই তেওঁক তেওঁৰ ঘৰত লগ ধৰিলোগৈ। তেওঁ তেওঁৰ স্কুলৰ এম. ই. শাখাত মোক চাকৰি কৰাৰ সুবিধা কৰি দিলে আৰু থকাৰ বাবে ঘৰ এটাও দিলে। পিছলৈ সেইঘৰটো অলপ ডাঙৰ কৰি ৰূম বঢ়াই লোৱাৰ সুবিধাখিনিও তেওঁ কৰি দিছিল। কাৰণ ল'ৰা-ছোৱালীক মই দিয়া শিক্ষাখিনি তেওঁ ভাল পাইছিল। তেতিয়াৰপৰা দিল্লীলৈ অহাৰ সময়লৈকে আমি তাতেই আছিলোঁ।"

কথা শেষ কৰি মা মনে মনে ৰ'ল। কথাবোৰ শুনি শুনি মই আচৰিত হৈ মাৰ মুখৰ ফালে চাই আছিলোঁ। ভাবিলোঁ, যি যুগত ছোৱালীবোৰে মুখেৰে মাতিবপৰা নাছিল সেই যুগত বাল্য বিধৱা হৈ মায়ে ইমান সাহসৰ কাম কেনেকৈ কৰিছিল! নিশ্চয় মাৰ সাহসত চিন্তা আৰু আবেগৰ সমন্বয় ঘটিছিল। নিজৰ বিষয়ে ভবা নাছিল; দেউতাক ৰক্ষা কৰা কথা ভাবিছিল। কাৰণ দেউতাৰ আদৰ্শৰ যুক্তিযুক্ততা আছে বুলি হৃদয়ংগম কৰিব পাৰিছিল। কুসংস্কাৰবোৰে তেওঁৰ দৰে বাল্য বিধৱাৰ জীৱন ধ্বংস কৰি আছে বুলি বুজি পাইছিল। মাৰ মগজুৱে কাম কৰিছিল। আনহাতে আবেগে পৰিচালিত কৰিছিল দেউতাক ৰক্ষা কৰিবলৈ। দেউতাৰ হত্যাটো সামাজিক বৰ্বৰতাৰ চূড়ান্ত নিদৰ্শন।

বিধিমতে বিয়া হব নোৱাৰিলেও প্ৰকৃতিৰ নিয়মমতে মা-দেউতাৰ বিয়া হৈছিল। মায়ে যদি এই কাম নকৰিলেহেঁতেন তেন্তে মৌজাদাৰৰ ল'ৰাৰ দৰে দুৰ্বৃত্তৰ হাতত মাৰ ধ্বংস অনিবাৰ্য হ'লহেঁতেন। দেউতাক হেৰুৱালে যদিও নিজৰ জীৱন ৰক্ষা কৰি মোক দেউতাৰ আদৰ্শত ডাঙৰ দীঘল কৰি সমাজৰ এটা মহৎ কাম সমাধা কৰিলে।

মাৰ চকুৰ ফালে চালোঁ। মায়ে হাঁহিলে আৰু কলে: "দেউতাৰ নাই যদিও তোৰ দেউতাৰ কামবোৰ তই সম্পূৰ্ণ কৰিবি বুলি আশা কৰি তোৰ পঢ়া শুনা আৰম্ভ কৰিছিলোঁ। তই তেওঁতকৈ বহুত ডাঙৰ হৈ গৈছ। সেয়েহে আজি মোৰ কোনো দুখ নাই।" এইবুলি মায়ে এটা সৰু চুটকেচৰ ভিতৰৰপৰা কিছুমান আলোচনী, কিতাপ আৰু আধালিখা কিছুমান প্ৰবন্ধ-পাতি উলিয়াই আনি মোৰ ওচৰত থৈ কলে: "এইবোৰত দেউতাৰৰ লেখাবোৰ আছে। তই এইবোৰ সম্পূৰ্ণকৈ উলিয়াবিনে?"

মই আলোচনীবোৰ চালোঁ। আটাইকেইখন অসমীয়া আলোচনী। মই মাক কথা দিলোঁ যে সেই সকলোবোৰ লেখাৰ এটা সংকলন উলিয়াম আৰু আধালিখাবোৰো সম্পূৰ্ণ কৰিম। মা সন্তুষ্ট হ'ল। কিন্তু মোক সাবটি ধৰি কান্দিবলৈ ধৰিলে। মই মাৰ চকুপানীবোৰ মচি দি কলোঁ: "মা তুমি গ্ৰেট। নাকান্দিবা। দেউতাক মই জীয়াই ৰাখিম নহয়। তোমাৰ সেই সমাজখনতকৈ আজিৰ সমাজ বহুত উন্নত হ'ল মা; তথাপ তোমাৰ দৰে সাহসী আৰু বিবেচক ছোৱালী মই দেখা নাই।"

হঠাতে মোৰ ৰূপালীৰ কথা মনত পৰি গ'ল। ৰূপালীৰ মাৰ দৰে সমস্যাৰ উদ্ভৱ হোৱা নাছিল। তথাপি ৰূপালী কিয় সাহসী হব নোৱাৰিলে? কাৰণ ৰূপালীয়ে কেৱল মাক-দেউতাক আৰু নিজৰ কথাহে চিন্তা কৰিছিল। দেউতাকৰ প্ৰভাৱ ৰূপালীৰ বাবে বৰ তীব্ৰ। বিবেচনাৰ অভাৱত ৰূপালীৰ জীৱনলৈ বিপৰ্যয় আহিল। লগে লগে সীমান্ত ফুকনৰ কথা মনত পৰি মই ৰূপালীৰ বাবে শিয়ঁৰি উঠিলোঁ। দেখিলোঁ মায়ে মোক নিৰীক্ষণ কৰি বহি আছে। হঠাতে মা থিয় হৈ

মোৰ চুলিৰ মাজত আঙুলিবোৰ সুমুৱাই দি কলে: "তই ৰূপালীৰ কথা পাহৰি যা সোণ। তাই তোক বুজিবৰ চেষ্টা নকৰিলে; তই তোৰ মনৰ জোখৰ ছোৱালী পাবি। ইয়াতে ওলাব। তই মাথোন সন্মত হ। তোক বহুত কলোঁ; তথাপি তই মন নিদিলি। এইবাৰ মত দে, সোণ।"

মই থিয় হৈ কলো: "নহয় মা প্ৰথমে মানসীৰ পঢ়া। তাৰ পাছত তাইৰ বিয়া। মোৰ কথা এতিয়া নাভাবিবা। মোৰ একমাত্ৰ উদ্দেশ্য মানসীক ডাঙৰ মানুহ কৰি ডাঙৰ মানুহৰ লগত বিয়া দিয়া।"

মাৰ ওচৰৰপৰা গুচি আহিলোঁ। নিজৰ কোঠালৈ আহি দেউতাৰ ফটোখন টেবুলৰ ওপৰত সজাই থলোঁ। দেউতাৰ আলোচনীবোৰ আৰু আধালিখা কাগজবোৰ সযতনে ৰাখি থলোঁ আৰু বিছনাত শুই শুই ভাবিবলৈ ধৰিলোঁ। ৰূপালী মাৰ দৰে সাহসী হব নোৱাৰিলে, ৰূপালীয়ে মোৰ আহ্বান কিয় প্ৰত্যাখ্যান কৰিলে আৰু নিজৰ বিপৰ্যয় কিয় নিজে মাতি আনিলে? পতিতা, সম্ভ্ৰান্ত, এইবোৰ চিন্তাই ৰূপালীৰ মনত কেনেকৈ ইমান দকৈ শিপালে? মায়ে মাত্ৰ সাধাৰণ লিখা পঢ়া জানিছিল, তথাপি মাৰ চিন্তা আৰু আবেগে উচিতভাৱে কাম কৰিছিল—মায়ে সিদ্ধান্ত লব পাৰিছিল। তেন্তে আজিৰ উচ্চ শিক্ষাই মানুহক কি দিলে? ৰূপালীৰ দিনবোৰ কেনেকৈ গৈছে তাৰ কথা মনলৈ আহি মোৰ বুকু হুম্‌হুমাই গ'ল। সীমান্ত দৈত্যটোৱে ৰূপালীৰ কি গতি কৰিলে মই নাজানিলোঁ। ৰূপালী জীয়াই আছেনে নাই? মই ভাবিব নোৱৰা হলোঁ। মোৰ অন্তৰ আৰু মগজুত জুই জ্বলিবলৈ ধৰিলে।

## এঘাৰ

মানসীয়ে এম্. এছ্. চি. ক্লাছত নিউক্লিয়াত ফিজিক্সৰ অধ্যয়ন কৰি আছে। ইতিমধ্যে মই দেউতাৰ লিখা প্ৰৱন্ধ-পাতিবোৰ পঢ়ি অতাই এটা সংকলন উলিয়াই প্ৰকাশ কৰিবলৈ পঠিয়াইছোঁ। দেউতাৰ বিধৱা বিবাহ আৰু বাল্য বিবাহৰ বিষয়ে যি

ধাৰণা আছিল তাক মই ভালদৰে বুজি পাইছিলোঁ। আৰু কি ধৰণৰ সংগঠনত হাত দিব খুজিছিল তাকো হৃদয়ংগম কৰিব পাৰিছিলোঁ। সেয়েহে এখন কিতাপ লিখিবলৈ বুলি হাতত কলম তুলি ললোঁ। কিতাপখনৰ নাম দিব খুজিলো: "মোৰ দেউতা অভিজিত দত্তৰ দৃষ্টিত বিধৱা বিবাহ।"

চিন্তাৰ সাগৰত ডুবি থাকোঁতে কেতিয়া নিশা হ'ল কব নোৱাৰিলোঁ। মানসীয়ে দুৱাৰ ঠেলি সোমাই অহাত উচপ খাই উঠিলোঁ। তাই কোনো-ফালে লক্ষ্য নকৰাকৈ মোৰ হাতৰপৰা কলম কাগজ আঁতৰাই থৈ হাতত ধৰি টানি টানি কলে: "ককাইদেউ, উঠক। ইমান মাতিছো। দেখিছে নে নাই ৰাতি ১১টা বাজিল? সেই সন্ধিয়াৰপৰা আপুনি ইয়াতে বহি আছে।"

"ৰহচোন ৰহ; কি হৈছে?"

তাই চিঞৰি কলে: "ভাত খাওঁ; ভোক লগা নাই?"

"লাগিছে। মায়ে খালেনে নাই?"

"খোৱা নাই; বাট চাই আছে।"

"মানসী, বিক্ৰমক বহুদিন দেখা নাই। সি কিয় আহিবলৈ এৰিলে? তই তাক কিবা কৈছ?"

"উ, কাজিয়া কৰিছো।"

মই ধমকনি দি কলো: "কিয়? তোক মই সাৱধান কৰি দিছোঁ? তাৰ লগত কাজিয়া নকৰিবি।"

"কিয় নকৰিম। সি এটা যন্ত্ৰ।" মোৰ হাঁহি উঠিল।

"যন্ত্ৰ? তেন্তে তই যন্ত্ৰী নহয় কেলৈ?"

তাইও হাঁহি উত্তৰ দিলে: "যন্ত্ৰী হব খুজিলেও যন্ত্ৰ নচলে। সেয়েহে পেলাই থৈছো।"

মই তাইৰ মুখৰ ফালে চাই থাকোঁতে তাই হঠাতে সুধিলে: "ককাইদেউ, এইবাৰ পূজাৰ বন্ধত বিক্ৰমৰ লগত উদয়পুৰলৈ যাম? আটাইকেইজনে?"

"মই যাব নোৱাৰিম।"

"কিয় ?"

হঠাৎ মোৰ মনত পৰিল যে এতিয়ালৈ মই তাইক ক'লৈকো ফুৰাবলৈ নিয়া নাই। মই কলোঁ: "মানসী, বিক্রমৰ লগত ৰাজস্থানলৈ যোৱাৰ বাবে বহুত সময় পাবি। এইবাৰ পূজাৰ বন্ধৰ শেষৰ ফালে মই তইঁত দুয়োকো (মা আৰু তোক) দাক্ষিণাত্যলৈ লৈ যাম। দৰকাৰ হলে কিছুদিন ছুটী লম। হব নহয় ?"

তাই সুধিলে: "ছুটী যে লব লাগে, বন্ধৰ আগৰ ফালটোৰ কি হ'ল ?"

"মই অসমলৈ যাম; দেউতাৰ গাঁওখনলৈ; মাৰ গাঁওখনলৈ।"

"দেউতাৰ গাঁও? মাৰ গাঁও? এইবোৰ কি কৈছে আপুনি? আপোনাৰ দেউতাৰ গাঁও ক'ত ?"

"পিছত শুনিবি বহ। আজি বহুত ৰাতি হ'ল। বল, মায়ে বাট চাই আছে।" আমি খোৱা ঘৰলৈ গলোঁ।

খাবলৈ বহি মই মানসীক সুধিলোঁ: "যন্ত্রত তেল কেতিয়া দিবি ?"

তাই হাঁহি উত্তৰ দিলে: "কালিলৈ। অ' নহয়; কালিলৈ দেওবাৰ। পৰহিলৈ দিম।"

"তেল দিয়াৰ পাছত চলাব পাৰিবিনে ?"

"কেলেই নোৱাৰিম ? নিশ্চয় পাৰিম।"

"তোৰ confidence আছে ?"

তাই দৃঢ়স্বৰে কলে: "আছে।"

মই তাইৰ ফালে চাই কলো: "কিন্তু বৰ সাৱধান হব লাগিব। Balancingৰ বৰ আৱশ্যক।"

তাই আগ্রহেৰে সুধিলে: "Balancing? কিহৰ balancing ?"

"Head আৰু Heart ৰ; চিন্তা আৰু আবেগৰ। যন্ত্র-যন্ত্রী

দুয়োটাই এই balancing ৰক্ষা কৰিব লাগিব। যদি এটা একালে বেছিকৈ হালি পৰে আৰু আনটো কালে পাহৰি থাকে তেনেহলে সৰ্বনাশ। বুজিব পাৰিছ? মনত থাকিব?"

তাই মোৰ মুখৰ ফালে অলপ সময় চাই থাকি কলে: "পাৰিছো ককাইদেউ, মনত থাকিব।"

হঠাৎ মোৰ ভাব হ'ল, ৰূপালীয়ে সেই balancing ৰক্ষা কৰিব নোৱাৰিলে। তেওঁ মাথো তেওঁৰ Heartৰদ্বাৰা পৰিচালিত হ'ল। দেউতাকক হেৰুওৱাৰ ভয় আৰু মানসীৰ দৰে পতিতাৰ ছোৱালীক মই লগত ৰাখিলে সম্ভ্ৰান্ততাৰ ওপৰত চেকা লগাৰ ভয়ত, তেওঁৰ অৱস্থান তললৈ নমাৰ ভয় অথবা মই তেওঁতকৈ মানসীক বেছিকৈ মৰম কৰাৰ আশংকা। অনাথ মানসীক ঘৰৰপৰা উলিয়াই দিলে যে তেওঁৰে দৰে এটা জীৱ ধ্বংস হৈ নিশ্চিহ্ন হৈ যাব ৰূপালীয়ে সেই চিন্তা কৰিব নোৱাৰিলে। অৰ্থাৎ তেওঁৰ Heartএ এনেদৰে তেওঁৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিলে যে তেওঁ তেওঁৰ Headক সম্পূৰ্ণৰূপে পাহৰি পেলালে। তাৰ ফলত দুটা জীৱৰ জীৱন অন্ধকাৰ হ'ল—মোৰ অন্ধকাৰ ভৱিষ্যত আৰু তেওঁৰ ধ্বংস। হঠাতে সীমান্ত ফুকনৰ কথা মনত পৰিল। ৰূপালীৰ সাম্ভাব্য পৰিণতিৰ বিষয়ে মনলৈ অহাৰ লগে লগে মই শিয়ঁৰি উঠিলো। মই চক খাই উঠিলো; মোৰ হাতত লোৱা ভাত কেইটা চিটিকি পৰিল।

মানসীৰ মাত শুনিলো: "চোৱাচোন মা, ককাইদেৱে কি কৰি আছে।" মাৰ চিঞৰ শুনিলো; "ভাস্কৰ! ভাতৰ ফালে চাই চাই কি ভাবি আছ?" আকৌ চক্ খোৱাৰ দৰে মই সুধিলো: "কি হ'ল মা?"

মাই হঠাতে কান্দি দিলে: "মই কি কৰোঁ। তোক কোনে সদায় খোৱা-লোৱাৰ কথা মনত পেলাই দিব? তোৰ কি হৈছে? আৰু মোক সুধিছ কি হ'ল বুলি? মই ভাত নাখাওঁ যা।"

তৎক্ষণাৎ কি হ'ল ধৰিব পাৰি মই চকীৰপৰা উঠি মাৰ ওচৰলৈ গৈ মাক চকীত বহুৱাই দি কলোঁ: "মা নাকান্দিবা। তোমাৰ চকুত নদী

আছে কিজানি।"

মই মোৰ নিজৰ চকীত বহিলোঁ আৰু কলোঁ: "এয়া চোৱা, মই খাই আছোঁ।"

ভাত খাই খাই মায়ে কলে: "তই ভাতৰ পাতত বহিও চিন্তা কৰি থাকিব লাগেনে?"

"বাৰু, চিন্তা নকৰো। মই তোমাক কথা দিলোঁ।"

মানসীয়ে কলে: "আজি কথা দিছে মা। কাইলৈ চাবাচোন।"

মই তাইক ধমকনি দি কলো: "তই মনে মনে থাক। সোনকালে খা।"

মাৰ অসুখ হৈ প্ৰায় চাৰি-পাঁচ দিনমান বিছনাত পৰি আছে। অসুখ হোৱাৰ দ্বিতীয় দিনা আবেলি ডিপাৰ্টমেণ্টৰপৰা বাহিৰে বাহিৰে চাৰ্জ্জন ৰজত মোহনক লগ ধৰিবলৈ গলোঁ। মাৰ অসুখৰ বিষয়ে কোৱাত তেখেতে কিছুমান দৰব আৰু খোৱাবস্তুৰ তালিকা মোৰ হাতত দিলে। তেখেতৰ লগত অসুখৰ আলোচনা হোৱাৰ উপৰিও বিক্ৰম আৰু মানসীৰ পঢ়া-বিষয়ক আলোচনা বহুত কৰিলোঁ। মানসীক বিক্ৰমৰ বাবে পছন্দ কৰা প্ৰথম মানুহজন তেখেতেই আছিল। পিছত সিহঁত দুটাৰ মিলাপ্ৰীতিলৈ লক্ষ্য কৰি মইও তাতে সম্মতি দিলোঁ। কিন্তু সিহঁত দুয়োটাৰে অধ্যয়নৰ প্ৰতি স্পৃহা দেখি ভাবিলোঁ যে সিহঁতে যিমান পাৰে সিমান অধ্যয়ন কৰক। অধ্যয়ন শেষ হোৱাৰ পাছত গৱেষণা কৰক। সিহঁতে যেতিয়া মন কৰে তেতিয়া বিয়া পাতিলে হব। চাৰ্জ্জন ৰজতমোহনৰো সেয়াই ইচ্ছা।

চাৰ্জ্জনৰ ওচৰৰপৰা ঘূৰি আহোঁতে সন্ধিয়া হ'ল। ভাগৰ লাগিছিল। তথাপি মায়ে কি কৰিছে চাবলৈ বুলি গলো মাৰ কোঠালৈ। দুৱাৰ খোলাৰ লগে লগে মায়ে মোৰ মুখৰ ফালে চালে। মই সুধিলোঁ: "গা ভাল পাইছানে মা?"

মায়ে মোৰ কথাৰ উত্তৰ নিদি কলে: "বেতৰ চকীখন টানি লৈ আহ; মোৰ ওচৰত বহ; তোৰ ভাগৰ লাগিছে নহয়?"

মই চকীখন টানি আনি মাৰ ওচৰত বিছনাৰ কাষত বহিলো। মায়ে মোৰ মূৰটো টানি নি তেওঁৰ বুকুৰ ওপৰত পেলাই লৈ মোৰ গালে-মুখে হাত ফুৰাই দিলে। চুলিবোৰ পৰিপাটি কৰি দিলে। মই আপত্তি নকৰিলো। মায়ে কলে: "ইমান সময় ধৰি বাহিৰত ঘূৰি নুফুৰিবি। তোৰ যত্ন লওঁতা কোনো নাই নহয়।"

মই নামাতিলো। মায়ে মোৰ চুলিখিনি হাতেৰে চুই চুই কলে: "ভাস্কৰ, কিমান দিন ধৰি তোক কলো, তই নুশুনিলি।"

"কি কথা মা?"

"তই ৰূপালীক পাহৰি যা; নিজৰ জীৱনটোৰ কথা ভাব। মানসীয়ে কৈছে তইঁতৰ ডিপাৰ্টমেণ্টত যে আছে। সেই অধ্যাপিকাজনী ... .. ... ।"

মাৰ মুখখন বন্ধ কৰি মই কলো: "এইবিলাক কথা মুখত নানিবা।"

মায়ে মোৰ মূৰত হাত বুলাই কলে: "কিন্তু তই অকলশৰীয়া হৈ কেনেকৈ চলিবি? তোৰ উপযুক্ত সময় পাৰ হৈ যাবলৈ ধৰিছে।"

মাৰ বুকুৰপৰা মূৰ তুলি মই চকীত বহিলোঁ। একো নামাতিলোঁ। মই মনে মনে থকা দেখি মাই কান্দিবলৈ ধৰিলে। মই মাৰ হাতত ধৰি কলো: "তোমাৰ অসুখ হৈছে মা। নাকান্দিবাচোন।"

মায়ে কৈ গ'ল: "মই জানো, ৰূপালীয়ে কি কাৰণত তোক খং কৰিলে। কিন্তু তাই যদি তোক পাহৰি যাব পাৰে তেন্তে তই কিয়······?"

মাক বাধা দি কলোঁ: "হ'ব মা, তেনেকৈ নকবা। ৰূপালীৰ দোষ নাই।" মায়ে কান্দি থকা দেখি মই গহীনভাৱে কলো: "তোমাৰ মনৰ ইচ্ছা মই পূৰণ কৰিব নোৱাৰিলোঁ; মই বৰ দুখিত মা। শুই থাকা। কান্দিলে অসুখ বেছি হব।"

মাৰ ওচৰৰপৰা উঠি আহিলোঁ। দেখিলোঁ দুৱাৰ মুখতে বৈ মানসী আমাৰ কথা শুনি আছিল। তাই মোক বাট এৰি দিলে। মই নিজৰ

কোঠালৈ গৈ বিছনাত বাগৰি খিৰিকিৰ ফালে চাই আছোঁ। এনেতে মানসীৰ মাত শুনিলোঁ: "ককাইদেউ।" মই তাইলৈ চাই খঙৰ সুৰত কলো: "তই আকৌ কিয় আহিছ মোৰ ওচৰলৈ? তই কি কৈছিলি মাৰ আগত?"

তাই মোৰ কথাৰ উত্তৰ নিদি চকী এখনত বহি নম্রভাৱে কলে: "আপুনি মোৰ বাবে বহুত কৰিলে। এতিয়া বলক, গুৱাহাটীলৈ ঘূৰি যাওঁ। মই এটা চাকৰি কৰি অকলে চলিব পাৰিম।"

মই মূৰ জোকাৰি অসম্মতি প্রকাশ কৰি আকৌ খিৰিকিৰ ফালে চাই থাকিলোঁ। হঠাতে ঘূৰি চাই দেখোঁ মানসীৰ চকু চলচলীয়া হৈ আছে। মই কলোঁ: "তহঁত ছোৱালীবোৰে কেৱল কান্দিবহে জান। তই কৈছিলি নহয়, মোৰ উদ্দেশ্যত সহায় কৰিবি বুলি। তই এম্. এছ. চি. পাছ কৰি উঠি গৱেষণা কৰিব লাগিব।"

মই উঠি বহিলোঁ। মানসীয়ে মোৰ ভৰিৰ ওচৰত মাটিত বহি মোৰ আঠুত তাইৰ থুতৰি লগাই দি কলে: "ককাইদেউ, মোৰ বাবে কৰা আপোনাৰ আত্মত্যাগৰ ঋণ মই কেতিয়াও সুজিব নোৱাৰিম। আহক, গুৱাহাটীলৈ ঘূৰি যাওঁ। মই ভাবো, কপালী বাইদেউৰ বিয়া হোৱা নাই। তেওঁ সেইদৰে বিয়া হোৱা বিধৱ ছোৱালী নহয়।"

তাইৰ চুলিত আঙুলি বুলাই মই কলোঁ: "তোৰ বাবে মই আত্মত্যাগ কৰা নাই; কৰ্তব্যহে কৰিছোঁ। আৰু ঋণৰ কথা যে কৈছ, তোৰ মোৰ সম্পৰ্ক ঋণৰ সম্পৰ্ক নেকি? তেনেহলে মোক ককাইদেউ নুবুলিবি। হবনে?"

তাই কলে: "পাৰ হৈ যোৱা সময় ঘূৰি নাহে ককাইদেউ। আপুনি নিজৰ ব্যক্তিগত জীৱন জলাঞ্জলি নিদিব।"

এইবোৰ কথা পাহৰাবলৈ মই তাইক কলোঁ: "মানসী, মই তোক মোৰ দেউতাৰ কথা কম বুলি কৈছিলো নহয়, মনত আছে তোৰ?" তাই মূৰ দুপিয়ালে। মই কলোঁ; "যা তেনেহলে; মাক দৰব খুৱাই

শুৱাই থৈ আহগৈ। মই তোক সকলো কথা কম।"

তাই মোৰ চকুলৈ চাই থিয় হৈ থকা দেখি মই পুনৰ কলোঁ: "যা আকৌ ; সোনকালে আহিবি।"

তাই যোৱাৰ পাছত মই দেউতাৰ ফটোখন আৰু আলোচনীবোৰ উলিয়াই ৰাখিলোঁ। তাই উভতি আহিল। মই তাইক বিছনাৰ ওপৰত বহিবলৈ দি নিজেও বহি লৈ দেউতাৰ ফটোখন তাইক দেখুৱালোঁ। তাই আচৰিত হৈ সুধিলে: "আপোনাৰ দেউতা? এয়া, এয়া চুলি-বিলাক, কপালখন ঠিক আপোনাৰ দৰে। ইমান দিনে এইখন ক'ত আছিল?"

আলোচনীবোৰ দেখুৱাই মই কলো: "এইবোৰ চা, দেউতাৰ লিখা প্ৰবন্ধ-পাতি। আৰু এইবোৰ, আধালিখা হৈ পৰি আছে। ইমান কম সময়ৰ ভিতৰত ইমান বস্তু লিখিছিল। তদুপৰি তেওঁ এজন বক্তাও আছিল।"

তাই আচৰিত হৈ সকলোবোৰ লাহি চাবি চাই সুধিলে: "আপুনি হঠাতে এইবোৰ ক'ত পালে?"

"মাত্ৰ সিদিনাহে মায়ে মোক এইবোৰ দিলে। মানসী, মোৰ মা আৰু দেউতাৰ জীৱনটো বৰ ঘটনাবহুল আছিল। মায়ে মোক ভয় কৰি কোনো কথা কোৱা নাছিল। সিদিনা মই জোৰ কৰাত ক'লে।" মানসীক মই মায়ে কোৱা সকলোবোৰ কথা কলোঁ। তাই আশ্চৰ্যত অভিভূত হৈ শুনি থাকিল।

সকলো কথা শেষ কৰি উঠি মই কলোঁ: "মোৰ মাক এজনী দেৱী বুলি মই ভাবোঁ। কাৰণ আজিৰ ছোৱালীও ইমান সাহসী হোৱা মই দেখা নাই। তাতোকৈ ডাঙৰ কথা আছিল মাৰ উপস্থিত বুদ্ধি। মাক যেতিয়া গাঁৱৰ মানুহে দেউতাৰ বিৰুদ্ধে কিছুমান কথা বুজাইছিল তেতিয়ানো মাৰ বয়স কিমান আছিল? খুব বেছি ওঠৰ-উনৈছ বছৰ মান হ'ব। কিন্তু তেতিয়াই মায়ে বুজিছিল যে খোলাখুলি প্ৰতিবাদ

কৰিলে তেওঁক গাঁৱৰ মানুহে আবদ্ধ কৰি ৰাখিলেহেঁতেন। সেয়েহে প্ৰতিবাদ নকৰি দেউতাৰ ওচৰলৈ দৌৰাৰ সিদ্ধান্ত লৈছিল। দেউতাৰ লগত সংসাৰ কৰিবলৈ নাপালে যদিও সেই গেলা সমাজত পচি থাকিব-লগীয়া নহল; কিছুমান ধূৰন্ধৰ লোকৰ বলি হবলগীয়া নহ'ল। আৰু দেউতাৰ মৃত্যুৰ পাছত অনাথ আশ্ৰমত চিৰদিন সোমাই থাকি মায়ে মোৰ জীৱন ধ্বংস হবলৈ নিদিলে। স্কুলৰ প্ৰধান শিক্ষকজনৰ আগত এষাৰ মিছা কথা কোৱাত কাৰো একো অপকাৰ হোৱা নাই। বৰং বহুতৰ উপকাৰ হৈছে। মোক ভাওৰ দীঘল কৰি শিক্ষা দিব পাৰিছে। আৰু মোৰ জৰিয়তে কাৰো একো উপকাৰ হোৱা নাইনে?"

"কিয় নহব? আজিৰ সমাজৰ বহুত মানুহ মাৰ ওচৰত ঋণী হৈ আছে।"

"এষাৰ মিছা কথাই যদি হেজাৰজনৰ উপকাৰ সাধন কৰে তেন্তে তাত দোষ থাকিব নোৱাৰেঃ আৰু এষাৰ সঁচা কথাই যদি বহুতৰ জীৱন ধ্বংস কৰে, তেন্তে সেয়েহে দোষণীয় কথা। তাৰ মানে মিছা কবলৈ মই মানুহক উদ্‌গনি দিয়া নাই। এইবোৰ সমস্যা বহুল জীৱনৰ একো একোটা ধ্ৰুৱসত্য কথা। অকল সাধু বা জ্ঞানী হলেই নহব; বুদ্ধিমানও হব লাগিব। যুধিষ্ঠিৰ ধৰ্ম ৰাজক এষাৰ মিছা কথা কবলৈ সেয়েহে শ্ৰীকৃষ্ণই শিকাই দিছিল বৃহত্তৰ স্বাৰ্থৰ খাতিৰত।"

মানসী মনে মনে আছে। মই কৈ গৈছোঃ "সকলো বিসৰ্জন দি গুচি অহা মোৰ মায়ে নিজে নিজে প্ৰেৰণা লাভ কৰি, কাৰো সহায় নোলোৱাকৈ মোৰ জীৱন গঢ় দিলে। প্ৰত্যেক পিতৃ-মাতৃয়ে এইদৰে নিজৰ নিজৰ ল'ৰা-ছোৱালীক সুশিক্ষা দিবলৈ যদি সাহসেৰে ওলাই আহিলহেঁতেন! মায়ে বুজিছিল যে তেওঁৰ ল'ৰা কুপথে গলে সমাজৰ এটা অংগ ঘুণীয়া হব। কাৰণ বেয়া মানুহবোৰ সমাজৰ একো একোটা স্বকীয়া অংগহে। এজন বেয়া মানুহৰ লগত হাজাৰজন বেয়া হৈ যাব পাৰে। কাৰণ বেয়া গুণবোৰ সংক্ৰামক ৰোগৰ দৰে। এই সমাজত

প্ৰত্যেকৰে মূল্য সমান কাৰণ প্ৰত্যেকই সমাজৰ একো একোটা অংগ। এটা আঙুলি পচি গলে দেহাটো ঘুণীয়া হোৱাৰ দৰে এজন মানুহ ধ্বংসমুখী হলে সমাজ ঘুণীয়া হয়। কিন্তু আজি আমাৰ সমাজত কি চলি আছে? অধঃপতনমুখী সমাজৰ ঘুণীয়া স্বৰূপ দেখিলে সঁচাকৈয়ে বৰ দুখ লাগে।"

মানসীয়ে তললৈ মূৰ কৰি কিবা ভাবি আছে। মই আকৌ কলো: "মই দেউতাৰ লিখনিবোৰৰ এটা সংকলন প্ৰকাশৰ বাবে পঠিয়াইছোঁ। আৰু এইখন মই দেউতাৰ নামেৰে নামকৰণ কৰি দেউতাৰ দৃষ্টি ভংগীৰ বিষয়ে লিখি আছোঁ। দেউতাৰ জীৱনী এখনো লিখাৰ বাবে মই এই পূজাৰ বন্ধত দেউতাৰ জন্ম ঠাইলৈ যাম। লগতে মাৰ জন্মঠাই আৰু সেই স্কুলঘৰ সকলো মই পৰিদৰ্শন কৰিম।"

মানসীয়ে কলে: "বৰ ভাল হব। গাঁৱৰ মানুহে এতিয়া বুজিব যে তেওঁলোকে এসময়ত কি ভুল কৰিছিল।"

হঠাতে তাই বৰ গহীন হৈ গ'ল আৰু খিৰিকিৰ ফালে চাই বহি থাকিল। মই সুধিলোঁ: "মানসী, তোৰ কি হ'ল? কি ভাবিছ?"

তাই বৰ বিষাদ মনেৰে কলে: "ককাইদেউ, আপোনাৰ দেউতাৰ মহৎ কাৰ্যাৱলীয়ে মানুহক প্ৰেৰণা দিয়ে। কিন্তু চৰকাৰী উচ্চ পদস্থ বিষয়া মোৰ দেউতা সমাজৰ এটা সুকীয়া অংগ।"

মানসীৰ কথা শুনি মই আশ্চৰ্যত হতভম্ব হৈ গলোঁ। তাইৰ দেউতাক উচ্চপদস্থ বিষয়া? ইমান বছৰে যি কথাৰ আঁতিগুৰি বিচাৰি মই হাবাথুৰি খাইছিলোঁ সেই কথাৰ আঁতিগুৰি মোৰ ঘৰতেই আছে? মানসীৰ হাতত থাপ মাৰি ধৰি মই সুধিলোঁ: "তই এইবোৰ কি কৈছ মানসী? তোৰ দেউতা কোন তই জান? কোন মানসী? কোন তেওঁ?"

মানসী থত্‌মত্‌ খাই বহি থাকিল। মই পুনৰ সুধিলো: "ক মানসী। ইমান দিনে তই কিয় মোক এই কথা কোৱা নাছিলি?" তাই মোৰ মুখলৈ চাই কলে: "যি দেউতাই নিজৰ সন্তানক সন্তান বুলি

স্বীকৃতি নিদিয়ে সেই দেউতাক মই পাহৰি থাকিব বিচাৰোঁ।"

তাই গুচি যাব বিচৰাত মই তাইক টানি বহুৱাই দি কলোঁ: "তই মোক নকৱ কেলৈ? তই কব লাগিব।"

মানসীয়ে কলে: "এই কথা জানিলে আপোনাৰ ধাৰণা ওলট পালট হৈ যাব। মই আশা কৰিছিলোঁ ৰূপালী বাইদেউৰ লগত আপোনাৰ বিয়া হৈ যাওঁক; এই কথা নাজানিলে কোনো ক্ষতি নহ'লহেঁতেন, বৰং জানিলেহে ডাঙৰ ক্ষতি হ'লহেঁতেন। সেয়েহে মায়েও জনা সত্বেও আপোনাক একো কথা কোৱা নাছিল। কিন্তু শেষত গৈ ভয় কৰাটোহে হ'লগৈ।"

হঠাতে মোৰ বিছনাত গাৰুৰ ওপৰত পৰি মানসী চিঞৰি উঠিল: "ককাইদেউ, আপোনাৰ দুখৰ জীৱনৰ বাবে মইহে দায়ী।"

তাই কান্দিবলৈ ধৰিলে। মই তাইক তুলি দি সুধিলো: "কিন্তু তোৰ দেউতাৰ লগত মোৰ বা ৰূপালীৰ কি সম্পৰ্ক? মই বুজা নাই। মানসী, ভালদৰে কচোন।"

তাই কান্দি কান্দি কবলৈ ধৰিলে: "মোৰ উপায় নাছিল। মোৰ উপায় নাছিল। যাৰ ছত্ৰছায়াৰ তলত মই জীৱন ৰক্ষা কৰি আগবাঢ় আহিলোঁ, তেওঁৰ দুখৰ কাৰণ মইহে হলো।" এই বুলি তাই মোৰ কোলাত মূৰ থৈ হুক্‌হুকাই কান্দি উঠিল।

মই তাইক দুহাতেৰে তুলি ধৰি মোৰ গাত আওজি লবলৈ দিলোঁ আৰু তাইৰ চকু পানীবোৰ মচি দি কলোঁ: "মানসী, তই ইমান উত্তেজিত হৈছে কিয়? কান্দোন বন্ধ কৰি কচোন তই কি কাৰণত নিজকে মোৰ জীৱনৰ বাবে দায়ী কৰিছ? মই সেই কথা সপোনতো ভবা নাই। মোৰ জীৱনৰ লগত তোৰ দেউতাৰ কি সম্পৰ্ক? কোন সেই দুবৃত্ত যিয়ে খুড়ীদেউক বিপদলৈ ঠেলি দি মাৰিলে?"

মানসীয়ে অলপ সুস্থিৰ হৈ কলে: "ককাইদেউ, সেই দুবৃত্ত প্ৰশান্ত বৰুৱা—ৰূপালী বাইদেউৰ দেউতাক।"

কথা শুনি কঁপিজাত মোৰ কঁপনি উঠিল। মুৰটো ৰিন্‌ৰিন্‌ কৰিবলৈ ধৰিলে। মানসীৰ কান্ধত ধৰি জোকাৰি জোকাৰি মই সুধিলো: "তই এইবোৰ কি কৈছ? এইবোৰ সঁচা নে মিছা?"

মানসীয়ে চকুপানী মচি কলে: "এই কথা শুনাৰ লগে লগে আপোনাৰ কি প্ৰতিক্ৰিয়া হব মই জানিছিলোঁ। সেয়েহে মই কোৱা নাছিলোঁ। কিন্তু মই মিছা কোৱা নাই ককাইদেউ। মই মুখেৰে আপোনাক একো কব নোৱাৰোঁ। আপোনাক মোৰ মায়ে লিখা নোটবহী এখন দেখুৱাম; পঢ়ি লব। এইবোৰ কথা মইও মাৰ মৃত্যুৰ দুদিন পাছতহে জানিছিলোঁ। সেয়েহে সিদিনা প্ৰশান্ত বৰুৱাক গুৱাহাটীত দেখি মই উচাপ খাই উঠিছিলোঁ আৰু শিৱসাগৰত তেওঁক দেখা পোৱা, মা মূৰ্ছা যোৱা সকলো কথা মোৰ মনলৈ আহিছিল। শিৱসাগৰত দেখাৰ দৰে সিদিনাও তেওঁৰ চকুত মোৰ প্ৰতি উদাসীনতাৰ চিন দেখি, মাৰ প্ৰতি কৰা অবিচাৰৰ কথা ভাবি ভয়ত মোৰ মুৰ ঘূৰি গৈছিল। ৰূপালী বাইদেউক আপোনাৰ ওচৰৰপৰা আঁতৰাই নিয়াৰ অৰ্থ এইয়ে যে আপুনি আৰু ৰূপালী বাইদেউৰপৰা তেওঁ তেওঁৰ অতীত লুকুৱাব বিচাৰে।"

মই থৰ লাগি বহি থাকিলোঁ। মানসী উঠি গ'ল। তাই সৰু নোটবহী এখন আনি আৰু আঙঠি এটা আনি মোৰ হাতত দিলে। আঙঠিটো লৈ মই তাইৰ ফালে চোৱাত তাই কলে: "সেইটো প্ৰশান্ত বৰুৱাই মাক দিছিল, তেওঁলোকৰ মন্দিৰত বিয়া হোৱা সময়ত।"

মই আৰু আচৰিত হলো—বিয়া হৈছিল? মানুহ ইমান নিৰ্দয় হব পাৰেনে? মই তাইক কলো: "বাৰু তই যা, জিৰণি লগে।"

মানসী যোৱাৰ পাছত মই আঙঠিটো ভালদৰে নিৰীক্ষণ কৰিলো। ধুনীয়া গোলাকাৰ মীনা কৰা এটা আঙঠি—মীনাৰ ওপৰত P আখৰটো লিখা আছে। আঙঠিটো টেবুলৰ ওপৰত ৰাখি মই ভাবিলোঁ—ৰূপালীয়ে যদি এইবোৰ কথা জানিলেহেঁতেন, বিশ্বাস কৰিলেহেঁতেননে? মানসী আৰু মায়ে এইবোৰ কথা মোক গুৱাহাটীত নকৈ ভাল কৰিলে নে বেয়া

কৰিলে মই নাজানিলোঁ। সিহঁতৰ মগজুৰে ভাবিছিল যে নোকোৱাটোৱে উচিত হব। কিন্তু যদি মানসীয়ে মোক এইবোৰ কথা তেতিয়াই ক'লেহেঁতেন, মই বাৰু কি কৰিলোহেঁতেন। মোৰ চিন্তা লাগিল। মই নিশ্চয় মানসীক পতিতাৰ ছোৱালী বুলি দিয়া অপমান সহ্য কৰিব নোৱাৰি ৰূপালী আৰু প্ৰশান্ত বৰুৱাৰ আগত এই প্ৰমাণ দাখিল কৰিলোহেঁতেন। আৰু হয়তো মানসীক সন্তান বুলি গ্ৰহণ কৰিবলৈ প্ৰশান্ত বৰুৱাক দাবী কৰিলোহেঁতেন। তেতিয়া কি হ'লহেঁতেন? দেউতাকৰ ওপৰত ৰূপালীৰ ধাৰণাই সলনি হ'লহেঁতেন। কিন্তু তাতোকৈও এটা বেয়া কথা হ'লহেঁতেন। সেইটো হ'ল—খুব সম্ভৱ ৰূপালীৰ মাকে আত্মহত্যা কৰিলেহেঁতেন। মোৰ প্ৰমাণে সিহঁতৰ ঘৰত এই ধৰণৰ নহ'লেও কিবা এক অভাৱনীয় প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলেহেঁতেন। আৰু ৰূপালীয়ে 'আপোনাৰ এইবোৰ কৰাৰ কি দৰকাৰ আছিল' বুলি কৈ মোৰ ওচৰৰপৰা আঁতৰি গ'লহেঁতেন। অথবা ৰূপালীয়ে দেউতাকক পৰিত্যাগ কৰিলেহেঁতেন নে? যি ৰূপালীয়ে মানসীক অনাথ আশ্ৰমত থৈ তাইৰ জীৱন ধ্বংস কৰিবলৈ কুণ্ঠাবোধ কৰা নাছিল, সেই ৰূপালীয়ে দেউতাকৰ কুকাৰ্যৰ কথা জানিলে দেউতাকক পৰিত্যাগ কৰিলেহেঁতেন নে? উত্তৰ মই নাপাওঁ। কিন্তু যি নহলেও ৰূপালীক মই হেৰুৱালোহেঁতেন। তেন্তে এইবোৰ কথা মই তেতিয়া নাজানি ভালেই হ'ল। কিন্তু এতিয়াও দেখোন মই ৰূপালীক হেৰুৱালোঁ। এৰা, কোনো ফালেদি মই ৰূপালীক পাব নোৱাৰো। পঢ়োচোন বহীখন। খুড়ীদেউৰ নোটবহীখন পঢ়িবলৈ বুলি খুলি লালো:

## বাৰ

"ব্ৰহ্মপুত্ৰৰ মাজৰ সৰু দ্বীপটোৰ নাম মাজুলী। কমলাবাৰী সত্ৰৰ অন্তৰ্গত এখন সৰু গাঁৱত মোৰ জন্ম। মোৰ জন্ম হোৱাৰ লগে লগেই হেনো মা ঢুকাইছিল। দেউতা এজন

নিৰক্ষৰ খেতিয়ক। কিন্তু দেউতাৰ মাটি সম্পত্তি বহুত। মোৰ জন্মৰ আগে আগে হেনো খুড়াদেৱে বিয়া কৰাইছিল। চাৰি বছৰ বয়সলৈকে মই মোমাইহঁতৰ ঘৰত আছিলোঁ। মোমাইহঁত ৰৰ দুখীয়া বাবে পাঁচ বছৰ বয়সৰপৰা মোক দেউতাই লগত ৰাখিছিল। কিন্তু নৈৰ মাজৰ এক নাও দুৰ্ঘটনাত দেউতাৰ মৃত্যু হ'ল। খুড়া-খুড়ীয়ে তেওঁলোকৰ ছোৱালী ৰূপলেখাৰ লগত মোকো স্কুললৈ যাবলৈ দিলে। ৰূপলেখা মোতকৈ এবছৰৰ সৰু।

মোৰ ষোল বছৰ বয়সত মই প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছত খুড়াদেৱে মোক পঢ়ুৱাবলৈ অমান্তি হ'ল। দেউতাৰ সম্পত্তিবোৰো খুড়াৰ হ'ল। এনেতে এবাৰ ব্ৰহ্মপুত্ৰত ডাঙৰ বানপানী আহিল। গড়া-খহনীয়া হ'ল। বহুত মানুহৰ ঘৰ-দুৱাৰ উটি গ'ল, গৰু-ছাগলীবোৰ পানীত ডুবি ডুবি মৰিল। সকলোবোৰ শস্য নষ্ট হৈ গ'ল। বহুত মানুহো মৰিল। ঘৰবাৰী নাইকিয়া হৈ বহুতৰ হাঁহাকাৰ হ'ল। সাহায্যৰ বাবে চৰকাৰৰ ওচৰত আবেদন কৰা হ'ল। চৰকাৰেও সাহায্য পঠিয়ালে। কিন্তু ৰিলিফৰ বেয়া চাউল আৰু বেয়া খাদ্য খাই খাই মানুহ বেমাৰী হবলৈ ধৰিলে। আনকি গোটেই মাজুলীত খোৱা বস্তুৰ নাটনি হ'ল। বহুদিনৰ মূৰত বানপানী শুকাল যদিও গেলা পচা বস্তুৰ উৎকট গোন্ধত পৰিবেশ অস্বাস্থ্যকৰ হ'ল আৰু মানুহৰ বেমাৰ হৈ হৈ মহামাৰীৰ ৰূপ ললে। মহামাৰীৰ সংক্ৰমন বন্ধ কৰিবলৈ চৰকাৰৰ ফালৰপৰা তাত চিকিৎসা-শিবিৰ পতা হ'ল। কিন্তু বেমাৰীৰ সংখ্যা ইমান বেছি হ'ল যে শুশ্ৰূষা কৰাৰ বাবে শিবিৰত বহুত নাৰ্চৰ প্ৰয়োজন হ'ল। তেতিয়া গাঁৱৰ ছোৱালীবোৰক শুশ্ৰূষাৰ বাবে আমন্ত্ৰণ জনোৱা হ'ল। শিবিৰত যি কেইজন ডাক্তৰ আছিল তেওঁলোকে এই ছোৱালীবোৰক প্ৰাথমিক চিকিৎসাৰ শিক্ষা দি উপযোগী কৰি তুলিছিল। সেই ছোৱালীবোৰৰ ভিতৰত মইও এজনী আছিলো। ৰূপলেখাই কিন্তু সেই কাম কৰা নাছিল।

সেই ডাক্তৰকেইজনৰ ভিতৰত প্ৰধান ডাক্তৰ আছিল প্ৰশান্ত

বৰুৱা। তেওঁ এজন স্বাস্থ্যবান আৰু দেখনিয়াৰ লোক আছিল। মই বেজী দিয়া কাম শিকি থাকোঁতে প্ৰশান্ত বৰুৱাই সদায় মোৰ লগত আন কথাও পাতিছিল। তেওঁ মোৰ লগত আমাৰ ঘৰলৈও গৈছিল আৰু সময়-সুবিধা পালে তেওঁ মোক অপাৰেশ্যনৰ সময়ত কৰিবলগীয়া কিছুমান কাম শিকাই দিছিল। তেওঁ মোক প্ৰায়ে অকলশৰীয়াকৈ লগ ধৰিছিল আৰু মোৰ কামৰ প্ৰশংসা কৰিছিল। এইদৰে প্ৰশান্ত বৰুৱা লাহে লাহে মোৰ ওচৰ চাপি আহিল। তেওঁৰ লগত কোনেও নেদেখাকৈ মই প্ৰায়ে সন্ধিয়া নৈৰ পাৰলৈ ফুৰিবলৈ গৈছিলোঁ। ঘৰলৈ ঘূৰি যাওঁতে পলম হলে তেওঁ মোৰ লগত আমাৰ ঘৰলৈ গৈছিল। খুড়াদেৱে তেওঁ আমাৰ ঘৰলৈ গলে ভাল পাইছিল কিন্তু বৰুৱাৰ লগত মোক দেখিলে মোক খং কৰিছিল। খুড়া-খুড়ীয়ে ৰূপলেখাক বৰুৱাৰ লগত বিয়া দিয়াৰ চিন্তা কৰিছিল। এদিন ফুৰি থাকোঁতে বৰুৱাই মোক সুধিছিল: "আৰতি, তোমালোকৰ ঘৰলৈ গলে ৰূপলেখাই কিয় মোৰ লগত কথা পাতি থাকে?"

মই সুধিলো: "আপুনি বুজি নাপায়?"

তেওঁ কৈছিল: "নাই, বুজি নাপাওঁ।"

তেতিয়া মই তেওঁক খুড়া-খুড়ীৰ মনোভাবৰ কথা কওঁতে তেওঁ ভীষণ জোৰে হাঁহি হাঁহি কৈছিল: "তেনেহলে তুমি কিয় মোৰ লগত বহি কথা নাপাতা? মই তোমাকহে ভাল পাও; ৰূপলেখাক নহয়।"

হাঁহি হাঁহি প্ৰশান্ত বৰুৱা নৈৰ পাৰত মাটিত বহি পৰিছিল আৰু মোক টানি তেওঁৰ ওচৰত বহুৱাই দিছিল।

মই সুধিছিলোঁ: "এইটো কথাত ইমানকৈ হাঁহিব লাগেনে?"

তেওঁ উত্তৰ দিছিল: "মৰীচিকা মৰুভূমিতহে ওলায়; মৰীচিকাৰ পাছত দৌৰিলে বিপদ অৱশ্যম্ভাৱী।"

হঠাৎ বৰ গহীন হৈ তেওঁ মোক সুধিলে: "আৰতি, তোমাৰ খুড়াদেৱে তোমাক বেয়া পায় নহয়?"

মই নামাতি ভলমূৱা হৈ বোৱাত তেখেতে পুনৰ কলে: “সেই কাৰণে তোমাক মই ভাল পাওঁ। তোমাক মই চহৰৰ এখন ভাল হস্পিতালৰ নাৰ্চ কৰি দিম। তুমি স্বাধীনভাৱে থাকিব পাৰিলে এসময়ত এজন ভাল মানুহৰ লগত বিয়া হৈ লব পাৰিবা।”

মই ভয় খাই উঠি কলোঁ: “আপুনি এইবোৰ কি কৈছে? এইমাত্ৰ কৈছে আপুনি মোক ভাল পায় বুলি?”

তেওঁ কিছুসময় ধৰি মোৰ মুখখন নিৰীক্ষণ কৰি কলে: “আৰতি, তেনেহলে তুমি কি কৰিব খোঁজা? তোমাৰ খুড়াদেৱে তোমাক পঢ়াশুনা কৰিবলৈ দিয়া নাই। এতিয়া এখন ভাল হস্পিতালত তুমি কাম কৰিব নোখোজা?”

মই মোৰ আঠুৰ ভিতৰত মূৰ সুমুৱাই বহি ৰ'লোঁ। মোৰ কান্দোন ওলাই আহিল। তেওঁ কলে: “আৰতি, কিছুমান কথা মই তোমাক বুজাব নোৱাৰো। তুমি মোৰ কথামতে কাম কৰিবানে? তোমাৰ ভালৰ বাবেহে কৈছো মই।”

মই উত্তৰ নিদি যাবলৈ ওলোৱাত তেওঁ কলে: “ৰ'বা। ময়ো যাওঁ। আজি তোমাৰ লগত বাওঁফালৰ ৰাস্তাৰে গাঁওৰ মাজে মাজে যাওঁ। জোনাক ৰাতি, ভাল লাগিব। শিবিৰত বাকীকেইজন ডাক্তৰ আছেই।”

আমি আগেয়ে অহাযোৱা নকৰা ৰাস্তাৰে খোজ ললো। গাঁৱৰ ভিতৰত সন্ধিয়া মানুহ ৰাস্তাত নোলায়। তাতে আজিকালি মহামাৰীৰ ভয়ত সকলো মানুহ এন্ধাৰ হোৱাৰ লগে লগেই ঘৰৰ ভিতৰ সোমায়। আমি গৈ গৈ কমলাবাৰী সত্ৰৰ মন্দিৰৰ সমুখ পালোঁ। হঠাতে ডাক্তৰ বৈ গ'ল আৰু কলে: “আৰতি মন্দিৰটো জোনৰ পোহৰত বৰ ভাল লাগিছে। মন্দিৰৰ দুৱাৰ খোলা আছে। কোনোবাই বন্তিও জ্বলাইছে। মন্দিৰৰ ভিতৰলৈ যাওঁ বলা। ভিতৰখন মই দেখা নাই।”

মই কলো: “কিন্তু এতিয়া সন্ধিয়া হ'ল।”

হঠাতে প্ৰশান্ত বৰুৱা মোৰ সমুখত থিয় হৈ কলে: “আৰতি,

তোমাক কইনাৰ সাজত কেনেকুৱা দেখি চাবৰ বৰ মন যায়। আৰু বহুত মন যায়। কিন্তু, মন গলেই সকলো কাম কৰিব নোৱাৰি নহয়। বাৰু বলা, মন্দিৰৰ ভিতৰখন চাই লওঁ।"

তেওঁৰ কথাত আচৰিত হৈ মই তেওঁলৈ চাই থাকিলো। আগুৱাই নগলো। মই নোযোৱা দেখি তেওঁ মোক হাতত ধৰি টানি লৈ গ'ল আৰু যাওঁতে কৈ গ'ল: "ভিতৰখন দেখা নাই বাবেহে চাব খুজিছো। ইমান আপত্তি কিহৰ?"

হঠাতে সত্ৰাধিকাৰজনে এফালৰপৰা ওলাই আহি আমাক তেনে-কুৱা অৱস্থাত দেখি আচৰিত হৈ সুধিলে: "আৰতি, এই সন্ধিয়াখন তহঁত দুজন?"

মই উত্তৰ দিবলৈ নৌপাওঁতেই প্ৰশান্ত বৰুৱাই কলে: "মন্দিৰটো চাবলৈ আহিছিলোঁ। ভিতৰখন চায়েই ঘূৰি যাম।"

কিন্তু সত্ৰাধিকাৰৰ চকুত সন্দেহৰ ছাঁ দেখা পোৱা গ'ল; তেওঁ কলে: "কিন্তু শিবিৰৰপৰা মন্দিৰ বহু দূৰ। আৰতি তই এইফালেদি কিয় আহিছিলি?" ডাক্তৰৰ ফালে চাই সত্ৰাধিকাৰে ক'লে: "ডাক্তৰ বাবু মই বুজি পোৱা নাই।"

মই সত্ৰাধিকাৰক বৰদেউতা বুলি মাতিছিলো। কাৰণ তেখেত দেউতাৰ বন্ধু আছিল; দেউতাতকৈ বয়সত ডাঙৰ আছিল। মই কলোঁ: "বৰদেউতা, এইফালেদি ঘূৰি গাঁওখন চাই এখেতে আমাৰ ঘৰলৈ যাবলৈ আহিছে।"

বৰদেউতাই কলে: "অ' বুজিছো, বুজিছো আইজনী। বাৰু আহ, ভিতৰলৈ আহ, আহক ডাক্তৰ।"

প্ৰশান্ত বৰুৱাই সোমাই গ'ল। মই কিন্তু দুৱাৰমুখতে বৈ থাকিলোঁ। তেওঁলোক দুজনে থাপনাৰ ওচৰ পাই ঘূৰি চাই মই নোযোৱা দেখি বৰদেউতাই মাতিলে: "আৰতি আহ। কি হ'ল তোৰ?"

মই ভিতৰ সোমাই নগ'লোঁ। কাৰণ ভিতৰখন মই আগতে দেখিছোঁ। মই কলো: "ৰবদেউতা, হব, মই ইয়াতে আছো।"

কিন্তু ৰবদেউতাই "ছোৱালীজনীয়ে বৰ ভয় খাইছে; ব'ব ডাক্তৰ" এই বুলি উভতি আহি মোক হাতত ধৰি লৈ গ'ল। ডাক্তৰে খাপনাৰ ওচৰত থিয় হৈ তললৈ মুৰ কৰি সেৱা কৰি আছিল। ৰবদেউতাই তৎক্ষণাৎ মোৰ হাতখন টানি নি তেওঁৰ হাতৰ ওপৰত ৰাখি মন্ত্ৰ উচ্চাৰণ কৰিবলৈ ধৰিলে। মই হতভম্ব হৈ হাতখন টানি আছোঁ। ডাক্তৰে "-এইবোৰ কি কৰি আছে আপুনি" বুলি তেওঁৰ হাতখন টান মাৰি একৰাই দিলে। লগে লগে ৰবদেউতাই হাঁহি মাৰি কলে: "ডাক্তৰ বাবু, কাম সমাধা হৈ গ'ল; মন্ত্ৰ উচ্চাৰণ হৈ গ'ল।"

ডাক্তৰে আচৰিত হৈ কলে: "কি? আপুনি অতৰ্কিতে এইবোৰ কিয় কৰি পেলালে? আপুনি ভাল কাম নকৰিলে। মোক নোসোধাকৈ ...।"

ৰবদেউতাই কলে: "ডাক্তৰ বাবু, ভয় কৰি থাকিলে লাভ নাই। আপোনালোক যি উদ্দেশ্যত আহিছিল, সেই কাম মই সমাধা কৰিছোঁ। এতিয়া আপুনি তাইক গ্ৰহণ কৰিব লাগিব।"

ডাক্তৰে আকৌ আচৰিত হৈ "কি?" বুলি চিঞৰি নিৰ্জীৱ পদাৰ্থৰ দৰে থিয় হৈ থাকিল। ৰবদেউতাই ডাক্তৰৰ হাতখন টানি নিজৰ হাতত লৈ কলে: "ডাক্তৰ বাবু, ইমানকৈ ভয় কৰিছে কেলৈ? এয়া লওঁক এই ডেহবাটোৰপৰা সেন্দুৰ লওঁক। ভয় নকৰিব, মই আছো নহয়।"

ডাক্তৰে মোৰ মুখলৈ চালে; কিন্তু তেওঁৰ আঙুলিত সেন্দুৰ নললগালে। তাকে দেখি মই ভয় খাই উঠিলোঁ। ভাবিলোঁ ডাক্তৰে এইটো মানি লোৱা নাই। মোৰ মুখেৰে কান্দোন ওলাই আহিল। ৰবদেউতাই ডাক্তৰক কৈ আছে: "ডাক্তৰ বাবু, সেন্দুৰ লওঁক। এতিয়া আপুনি সেন্দুৰ লৈ তাইৰ কপাল আৰু শিৰত লগাবই লাগিব। কাৰণ, ভগৱানৰ সমুখত, এই ধৰ্ম পুথিৰ সমুখত মই মন্ত্ৰ পাঠ কৰিছোঁ। মই সাক্ষী আছোঁ।"

দেখিলোঁ। ডাক্তৰে কেৱল মোৰ মুখৰ ফালে বজ্ৰপাত পৰা মানুহৰ দৰে চাই থিয় হৈ আছে। তেওঁৰ হাতখন সেন্দুৰৰ টেমাৰ ওচৰলৈ নাযায়। মোৰ ভাব হ'ল, ৰবদেউতাই নোসোধা নোপোচাকৈ এইকাম কৰিলে; এতিয়া ডাক্তৰে মোক বেয়া পাইছে কিজানি! আৰু ডাক্তৰে যদি মোক এৰি গুচি যায়! মোৰ মুখেৰে ডাঙৰকৈ কান্দোন ওলাই আহিল।

মই কন্দাৰ লগে লগে ডাক্তৰে সুধিলে: "তুমি কিয় কান্দিছা, আৰতি?"

মই কান্দি কান্দি সুধিলোঁ: "আপোনাৰ কি হৈছে?"

কিন্তু ডাক্তৰ নিমাত হৈ থিয় হৈ থাকিল। সেন্দুৰ আঙুলিত নললগালে। ৰবদেউতাই ডাক্তৰৰ হাতখন ধৰি সেন্দুৰ লগাবলৈ তেওঁক জোৰ কৰি আছে। ডাক্তৰে মোক বেয়া পোৱা বুলি মোৰ বৰ ভয় লাগি কান্দি কান্দি মই ডাক্তৰৰ ভৰিত ধৰিলোঁ। তেতিয়া ডাক্তৰে তেওঁৰ আনখন হাতেৰে মোক তুলি ধৰিলে। এইবাৰ লাহে লাহে তেখেতৰ হাতখন সেন্দুৰৰ টেমাৰ ফালে আগুৱাই গ'ল। কিন্তু চকু দুটা থৰ হৈ মোৰ মুখৰ ফালে চাই থাকিল। ৰবদেউতাই ডাক্তৰৰ আঙুলিটো সেন্দুৰৰ টেমাত লগাই আনি মোৰ শিৰত আৰু কপালত লগাই দিলে। ডাক্তৰে নিৰ্জীৱ পদাৰ্থৰ দৰে কেৱল মোৰ মুখৰ ফালে চাই আছে। ৰবদেউতাই তেওঁৰ কাম শেষ কৰি উঠি কলে: "ভয় কৰি লাভ নাই ডাক্তৰ। এতিয়া নিৰ্ভয়ে তাইক গ্ৰহণ কৰক।"

ডাক্তৰে এনেকৈ থৰ লাগি থকা দেখি ৰবদেউতাই তেওঁৰ গাত ধৰি জোকাৰি জোকাৰি সুধিলে: "ডাক্তৰ বাবু, ডাক্তৰ বাবু, কি হৈছে আপোনাৰ?"

ডাক্তৰে বৰ দুখত কলে: "আৰতি, মোৰ ভুল হৈ গ'ল; মোৰ ভুল হৈ গ'ল!"

ডাক্তৰৰ মাতটো কঁপা যেন দেখা পাই মোৰ আকৌ কান্দোন ওলাই আহিল। ৰবদেউতাই ডাক্তৰৰ কান্ধত হাত থৈ কলে: "একো

ভুল হোৱা নাই ডাক্তৰ। ভয় নকৰিব। মই আছোঁ।"

এইবাৰ ডাক্তৰে ৰবদেউতাৰ ফালে চাই কলে: "সত্ৰাধিকাৰ দেউতা, মই মন্দিৰৰ ভিতৰখনহে চাবলৈ আহিছিলোঁ। কিন্তু আপুনি মোক বৰ বিপদত পেলালে। মই এইবোৰ আশা কৰা নাছিলোঁ।"

ৰবদেউতাই কলে: "বিয়া হৈ গ'ল, ডাক্তৰ।"

কিন্তু ডাক্তৰে উত্তৰ নিদি গুচি গ'ল। মই ডাঙৰকৈ কান্দিলোঁ। ডাক্তৰ মন্দিৰৰ দুৱাৰমুখত থমকি ৰ'ল আৰু মোৰ ওচৰলৈ ঘূৰি আহি কলে: "আৰতি তুমি সত্ৰাধিকাৰ দেউতাৰ লগত ঘৰলৈ যোৱা।"

ডাক্তৰ গুচি গ'ল। ৰবদেউতাই মোক থবলৈ গৈ বাটত কৈ গ'ল: "আইজনী, ডাক্তৰ বেলেগ ঠাইৰ মানুহ; সেইকাৰণে ভয় কৰি আছে। তই কিয় কান্দিছ? তোৰ ভালহে হ'ল। নহলে তোৰ খুড়ায়েৰে তোক কেতিয়াও ভাল মানুহৰ লগত বিয়া নিদিলেহেঁতেন। এতিয়া বাৰু এই কথা কাকো নকবি; কলে তোৰ খুড়া-খুড়ীয়ে তোৰ ওপৰত অত্যাচাৰ কৰিব। সময় আহিলে মই সকলো কম। এতিয়া ডাক্তৰে তোক এৰিব নোৱাৰে।"

তাৰপাছত প্ৰশান্ত বৰুৱা আমাৰ ঘৰলৈ অহা নাই। মোক লগ পাইছিল যদিও অকলশৰে লগ ধৰি কথা পতা নাছিল। তেওঁ বৰ গহীন হৈ পৰিছিল। তেওঁক নিৰীক্ষণ কৰি মই শিয়ৰি উঠিছিলোঁ। কিন্তু এদিন সন্ধিয়া তেওঁ মোক তেওঁৰ কোঠাত লগ ধৰিবলৈ কলে। মই যোৱাত মোক বহিবলৈ দি তেওঁ কলে: "আৰতি যি হৈ গ'ল তাৰ বাবে মই মুঠেই প্ৰস্তুত নাছিলোঁ। মই বহুত চিন্তা কৰিলোঁ; কিন্তু সমাধান নাপালোঁ। আৰতি, অতৰ্কিতে জোৰকৈ পাতি দিয়া বিয়াখন ··· ···।"

ডাক্তৰৰ কথা শেষ নহওঁতেই ভয়ত মই উচপ্ খাই উঠিলোঁ। তেখেতে এতিয়া এই বিয়া মানি লবনে নলয় বাৰু? ভয়ত মই থিয় হলোঁ। তেখেতে কলে: "তুমি ভয় খাইছা? নাখাবা। মই এটা সমাধান

বিচাৰি উলিয়াব লাগিব।"

মই সুধিলোঁ: "আপোনাৰ কিয় ইমান চিন্তা হৈছে। আপুনি ইয়াক স্বীকাৰ কৰি লবপৰা নাই? আপুনি দেখোন কৈছিল যে আপুনি ৰূপলেখাক ভাল নাপায়; মোকহে ভাল পায়।"

ডাক্তৰে মোক হাতত ধৰি বহুৱাই দি কলে: "মই তোমাক ভাল পাওঁ আৰতি; তোমাৰ কান্দোন সহিব নোৱাৰি মই সেন্দুৰ লগালোঁ। কিন্তু মোৰ ঘৰ এখন আছে। আচলতে তোমাক দেখিবৰেপৰা মই ঘৰৰ থকা প্ৰায় পাহৰি আছিলোঁ। তোমাক কইনাৰ সাঁজত চাবলৈ মন কৰা কথাষাৰ বোধহয় সত্ৰাধিকাৰে শুনিছিল। কিন্তু ইমান অতৰ্কিতে কামটো কৰি পেলাব বুলি মই সপোনতো ভৰা নাছিলোঁ। এৰা, মানুহে কথা কওঁতে বৰ সাৱধান হ'ব লাগে।"

ডাক্তৰৰ কথা শুনি মোৰ ভয় বাঢ়িল। তেখেতে এতিয়া মোক গ্ৰহণ নকৰিব বুলি ভয়ত মই তেখেতৰ আঁঠুৰ ওপৰত বহি তেখেতৰ হাত দুখন সাৱটি ধৰি কান্দি কান্দি কবলৈ ধৰিলোঁ: "আপুনি মোক এৰি যাব নোৱাৰে আপুনি এৰি গ'লে মোৰ মৃত্যু হব। যেনেকৈ হলেও এতিয়া আমাৰ বিবাহ হৈ গৈছে। কোনেও নাজানিলেও বৰ-দেউতাই জানে। আপুনি কথা দিয়ক, মোক এৰি নাযায়?"

"এইদৰে বিয়া হৈ তুমি ভাল পাইছা, আৰতি?"

"ভাল পাইছোঁ। কিন্তু আপুনি মোক এৰি নাযাব।"

"তুমি মোৰ লগত থাকিব বিচৰা?"

"বিচাৰো, আপুনি ইমান ভাবে কিয়? আপোনাৰ ঘৰৰ মানুহে মোক গ্ৰহণ নকৰিব নেকি?"

ডাক্তৰৰ কোলাত মুৰ থৈ মই কান্দিবলৈ ধৰিলোঁ। কিছুসময় মৌন হৈ থাকি ডাক্তৰে ক'লে: "নাকান্দিবা। তোমাৰ কান্দোন শুনি শুনি মোৰ মগজু নষ্ট হৈ গৈছে। বাৰু মই মানি লৈছোঁ, এতিয়া তুমি মোৰ স্ত্ৰী। তুমি সন্তুষ্ট হৈছানে?"

মই উঠি বহি সুধিলোঁ: "মোক আপোনাৰ লগত নিব ?"

"মই বাৰু তোমাক লৈ যাম। কিন্তু তাৰ আগতে মই ব্যৱস্থা কৰিব লাগিব।"

"ব্যৱস্থা? কি ব্যৱস্থা?"

"প্ৰথমে অকলে গৈ তোমাৰ থকাৰ বাবে এটা উপযুক্ত পৰিবেশৰ সৃষ্টি কৰিব লাগিব। তাৰপাছত এদিন আহি তোমাক লৈ যামহি।"

"বুজিছোঁ, আপোনাৰ মা-দেউতাই মোক গ্ৰহণ কৰাৰ ইচ্ছা নকৰিব। হব বাৰু। কিন্তু আপুনি মোক কিবা এটা দি থৈ যাব লাগিব।"

"কি দিম মই তোমাক?"

"যি কোনো বস্তু।"

তেওঁৰ যিখন হাতত আঙঠি এটা আছিল সেইখন হাতেৰে তেওঁ মোৰ হাতত ধৰি আছিল। আঙঠিটো চকুত পৰাত তেওঁ ক'লে: "এইটোকে লোৱা। তোমাৰ আঙুলিত ডাঙৰ হব। তথাপি ৰাখি থবা। আৰু একো নালাগে নহয়?"

মই তেওঁৰ মুখলৈ চাই সুধিলোঁ: "আপুনি কেতিয়া ঘূৰি আহিব?"

ডাক্তৰে মোৰ মুখলৈ চাই মাথো কলে: "তুমি মোলৈ তেনেদৰে কিয় চাইছা? তোমাৰ চাৱনি আৰু সৌন্দৰ্যই মোৰ এই দশা কৰিলে। মই সাগৰত পৰিলোঁ; তুমিও সাগৰত পৰিলা। আৰু তুমি সুধিছা মই কেতিয়া ঘূৰি আহিম?"

ডাক্তৰৰ মুখমণ্ডল বিষাদৰ ভাৱে আৱৰি ধৰিছে। তেওঁৰ কথা বুজিব নোৱাৰি মই আচৰিত হৈ তেওঁৰ ফালে চাই থাকিলোঁ। মোৰ চকুৰপৰা সৰ্‌সৰ্‌কৈ চকুলো বৈ আহিল। ডাক্তৰে মোক অন্তৰেৰে গ্ৰহণ কৰিব পৰা নাই বুলি ভাবি মই দুয়ো হাতৰ মাজত মুখ ঢাকি কান্দিলোঁ। ডাক্তৰ ওপৰৰ ফালে চাই বহি আছিল। মোৰ কান্দোন শুনি তেওঁ মোক আঁকোৱালি লৈ কলে: "আৰতি তোমাৰ মনৰ ইচ্ছা পূৰ্ণ হৈছে। আৰু তুমি কিয় কান্দিছা? এতিয়া তোমাক কেনেদৰে

বিশ্বাস দিম যে তুমি স্ত্ৰী। চাওঁ কান্দোন বন্ধ কৰা। বলা তোমাক আগুৱাই থৈ আহোঁ।"

মই মুঠিলোঁ। তেখেতে ঘূৰি আহিবনে নাহে মোক নকলে। মই তেখেতৰ মুখলৈ চালোঁ। এইবাৰ তেখেতে কলে: "বাৰু; আৰু তোমাক কি লাগে কোৱাচোন। তুমি মোৰ স্ত্ৰী হব খুজিলা; মই মানি ললোঁ। আৰু?"

"আপুনি মোক নিবলৈ কেতিয়া আহিব?"

"কেতিয়া আহিম মই আজিয়েই কব নোৱাৰোঁ। মই বাৰু তোমাক চিঠিৰে জনাম।"

বিশ্বাস-অবিশ্বাসৰ মাজত দোধোৰ-মোধোৰ অৱস্থাত পৰি মই তেখেতৰ চকুলৈ চাই আছোঁ। মোৰ ওঁঠ কঁপিছে। তাকে দেখি তেওঁ মোৰ ওঁঠ স্পৰ্শ কৰি কলে: "তোমাৰ বিশ্বাস হোৱা নাই? তেন্তে আহা, সাগৰত নামিছো যেতিয়া মাছ ধৰো আহা। ভৰিৰ চেণ্ডেল খুলি ইয়াত উঠা।"

মই নামাতিলোঁ। তেখেতে মোক দুয়োহাতেৰে ধৰি বিছনাত বাগৰাই ধৰি কলে: "খুলি পেলোৱা ভৰিৰ চেণ্ডেল।"

মই চেণ্ডেল খুলি পেলালোঁ।

তেওঁ কলে: "আহা এতিয়া ··· ···।"

মহামাৰী শাম কাটিল। বহুত মানুহ আৰোগ্য হ'ল; বহুত মানুহ মৰিল। অঞ্চলত সকলোকে মহামাৰী প্ৰতিশেধক বেজী দিয়া হ'ল। শিবিৰ উঠাই পেলোৱা হ'ল। প্ৰশান্ত বৰুৱাও গুচি গ'লগৈ। তেওঁৰপৰা খবৰ পাম বুলি মই বাট চাই ৰ'লোঁ। কিন্তু এমাহ দুমাহকৈ কেইবামাহো পাৰ হ'ল। তেখেতৰ কোনো খবৰ নাই। ইতিমধ্যে মোৰ দেহৰ পৰিবৰ্তন লক্ষ্য কৰি খুড়া-খুড়ীৰ মোৰ ওপৰত কঠোৰ বাক্য আৰু অত্যাচাৰ চলিল। গোটেই অঞ্চলটোত মোৰ কথা ৰাষ্ট্ৰ হৈ পৰিল। সকলোৱে মোক বিণাবলৈ ধৰিলে। এই সময়ত এদিন সত্ৰাধিকাৰ ৰবদেউতা আহি খুড়া-খুড়ীক কলে যে মোৰ বিয়া প্ৰশান্ত

বকৰাৰ লগত হৈ গৈছিল। এই কথা শুনি খুড়া-খুড়ী আৰু ৰূপলেখাৰ বিদ্রূপ বাক্য অহৰহ চলিবলৈ ধৰিলে। আনহাতে প্রশান্ত বকৰা ঘূৰি নহাত ৰবদেউতাৰো ভয় হ'ল। এদিন তেওঁ মোক মাতি নি কলে: "আইজনী, ভুলটো মোৰেই হ'ল কিজানি। বাৰু তই চিন্তা নকৰিবি। মই প্রশান্ত বকৰাক বিচাৰি যাম।"

ৰবদেউতাই বহুত ঠাই ঘূৰি ঘূৰি বিচাৰিলে; কিন্তু প্রশান্ত বকৰাক নাপালে। ইতিমধ্যে মানসীৰ জন্ম হ'ল। ঘৰত মোৰ স্থান নোহোৱা হোৱাত ৰবদেউতাৰ ঘৰতে মোক আৰু মোৰ ছোৱালীজনীক ৰাখিলে। দিন বাগৰিল। লাহে লাহে মানসীৰ তিনিবছৰ হ'লহি। ৰবদেউতাই এতিয়াও ডাক্তৰক বিচাৰি আছে। শেষত নিৰাশ হৈ এদিন ৰবদেউতাই মোক লৈ আহি যোৰহাটৰ এখন হস্পিতালত নাৰ্চৰ পদত সুমুৱাই দিলে। তাত এবছৰ থকাৰ পাছত এদিন ৰবদেউতাই মোক শিৱসাগৰলৈ লৈ আহিল আৰু তাতে এখন হস্পিতালত ভৰ্তি কৰি দিলে। সেইখন হস্পিতালৰ ডাক্তৰজন ৰবদেউতাৰ ভতিজা ল'ৰা আছিল। তাতে মই মানসীৰে সৈতে থাকিবলৈ সৰু ঘৰ এটাও পাইছিলোঁ। অতীতৰ সকলো পাহৰি তাত থাকিবলৈ ললোঁ। মন্দিৰত প্রশান্ত বকৰাৰ হাতখনে মোৰ শিৰত সেন্দুৰ লগাব খুজিছিল—এই কথা বাৰে বাৰে মনত খুন্দিয়াই থকাৰ কাৰণে মই শিৰত সেন্দূৰ লবলৈ এৰিলোঁ। আৰু মানুহে মানসীৰ দেউতাক আছে নে নাই সুধিলে অপমান আৰু প্রশান্ত বকৰাৰ প্রতি খঙত মই কাকো উত্তৰ দিয়া নাছিলোঁ। মানুহে মোৰ বহুত বদনাম কৰিছিল। কিন্তু বিধৱাৰ সাজ পিন্ধিবলৈও মোৰ ভয় হৈছিল, প্রশান্ত বকৰাৰ মুখখন মনত পৰিছিল।

মানসীৰ ৫ বছৰ বয়সত তাইক এখন প্রাইমাৰী স্কুলত নাম লগাই দিলোঁ। এইদৰে শিৱসাগৰত মুঠতে তিনিবছৰ কটালোঁ। মানসীৰ ছয় বছৰ পাৰ হৈ সাত বছৰত সোমাল। কিন্তু হঠাতে এদিন আকৌ মোৰ জীৱনলৈ ধুমুহা আহিল। ৰবদেউতাৰ ভতিজাকজন বদলি হৈ

গুচি গ'ল। এজন নতুন ডাক্তৰ সপৰিয়ালে ইয়ালৈ আহিল। তেওঁ কামত যোগ দিয়াৰ দিনাখন আমাৰ হস্পিতালৰ আটইকেইজনী নাৰ্চৰ তেওঁৰ লগত চিনাকি হৈছিল। কিন্তু তেওঁক দেখামাত্ৰকে মোৰ বুকুখন টপটপাবলৈ ধৰিলে। কাৰণ তেৱেঁই প্ৰশান্ত বৰুৱা। কিন্তু মই তেওঁক মাতিব খোজাৰ লগে লগে তেওঁ মুখখন ঘূৰালে আৰু নিজৰ টেবুলত গৈ বহিল। মোৰ ফালে এবাৰো নাচালে। মই কোনোমতে থিয় হৈ থাকিলোঁ। মানসী মোৰ ওচৰত থিয় হৈ আছিল। তাই ডাক্তৰৰ ফালে চাই আছিল। তাই এবাৰ মোৰ মুখৰ ফালে চাই "মা" বুলি মতাৰ লগে লগে প্ৰশান্ত বৰুৱাই দুয়োবো ফালে চালে। কিন্তু তেওঁৰ চকুত তাহানিৰ দৃষ্টি নাই। তেওঁৰ চকু আৰু ওঁঠত এক আত্মগোপনৰ প্ৰচেষ্টা পৰিলক্ষিত হ'ল। মানসীৰ ফালে কিছু সময় কেৰাহিকৈ চাই থাকি তেওঁ মূৰ দুপিয়ালে। আৰু তৎক্ষণাৎ তললৈ মূৰ কৰি টেবুলৰ ফাইল পৰীক্ষা কৰিবলৈ ধৰিলে। তাইৰ ফালে সেইদৰে চাই থকা সময়ত মানসীয়ে ভয়ত মোৰ কাপোৰত খামুচি ধৰিছিল।

এনেতে প্ৰায় দহ-এঘাৰ বছৰমান বয়সৰ এজনী ছোৱালী দৌৰি আহি ডাক্তৰক কলে: "দেউতা, দেউতা, মা আৰু মই সকলো ঠিক কৰি পেলালোঁ।" এই কথা শুনাৰ লগে লগে মোৰ একো বুজিবলৈ বাকী নাথাকিল। মানসীৰ হাতখন এৰি দি মই পিছুৱাই গ'লো। মনত পৰিল: "মৰীচিকা মৰুভূমিতহে ওলায়।" তেতিয়া সেইষাৰ কথা ৰূপলেখাক কোৱা বুলি ভাবিছিলোঁ। মনত পৰিল, "এজন ভাল মানুহৰ লগত তুমি বিয়া হৈ লব পাৰিবা ··· ··· "কিছুমান কথা মই তোমাক বুজাব নোৱাৰোঁ।" ··· ··· "তোমাৰ কান্দোন শুনি শুনি মোৰ মগজু নষ্ট হৈছে" ··· ··· "তোমাৰ সৌন্দৰ্য আৰু চাৱনিয়ে মোক সাগৰত পেলালে।" আৰু মনত পৰিল সেন্দুৰৰ টেমাৰ ফালে যেতিয়া তেওঁৰ হাতখন নাযায় তেতিয়া ভাবিছিলোঁ এইবোৰ তেওঁৰ মাক-

দেউতাকক ভয় কৰি কোৱা কথা আছিল। এতিয়াহে বুজিলোঁ। তেওঁ বিবাহিতা আৰু এজনী ছোৱালীৰ পিতৃ আছিল। মোক দুৰ্ভাগ্যই গ্ৰাস কৰিলে। মোৰ মূৰ ঘূৰি গ'ল।"

সিদিনা ৰাতি নৌ পুৱাওঁতেই মানসীক লৈ গুচি আহিলোঁ। কলৈ যাম কব নোৱাৰাকৈ গুৱাহাটীমুখী ৰেলত উঠিলোঁ। গুৱাহাটী পাই বহুতো ঠাইত চাকৰি বিচাৰিলো। কিন্তু নাপালো। দুৰ্ভাগ্যক দুষি ৰেলোয়ে ওভাৰব্ৰীজত বহি থাকোঁতে হঠাতে এবাৰ পুলিচ এজন দেখা পাই ভয় খাই মানসীয়ে দৌৰিব খোজাত এজন ভদ্ৰলোকৰ ভৰিত তাই উজুতি খাই পৰিল। ভদ্ৰলোকজনে তাইক তুলি ধৰি কিছুমান কথা সুধিলে। তাই উত্তৰ দিব নোৱাৰি মোলৈ দেখুৱাই দিলে। মোৰ আৰু মানসীৰ কাপোৰ কানিবোৰ ভাল মানুহে পিন্ধা কাপোৰ কানি যেন বুলি হয়তো তেওঁ ভাবিলে; কাৰণ আমাৰ পোছাকবোৰ তেওঁ নিৰীক্ষণ কৰিলে। তেওঁ মোক মোৰ পৰিচয় সুধিলে। মই কোনো পৰিচয় নিদিলোঁ। মাথোন ভাগ্য বিপৰ্যয় হোৱা বুলি কলোঁ আৰু চাকৰি বিচাৰি নোপোৱা বুলি কলোঁ। সদাশয় ভদ্ৰলোকজনে মোক তেওঁৰ ঘৰলৈ মাতি নি তেওঁৰ ল'ৰা-ছোৱালী হালক পঢ়ুৱাৰ দায়িত্ব দিলে। তেওঁ নিজে মোৰ ধাবে চাকৰি বিচাৰি থাকিল। তেখেতৰ নাম প্ৰণৱ চলিহা; তেখেত এখন বিদ্যালয়ৰ শিক্ষক। এমাহমান যোৱাৰ পাছত তেখেতৰ স্ত্ৰীয়ে আমাক বৰ বেয়া ব্যৱহাৰ কৰা হ'ল। মানসীক দেখিলেই "জাৰজ" বুলি মন্তব্য কৰা হল। মানসীক সিহঁতৰ ল'ৰা-ছোৱালীৰ লগত লগ লাগিবলৈ নিদিয়া হ'ল। তেওঁলোকৰ প্ৰধান ঘৰত আমাক সোমাবলৈ নিদিয়া হ'ল।

এইদৰে কেইমাহমান যোৱাৰ পাছত এদিন মই চলিহাৰ ল'ৰা-ছোৱালীহালক চোতালত বহুৱাই পঢ়ুৱাই থাকোঁতে মানসীয়ে তেওঁ-লোকৰ ঘৰত সোমাব খুজিছিল নে দুৱাৰমুখৰপৰা ভিতৰলৈ চাব খুজিছিল মই নাজানিলোঁ। কিন্তু চলিহাৰ স্ত্ৰীয়ে ৰণচণ্ডী মূৰ্তি ধৰি বাঢ়নী এপাত লৈ আহি তাইক এনেকুৱাকৈ কোবালে যে তাই ভয়ত

আৰ্তনাদ কৰি অচেতন হৈ পৰি গ'ল। বহুত সময়ৰ মূৰতহে তাই জ্ঞান ফিৰাই পাইছিল। সিদিনা চলিহাৰ স্ত্ৰীয়ে মোক তেওঁৰ ঘৰৰপৰা ওলাই যাবলৈ কৈছিল। সিদিনাৰ পাছত মানসীৰ অন্তৰত কিবা চক্ লাগিল। কোনো মানুহে তাইক খং কৰা যেন দেখিলে তাই ভয়ত চকুমুদি পৰি যায়। সিদিনা চলিহাদেৱে বাহিৰৰ পৰা ঘূৰি আহি মানসী আৰু মোক বিচাৰিলে। লগে লগে তেওঁৰ স্ত্ৰীয়ে তেওঁৰ লগত কাজিয়া কৰিবলৈ ধৰিলে। আৰু মই চলিহাদেৱক হাত কৰি লোৱা বুলি নানান তৰ্ক বিতৰ্ক কৰিবলৈ ধৰিলে। চলিহাদেৱ মনে মনে থাকিল যদিও তেওঁৰ স্ত্ৰীৰ চিঞৰ বাখৰ চলি থাকিল। মই ভাবিলোঁ যে মই আৰু তাত থাকিব নোৱাৰিম। ইপিনে ক'তো চাকৰি এটাবো যোগাৰ নহল। সিদিনা ৰাতি মই মানসীক অনাথ আশ্ৰমত থবলৈ অনুৰোধ কৰি চলিহাদেৱলৈ এটুকুৰা কাগজত লিখি মানসীৰ বাউসীত বান্ধি মনে মনে ঘৰৰপৰা ওলাই গলোঁ। আত্মহত্যা কৰাৰ বাহিৰে মোৰ আৰু অন্য উপায় নাই যেন পালোঁ।

কিন্তু মানসীয়ে বোধহয় মোক ওচৰত নাপাই কান্দিছিল। অলপ পাছত মই ৰেল লাইনেৰে গৈ থাকোঁতে পিছফালৰ পৰা চলিহাৰ চিঞৰ শুনিবলৈ পালোঁ। উভতি চাই দেখোঁ যে তেখেতে মানসীক হাতত ধৰি ষ্টেচনৰ মূৰত থিয় হৈ মোক মাতিছে। মোক দেখা পাই মানসীয়ে চিঞৰিবলৈ ধৰিলে। চলিহাদেৱে চিঞৰিলে : "আৰতি, ঘূৰি আহা। আৰু যদি ঘূৰি নাহা, তেন্তে লৈ যোৱা তোমাৰ ছোৱালীকো।" এইবুলি তেওঁ মানসীক সমুখৰ ফালে গতাই দিলে। মানসী দৌৰি দৌৰি মোৰ ফাললৈ আহিবলৈ ধৰিলে। মই ৰব নোৱাৰি দৌৰি আহি তাইক কোলাত তুলি ললোঁ। তাই 'নাযাবি' 'নাযাবি' বুলি চিঞৰিবলৈ ধৰিলে।

চলিহাদেৱ আগুৱাই আহি ক'লে : "আৰতি, তোমাক মই মোৰ ঘৰত এদিন আশ্ৰয় দিছিলো। সেইদৰে গুচি গলে বা আত্মহত্যা

কৰিলে সমস্যা সমাধান নহয়। তুমি অবিবেচক বুলি মোৰ আৰু বুজিবলৈ বাকী নাই। কোনে জানে আজিৰ দৰে উত্তেজনাৰ বশৱৰ্তী হৈ তুমি নিজৰ বিপৰ্জয় নিজে মাতি আনিছা। নিজৰ অজ্ঞতাৰ বাবে তুমি কাক দোষাৰোপ কৰিবা?"

মই কলোঁ যে মই তেখেতৰ ঘৰত থকাটো সমীচিন নহয়। মই গুচি যাব লাগিব। কিন্তু তেখেত গৰ্জি উঠিল: "মুৰ্খামি নকৰিবা, আৰতি। আগতে যি মুৰ্খামি কৰিলা কৰিলা। মই তোমালোকক আশ্ৰয় দিছিলোঁ বাবে মোৰ কৰ্ত্তব্য শেষ হোৱা নাই। আৰু এই কুকলীয়া ছোৱালীজনীৰ জীৱন ধ্বংস কৰাৰ বাবে কোন দায়ী হব? ঘূৰি আহা আৰু পৰিমল ডাক্তৰৰ ক্লিনিকত সোমাই যোৱাহি। কালি কামটো পালোঁ বুলি কব খুজিও মই কব নোৱাৰিলোঁ। এতিয়া ঘূৰি আহা; আৰু সুকীয়াকৈ ঘৰ ভাড়া কৰি থাকিবা। মই ঘৰ বন্দোবস্ত কৰিছোঁ।"

মই ঘূৰি আহিলো। প্ৰণৱ চলিহাক মোৰ ভগৱানৰ দৰে লাগিল। কাৰণ নতুন ঘৰত আহি আমি লগ পালোঁ মামনি বাইদেউক আৰু তেওঁৰ ল'ৰা ভাস্কৰক। মামনি বাইদেৱে মানসীক নিজৰ ছোৱালীৰ দৰে মৰম কৰিবলৈ ধৰিলে।"

## তেৰ

খুড়ীদেউৰ নোট বহীখন সামৰি ওপৰলৈ মুখ কৰি শুই ভাবিলো: প্ৰশান্ত বৰুৱা জানো সঁচাকৈ দুৰ্বৃত্ত? মোৰ মনটোৱে উত্তৰ দিলে: "নহয়; হব নোৱাৰে। কাৰণ, প্ৰশান্ত বৰুৱাই খুড়ীদেউক অৰ্থাৎ আৰতি নামৰ ছোৱালীজনীক সুন্দৰী ছোৱালী হিচাবে ভাল পাইছিল। ভাল পাইছিল তেওঁৰ লগত ঘূৰি ফুৰিবলৈ, কথা পাতিবলৈ, ৰূপৰ প্ৰশংসা কৰিবলৈ আৰু সহায় কৰিবলৈ। আৰতিক বেয়াৰ ফালে টানি আনিব খোজা নাছিল; অথবা আৰতিক বিপদত পেলোৱাৰ প্ৰবৃত্তিও তেওঁৰ নাছিল। আৰতিক বিপদলৈ টানি আনিলে

আৰতিৰ মূৰ্খামি আৰু অজ্ঞতাই। আৰু সত্ৰাধিকাৰৰ অবিবেচনাই। প্ৰশান্ত বৰুৱা যেতিয়া আৰতিৰ ৰূপত মুগ্ধ হৈ তেওঁৰ ওচৰ চাপি গৈছিল তেতিয়া বৰুৱা মাথো তেওঁৰ অন্তৰৰদ্বাৰা পৰিচালিত হৈছিল, মগজুক উলংঘা কৰিছিল। চিন্তা কৰিব পৰা নাছিল যে তেওঁ এইদৰে এটা বেয়া পৰিণতিৰ ফালে আগুৱাই আছে। ঘৰত এৰি থৈ অহা পৰিয়ালৰ কথা মগজুলৈ অহা নাছিল। অন্তৰৰদ্বাৰা পৰিচালিত হৈ তেওঁ আৰতিক ভাল পাইছিল।

য'ত চিন্তা আৰু অনুভূতিৰ সমন্বয় নঘটে: অন্তৰ আৰু মগজুৰ সমন্বয় নঘটে, তাতে মানুহে উচিত কাৰ্যপন্থা হাতত লব নোৱাৰে।

কিন্তু প্ৰশান্ত বৰুৱাই আৰতিৰ অমংগল কামনা কৰা নাছিল। আৰতিক এটা ভবিষ্যতৰ উপায় দেখুৱাই দি এজন ভাল মানুহৰ লগত বিয়া হবলৈ উপদেশ দিছিল। সেয়েহে সত্ৰাধিকাৰে যেতিয়া অংকিতে তেওঁৰ হাতত আৰতিৰ হাত মিলাই বিয়া সম্পাদন কৰিছিল, তেতিয়া তেওঁ বিমোৰত পৰি জঠৰ হৈ গৈছিল। সেই সময়তহে তেওঁক মগজুৱে পৰিচালিত কৰিছিল —নিজৰ পৰিয়ালৰ কথা ভাবিছিল আৰু আৰতিক বিয়া কৰাই নিলে পৰিয়ালৰ কাবোবাৰ (ঘৰত এৰি অহা স্ত্ৰীৰ) দুৰ্ঘটনা হব পাৰে বুলি শংকিত হৈছিল। আৰু দুৰ্ঘটনা যে হ'লহেঁতেন তাত সন্দেহ নাছিল। এইদৰে মগজুৱে পৰিচালনা কৰাত তেওঁৰ হাতখন সেন্দূৰৰ টেমাৰ ফালে আগুৱাই নোযোৱা হ'ল। সত্ৰাধিকাৰক তেওঁ সেইকাম কৰাৰ বাবে দোষাৰোপ কৰিলে। কাৰণ তেওঁ আৰতিক বিয়া কৰিবলৈ মন্দিৰলৈ যোৱা নাছিল। সেইফালেৰে যাওঁতে মন্দিৰটোত চকু পৰাত মাথো চাবলৈহে খুজিছিল।

এইখিনিতে আৰতিৰ মূৰ্খামিয়ে তেওঁক বশ কৰিলে। আৰতি কেৱল অন্তৰৰদ্বাৰা পৰিচালিতা; বিবেচনা কৰিব নোৱাৰে। তেওঁক বিয়া কৰাবলৈ প্ৰশান্ত বৰুৱাৰ অনিচ্ছা থকা কথা তেওঁ ভালদৰে বুজি পাইছিল। আগতে বহুবাৰ বৰুৱাৰ মুখেৰে এই কথা প্ৰকাশ পাইছিল।

তথাপি আৰতিয়ে প্ৰশান্ত বৰুৱাকহে বিচাৰিছিল। আৰতিৰ কান্দোনত আৰতিৰ মনৰ কথা বাৰে বাৰে প্ৰকাশ পোৱাত বৰুৱাই আৰতিৰ ফালে থৰ লাগি চাই আছিল। তথাপি বিয়া কৰোৱাৰ ইচ্ছা বৰুৱাৰ সমূলি নাছিল; তেওঁৰ আঙুলিৰে সেন্দূৰ স্পৰ্শ কৰা নাছিল। কিন্তু সত্ৰাধিকাৰে বাধ্য কৰালে যে এতিয়া সেন্দূৰ নলগাই ৰক্ষা নাই, মন্ত্ৰ পাঠ হৈ গৈছে। ইপিনে আৰতিয়ে ডাঙৰকৈ কান্দি তেওঁৰ অন্তৰ গলাই পেলালে; তেওঁৰ মগজু পিছ পৰি থাকিল। আৰতিক সন্তুষ্ট কৰিবলৈ তেওঁ সেন্দূৰ লগালে। সেয়েহে তেওঁ পিছত আৰতিক কৈছিল: "তোমাৰ কান্দোন শুনি শুনি মোৰ মগজু নষ্ট হৈ গৈছে।"

যিদিনা প্ৰশান্ত বৰুৱাই আৰতিক আঙঠিটো দিয়ে সিদিনা তেওঁৰ অন্তৰ আৰু মগজুৰ মাজৰ সংঘৰ্ষত তেওঁ কি কৰিব ভাবি পোৱা নাছিল। এহাতে আৰতিক স্ত্ৰী বুলি গ্ৰহণ কৰা হ'ল, আনহাতে ঘৰত এৰি থৈ অহা তেওঁৰ স্ত্ৰী আৰু ছোৱালী যি কথা তেওঁ আৰতিক কব নোৱাৰে। তেওঁৰ দোধোৰ-মোধোৰ অৱস্থাত আৰতিয়ে যেতিয়া কান্দি কান্দি তেওঁক নিবলৈ আহিবলৈ বাৰে বাৰে অনুৰোধ কৰিলে, তেতিয়া তেওঁ সম্পূৰ্ণৰূপে অন্তৰৰদ্বাৰা পৰিচালিত হ'ল। আঙঠিটো দিলে। কিন্তু কেৱল আঙঠিটোৰে আৰতি সন্তুষ্ট নহয়। আৰতিক সম্পূৰ্ণ বিশ্বাস লাগে। কিন্তু সম্পূৰ্ণ বিশ্বাস তেওঁ কেনেকৈ দিব? তেওঁ বৰ সংকটত পৰিল। আৰতিয়ে যেতিয়া তেওঁৰ চকুলৈ চাই ৰৈ আছে তেতিয়া তেওঁ অন্তৰৰদ্বাৰা পৰিচালিত হৈ ভাবিছে যে বিয়াৰ পাছত স্ত্ৰী-পুৰুষৰ মিলনেই সম্পূৰ্ণ বিশ্বাস। তেওঁ বুজিছিল যে তেওঁলোক দুয়ো সাগৰত পৰিছে। আৰতিৰ কাতৰ চাৱনি আৰু কান্দোন সহিব নোৱাৰি প্ৰশান্ত বৰুৱাই আৰতিক স্ত্ৰী কৰি ললে। আৰতি তেওঁৰ ওচৰৰপৰা দূৰৈত থকা কাৰণে অন্তৰ আৰু মগজুৰ টনা আঁজোৰাত অন্তৰৰহে জয় হ'ল।

কিন্তু নিজ ঘৰলৈ ঘূৰি যোৱাৰ পাছত প্ৰশান্ত বৰুৱাৰ মগজুৰহে জয় হ'ল। নিজৰ স্ত্ৰী আৰু ছোৱালীৰ ওচৰ পাই আৰতিৰ লগত

হোৱা বাধ্যবাধকতাৰ বিয়াখনক আচল বিয়া বুলি মানি লবলৈ টান পালে। আৰতিক চপাই লৈ নিজৰ জীৱন ধ্বংস কৰিব খুজিলে; পলাই থাকিব বিচাৰিলে। বিবাহিত প্ৰশান্ত বৰুৱাৰ সাময়িক ভাল পোৱাক গভীৰভাৱে গ্ৰহণ কৰি আৰু বাধ্য-বাধকতাৰ বিয়াখনক উচিত বিয়' বুলি গ্ৰহণ কৰি খুড়ীদেৱে নিজৰ মূৰ্খামিৰ বলি নিজে হ'ল। বুদ্ধিমতী তিৰোতা হলে প্ৰশান্ত বৰুৱাৰ মুখেৰে আপোনা-আপুনি ওলোৱা কথাবোৰত তেওঁৰ ভিতৰখন বুজি পালেহেঁতেন। খুড়ীদেউৰ ওচৰলৈ আগবাঢ়ি যোৱাটো প্ৰশান্ত বৰুৱাৰ এটা দোষ অথবা দুৰ্বলতা। সত্ৰাধিকাৰৰ কৌশল খুড়ীদেউৰ হেঁপাহ আৰু মূৰ্খামিয়ে প্ৰশান্ত বৰুৱাৰ দুৰ্বলতাক জয় কৰি পেলালে। সত্ৰাধিকাৰৰ বিবেচনাহীন কৌশলে অকল আৰতি বা প্ৰশান্ত বৰুৱাৰে নহয় আৰু দুটি প্ৰাণীৰ জীৱন বিষময় কৰি তুলিলে। এইবোৰ কাৰ্য সংক্ৰামক হোৱাৰ বাবে ৰূপালী আৰু মোৰ জীৱনলৈও এন্ধাৰ নামি আহিল।"

এই কথা যেতিয়া মোৰ মনটোৱে বুজাই দিলে, তেতিয়া মই বৰ অস্থিৰ অনুভৱ কৰিলোঁ। মা-দেউতাৰ কথা মনত পৰিল। মোৰ দেউতা কিছুমান অপৰিপক্ক মগজুৰদ্বাৰা পৰিচালিত হোৱা অন্ধবিশ্বাসী মানুহৰ বলি হল যিদৰে বলি হলো মই অথবা ৰূপালী। কিন্তু মোৰ জীৱনটো এন্ধাৰ হলেও মানসীৰ জীৱনটো মই ৰক্ষা কৰিব লাগিব।

মানসী সোমাই আহি মোৰ ওচৰত থিয় হৈ বিমৰ্ষ মনেৰে মোৰ চকুলৈ চাই আছে। মই তাইক ওচৰত বহুৱাই লৈ কলো: "মানসী, তোৰ দেউতা প্ৰশান্ত বৰুৱাৰ দোষ আছে। তেওঁৰ প্ৰধান দোষ হ'ল তেওঁৰ দুৰ্বলতা। তোক স্বীকাৰ কৰিলে নিজৰ স্ত্ৰী আৰু ছোৱালীৰ ধ্বংস মাতি অনা হব বুলি তেওঁৰ ভয় হৈছে। অৱশ্যে তেওঁৰ ছোৱালীৰ ধ্বংস তেওঁৰ ভুলৰ কাৰণেই হ'ল। কিন্তু তই ৰক্ষা পৰি গৈছ। তই এতিয়া প্ৰশান্ত বৰুৱাৰ ওপৰত খং কৰাৰ দৰকাৰ নাই। তেওঁ দুৰ্বৃত্ত নহয়; তেওঁ বৰ দুৰ্বল।"

মানসীয়ে নামাতিলে। মই পুনৰ কলোঁ : "ৰূপালীকো প্ৰশান্ত বৰুৱাই তেওঁৰ দৰে দুৰ্বল আৰু কুসংস্কাৰাপন্না কৰি গঢ়ি তুলিছে। কিন্তু তোৰ মাৰৰ মূৰ্খামি আৰু সত্ৰাধিকাৰৰ অপৰিপক্ব মগজুৰ অবিবেচনাই যি ক্ষতিসাধন কৰিলে তাৰ কোনো প্ৰতিকাৰ নাই। মানুহৰ কিছুমান কথাত—জটিল সমস্যাত পৰি যিবোৰ কথা মানুহৰ মুখেদি আপোনা-আপুনি প্ৰকাশ পায়—সেই কথাবোৰত মানুহৰ অন্তৰ বা চৰিত্ৰ ফুটি উঠে, নহয়নে?"

"হয়" মানসীয়ে কলে।

"তেন্তে প্ৰশান্ত বৰুৱাৰ কেবাষাৰো মুখৰ কথাত তেওঁৰ অন্তৰখন প্ৰকাশ পাইছিল। সেইবোৰ বুজিবলৈ চেষ্টা নকৰি খুড়ীদেৱে কেৱল কান্দি কান্দি প্ৰশান্ত বৰুৱাক বাধ্য কৰাটো খুড়ীদেউৰ মূৰ্খামি নহয়নে? প্ৰশান্ত বৰুৱাৰ দুৰ্বলতাক অস্ত্ৰহিচাবে ব্যৱহাৰ কৰিলে খুড়ীদেৱে নিজৰ মূৰ্খামিৰে। আৰু সত্ৰাধিকাৰে পাতি দিয়া বাধ্য-বাধকতাৰ বিয়াখনক এক উৎকৃষ্ট বিয়া বুলি ধৰি লৈ নিজেই নিজৰ ধ্বংস মাতি আনিলে। এইবোৰ কিয় হবলৈ পালে জান?"

তাই মোৰ মুখলৈ চালে; তাইৰ চকু চল্‌চলীয়া হৈ আছে। মই কলোঁ: "Head আৰু Heartৰ, Reason আৰু willৰ Thinking আৰু Feelingৰ মাজৰ সমন্বয়ৰ অভাৱত। সত্ৰাধিকাৰৰ প্ৰশান্ত বৰুৱাৰ প্ৰতি অলপো Feeling নাছিল; মাথো কৌশল খটুৱাইছিল। তোৰ মাৰৰ Head অথবা Peason বা Intellect অলপো নাছিল আৰু প্ৰশান্ত বৰুৱাই সত্ৰাধিকাৰ আৰু তোৰ মাৰৰ বাধ্যত পৰি এবাৰ Headৰ ফালে এবাৰ Heartৰ ফালে হালি হালি পৰিছিল। এই দুইবিধ বস্তুৰ উপযুক্ত সমন্বয় নহলে সংঘৰ্ষৰ সৃষ্টি হয়; তাৰ ফলত মানুহে সিদ্ধান্ত লব নোৱাৰে। প্ৰশান্ত বৰুৱাৰ সেয়ে হৈছিল।"

মানসীৰ চকুৰপৰা পানী সৰিল। মই কলোঁ: "তই কিয় কান্দিছ? এইবোৰ কথা তোক মই এইবাবেই কৈছো যে তোৰ জীৱনত যাতে

তই ঠগ নাখাব়। মোৰ অজ্ঞাতে মোৰ জীৱনটো আনৰ দোষত এন্ধাৰ হৈ গ'ল। তোৰ জীৱনটো সুখৰ হব লাগিব। তোৰ মনত থাকিব এইবোৰ কথা?"

তাই মুৰ দুপিয়ালে। ৰামুৱে আহি খবৰ দিলে যে খোৱাৰ সময় হ'ল। মানসী মাক দবব আৰু আহাৰ খুওৱাৰ বাবে উঠি গ'ল। অলপ পাছত মইও উঠি গলো খোৱা মেজলৈ।

ভাত খাই উঠি বিছনাত শুই শুই আকৌ ভাবিলো। মূৰ্খামিৰ কবলত পৰি উত্তেজনা আৰু হেঁপাহৰ বশবৰ্তী হৈ কিমান অজ্ঞ ছোৱালীৰ জীৱন নষ্ট হৈছে! তাৰ হয়তো সীমাসংখ্যা নাই। সমাজত বেয়া মানুহ বহুত আছে; যেনে সীমান্ত ফুকন আৰু মাৰ সময়ৰ মৌজাদাৰৰ ল'ৰা অথবা স্কুলৰ শিক্ষক কেইজন। কিন্তু সিহঁতৰ অপকৰ্মবো কিবা নহয় কিবা কাৰণ আছে। Emerson ৰ মতে Man is naturally good. Ronsseau ৰ মতে Man is born free, but everywhere he is in chain সেই দুৰ্বৃত্তবোৰকো হয়তো একো একোটা কাৰণে দুৰ্বৃত্ত হবলৈ বাধ্য কৰাইছে। সেই বাধ্য-বাধকতা সামাজিক বান্ধোনৰে হওক বা অন্ধবিশ্বাসৰ হওক নাইবা নিজ নিজ পৰিয়ালৰদ্বাৰা সৃষ্টি কৰা বাধা হওক। বাধ্য-বাধকতাত মানুহে চিন্তা আৰু অনুভূতিৰ সমন্বয় আনিব নোৱাৰে। ফলত ব্যভিচাৰ আৰু অত্যাচাৰ চলে। তেন্তে ইয়াৰ প্ৰতিকাৰৰ উপায় কি?

সকলো মানুহৰ অন্তৰ একেই। কিন্তু চিন্তাশক্তি বেলেগ বেলেগ হব পাৰে যাৰ ফলত সংঘৰ্ষ আহি পৰে। গতিকে চিন্তাশক্তি বা Intellect অথবা মগজুৰ পৰিপক্কতা আহিলেহে Heart বা অন্তৰ অথবা প্ৰবৃত্তিৰ লগত সমন্বয় সাধন হব পাৰে। এই পৰিপক্কতাৰ বাবে আমাক লাগে মাথো সুশিক্ষা। এই শিক্ষা কেৱল স্কুল কলেজত সম্ভৱ নহয়। ইয়াৰ প্ৰধান ভেটি হব লাগিব ঘৰখন। সেই কাৰণেহে অ'নাৰ ডি বালজাকে পিতা গৰিয়টক কষ্ট দিয়া তেওঁৰ ছোৱালী দুজনীক ক্ষমা কৰি দিছে। কাৰণ, সিহঁত নষ্ট হোৱাৰ মূলতে আছিল সিহঁতৰ পিতা গৰিয়ট নিজেহে।

হঠাতে মোৰ মাক পূজা কৰিবৰ বৰ মন গ'ল। মোৰ মনোজগত মোৰ মাৰ প্ৰভাৱে আৱৰি আছে। মোৰ মায়ে কলেজ অথবা বিশ্ববিদ্যালয়ৰ শিক্ষা পোৱা নাছিল। আৰু মোৰ দেউতা কোনো ডাক্তৰ, ইঞ্জিনিয়াৰ অথবা উচ্চপদস্থ বিষয়া নাছিল। কিন্তু মোৰ মা আজিও মোৰ শিক্ষক; আৰু মাৰ একমাত্ৰ প্ৰেৰণা আছিল মৃত দেউতা। কব নোৱাৰাকৈয়ে উঠি গলোঁ মাৰ কোঠালৈ। দুৱাৰখন মেলি সোমাই যোৱাৰ লগে লগে মা সাৰ পালে আৰু সুধিলে: "ভাস্কৰ, তই শোৱা নাই?"

"নাই মা, তুমি কেনে আছা চাবলৈ আহিলোঁ।"

মায়ে হাত দুখন আগবঢ়াই দিলে। মই ওচৰলৈ গ'লোঁ। মাৰ মুখৰ ওচৰলৈ মোৰ মুখখন দি সুধিলোঁ: "গা ভাল লাগিছেনে মা?"

মায়ে আঠুৱাৰ বাহিৰলৈ তেওঁৰ মূৰটো উলিয়াই হাত মেলি মোৰ মূৰটো ধৰি মোৰ কপালত এটা চুমা খালে আৰু কলে: "অলপ ভাল পাইছো। যা শুই থাকগৈ।"

মই ওলাই আহিলোঁ। মানসীৰ কোঠাটো মাৰ কোঠাৰ মুখামুখী। দেখিলো মানসী দুৱাৰমুখত থিয় হৈ আছে। ৰাতি বাৰ বাজিবৰ হ'ল। তাই বাৰু কিয় শোৱা নাই? মই সুধিলোঁ: "মানসী, তই এতিয়াও শোৱা নাই?"

"শুইছিলোঁ; টোপনি নাহিল।"

"শুই থাক; টোপনি আহিব।"

আগবাঢ়ি আহি মই মোৰ কোঠাৰ সমুখৰ বেলকনিখন পালোঁহি। বাহিৰৰ জোনৰ পোহৰত বেলকনিখন পোহৰ হৈ আছে। মই তাতে থকা চকী এখনত বহিলোঁ। দেখিলো মানসী আহি মোৰ ওচৰত থিয় হ'ল। মই তাইলৈ চাই সুধিলো: "তোৰ আজি কি হৈছে মানসী?"

"ককাইদেউ, আপুনি কিয় শোৱা নাই? মোক বেয়া পাইছে?"

মই ওচৰতে থকা মূঢ়া এটা টানি আনি মোৰ ওচৰত পাতি তাইক কলো: "বাৰু, তই ইয়াতে বহাচোন।" তাই বহিল। মই তাইৰ হুয়োখন

হাত মোৰ হাতৰ মাজত লৈ কলোঁ: "তই যদি এনেকুৱা কথা চিন্তা কৰি থাক মই সঁচাকৈ বেয়া পাম। তোক বেয়া পোৱাৰ কি লক্ষণ দেখিছ ?"

মানসীয়ে মোৰ আঠুৰ ওপৰত মূৰ পেলাই দি কলে: "মাৰ ডায়েৰী-খন পঢ়ি আপোনাৰ টোপনি নাইকিয়া হৈছে। মই সেইখন দেখুৱাবলৈ ইচ্ছা কৰা নাছিলোঁ।"

তাইৰ চুলিৰ মাজত মোৰ আঙুলিবোৰ সুমুৱাই দি মই কলোঁ: "শুন তেতিয়াহলে। তোৰ মাৰৰ মূৰ্খামিবোৰ, সত্ৰাধিকাৰৰ অবিবেচনা আৰু প্ৰশান্ত বৰুৱাৰ দুৰ্বলতাবোৰ—যিবোৰে জীৱনলৈ হাহাঁকাৰ নমাই আনে—অক্ষমনীয় বুলি জানিও মই এতিয়া সিহঁতক ক্ষমা কৰি দিছোঁ। মোৰ বিবেকে বাধা দিলেও মই ক্ষমা কৰি দিছোঁ।"

মই তাইৰ মূৰটো মোৰ দুহাতৰ মাজত ৰাখি তাইৰ চকুলৈ চাই সুধিলো: "কিয় জান ?"

তাই নামাতিলে। মাথো মোৰ চকুমুখ নিৰীক্ষণ কৰিলে। মই কলোঁ: "কেৱল তোৰ বাবে। কাৰণ সিহঁতৰ দোষৰ ফলস্বৰূপে হলেও মই তোক পাইছো। তোৰ অবিহনে মই মোৰ এই জীৱনটো এতিয়া কল্পনা কৰিব নোৱাৰোঁ। তই মোৰ এন্ধাৰ জীৱনৰ এগছি বন্তি। প্ৰণৱ চলিহাৰ প্ৰতি মই এই কাৰণেই চিৰকৃতজ্ঞ যে তেওঁৱেই তোক মোৰ হাতত ভনী হিচাপে অৰ্পণ কৰি এৰি গৈছিল। মই এতিয়া মোৰ এই ৰিক্ত জীৱনটোৰ বাবে একমাত্ৰ দোষী কৰিম ৰূপালীক। ৰূপালীৰ গাত মই সমস্ত দোষ জাপি দিম। তেওঁ যি পৰিবেশত ডাঙৰ দীঘল হৈ আহিছে সেই পৰিবেশে তেওঁৰ দৰে ছোৱালীক উচিত বিচাৰ কৰিবলৈ নিশিকায়; এইটো ঠিক কথা। ৰূপালীৰ বিচাৰ বুদ্ধি লোপ পোৱাৰ বাবে দায়ী একমাত্ৰ প্ৰশান্ত বৰুৱা; এইটোও ঠিক কথা। স্কুল, কলেজ অথবা বিশ্ববিদ্যালয়ে সকলোকে উচিত জ্ঞান নিদিয়ে, তেওঁকো নিদিলে। তেওঁৰ পিতৃ-মাতৃয়েও তেওঁক প্ৰকৃত পথৰ সন্ধান দিব নাজানিলে; এইবোৰ সঁচা কথা। কিন্তু ৰূপালীয়ে মোৰ আহ্বান

প্ৰত্যাখ্যান কৰিলে কিয় ? মই তেওঁক জীৱন যুদ্ধত আগবাঢ়ি যোৱাৰ বাবে সহায়ৰ হাত আগবঢ়াইছিলোঁ ; মোৰ লগত থিয় হবলৈ ৰূপালীয়ে অস্বীকাৰ কৰিলে। মোৰ বাবে মাথো সামান্য Saerificeৰ দৰকাৰ আছিল। তাকো ৰূপালীয়ে নকৰিলে। দেউতাকৰ এইবোৰ দুৰ্বলতাৰ কথা তেওঁ নাজানিলেও ভুৱা আভিজাত্যৰ অহংকাৰে তেওঁক অন্ধ কৰি পেলাইছিল। তেওঁ নিজৰ ধ্বংস নিজে মাতি আনিলে।”

মই কথা বন্ধ কৰিলোঁ। মোৰ বুকুৰ ভিতৰত কিহবাই হেঁচি ধৰা যেন পালো। মানসীয়ে মোৰ কোলাত মূৰ থৈ মোৰ মুখৰ ফালে চাই আছিল। হঠাতেই তাই মোৰ চকু-মুখবোৰ হাতেৰে চুই মাতিলে : “ককাইদেউ !”

মই তাইক কলোঁ : “মানসী, নিয়ৰ পৰি আছে। ভিতৰলৈ গৈ শুই থাকগৈ যা।”

তাইক উঠাই দিবলৈ চেষ্টা কৰাত তাই বহি থকা মূঢ়াটো দলিয়াই দি মাটিতে বহি মোৰ কোলাত এইবাৰ মুখখন গুজি দিলে আৰু এখন হাতেৰে মোৰ কঁকালত মেৰিয়াই ধৰি কলে : “আপুনি শুবলৈ নগলে মইও নাযাও।”

বহুত জোৰ কৰাৰ পাছতো তাই নুঠিল যেতিয়া মই মনে মনে বহি থাকিলোঁ। তাই হঠাতে মূৰ দাঙি কলে : “ককাইদেউ, আপোনাৰ ওচৰৰপৰা মোক যাবলৈ দি আপুনি গুৱাহাটীলৈ ঘূৰি যাওক। মই আপোনাৰ ওচৰৰপৰা গুচি গলে ৰূপালী বাইদেউ আপোনাৰ ওচৰলৈ ঘূৰি আহিব। মই এতিয়া আত্মনিৰ্ভৰশীল হৈছোঁ।”

তাইৰ কথা শুনি মোৰ গাৰপৰা তাইৰ হাতখন এৰুৱাই দি মই উঠিব খুজিলোঁ। কিন্তু তাই মোক জোৰকৈ ধৰি থকা দেখি তাইক ঠেলা মাৰি দি মই থিয় হৈ কলোঁ : “তয়ো যদি মোৰ ওচৰৰপৰা গুচি যাব খুজিছ, যা। নাযাব কেলৈ ? মই অকলে থাকিম আৰু মোৰ কোনো নাই বুলি ভাবিম।”

মানসীয়ে আতংকত "কক্ৰাইলেট" বুলি চিঞৰি পুনৰ মোৰ কঁকালত দুহাতেৰে সাৱটি ধৰিলে। মই তাইক এফৰাবলৈ চেষ্টা কৰিলোঁ। কিন্তু তাই ভয় খোৱা মানুহৰ দৰে মোৰ গাত লাগি ধৰিল। মই তাইৰ মুখটো দুহাতৰ মাজত ৰাখি কলো: "এৰি নিদিয় কেলৈ? তই এতিয়া মোৰ হাতত ৰাখী নাবান্ধিলে হব। তই ডাঙৰ হৈছ নহয়। সেইকাৰণেই যাব খুজিছ মোৰ ওচৰৰপৰা? যাগৈ।"

হঠাতে তাইৰ গাত মই কঁপনি অনুভৱ কৰিলোঁ। তাইৰ মুখটো হালি যাবলৈ ধৰিলে আৰু মানুহজনী গধুৰ হৈ পৰিল। হঠাত শিয়ঁৰি উঠি মই তাইক মোৰ দুহাতৰ মাজত ৰাখিব খুজিলোঁ। কিন্তু মোৰ হাতৰপৰা পিছলি গৈ তাই মাটিত পৰি গ'ল। মই লৰালৰিকৈ তাইক মোৰ দুয়োবাহুৰ ওপৰত তুলি লৈ মোৰ কোঠালৈ আনিলোঁ। বিছনাত শুৱাই দি তাইৰ নাকে মুখে ফুৰাই দিলোঁ। দৌৰি গৈ স্মেলিং চল্ট আনি তাইৰ নাকত ধৰিলোঁ। চকুৰ পতাত ঠাণ্ডা পানী মচি দিলোঁ। কিন্তু অচেতন হৈ পৰি ৰ'ল। মোৰ মনত পৰিল প্ৰণৱ চলিহাৰ স্ত্ৰীয়ে এসময়ত তাইক বাঢ়নীৰে কোবাই অচেতন কৰাৰ কথা। মনত পৰিল বিক্ৰমৰ কথা—মানসীৰ severe sense of nervousness আছে। পৰীক্ষা-গাৰত দুদিনো শিক্ষকৰ টান কথা শুনি ঢলি পৰিছিল। ঘৰত মই সেই বিষয়ে সোধাত কৈছিল যে মাইক্ৰ'স্কপ adjust কৰোতে নোছোৱাত শিক্ষকে তাইৰদ্বাৰা একো নহব বুলি কৈছিল আৰু তাইৰ মই কৰা প্ৰতিজ্ঞাৰ কথা মনত পাৰিছিল; মোৰ প্ৰতিজ্ঞা পূৰণ কৰিব নোৱাৰিব বুলি হঠাত তাই দুৰ্বল হৈ পৰিছিল। মনত পৰিল গুৱাহাটীত প্ৰশান্ত বৰুৱাক দেখি তাই মূৰ্ছিতা হৈছিল। মই তাইক চব মৰা কথাটো মনত পৰাত তাইৰ ৰঙা মিহি গালখনত এতিয়াও মোৰ চাৰিটা আঙুলিৰ ৰঙা চিন বহি থকা যেন পালো। মই তাইৰ গালখন পিহি দিবলৈ ধৰিলো। তাইৰ হাত ভৰিবোৰ লৰাই চৰাই দিলো। হঠাতে মোৰ ভাব হ'ল যে, মই যেন ইমান বছৰে তাইক দেখাই নাছিলোঁ। আজিহে ভালদৰে দেখা

পালোঁ যে তাইৰ চুলি, কপাল, নাক-মুখ, ওঁঠ আৰু গাৰ বং সকলো ৰূপালীৰ দৰে। মাথো চকু দুটাত খুড়ীদেউৰ চকুৰ সৈতে মিল আছে। ভাবিলো, প্ৰশান্ত বৰুৱাই মানসীক মোৰ ভনী কৰি পঠিয়াই দিয়াবাবে তেওঁৰ আনজনী ছোৱালীক কাঢ়ি লৈ গ'ল—মই মাথো ভনী এজনীহে পাব পাৰোঁ। মানসীৰ হাত-ভৰিৰ গঢ় আৰু আঙুলি সম্পূৰ্ণ ৰূপালীৰ দৰে দেখি মোৰ ভাব হ'ল—ৰূপালীয়ে যেন দূৰৰপৰা মোলৈ নিৰীক্ষণ কৰি কৈছে: "আপুনি ভনীহে বিচাৰিছিল; এতিয়া ভনীক লৈ সন্তুষ্ট থাকক।"

মানসীৰ হাতৰ আঙুলিবোৰ মোৰ হাতৰ মাজত লৈ তাইৰ মুখৰফালে চাই থাকিলোঁ মই। মনত পৰিল, মোৰ মায়ে মোক যিমান মৰম-স্নেহ কৰে মানসীকো তাতকৈ কোনো গুণে কম নকৰে। লাহে লাহে তাই আহি মাৰ শাৰীত থিয় হৈছেহি। মই হাদি গৈ মানসীৰ কপালত মোৰ ওঁঠযুৰি লগাই দিলোঁ। কিন্তু তেতিয়ালৈকে তাই চকু নেমেলা দেখি দুয়োহাতেৰে তাইক তুলি ধৰিলোঁ। তাৰপাছত তাইৰ কোঠালৈ তাইক কঢ়িয়াই লৈ গলোঁ। বিছনাত শুৱাই দি তাইৰ গাত কম্বল এখন জাপি দিলোঁ। তাই সামান্য লৰচৰ কৰিলে। মই তাইৰ কাষত বহি তাইৰ কাণত মাতিলোঁ: "মানসী!"

তাই চকু মেলিলে। মই তাইৰ মূৰৰ দুয়োকাষে হাত ৰাখি হাতৰ ওপৰত ভেঁজা দি তাইৰ চকু মুখলৈ চাই সুধিলোঁ: "কি হৈছিল তোৰ?"

তাই ঘপকৈ উঠি বহি মোৰ ফালে আচৰিত হৈ চালে। মই তাইৰ ফালে চাই হাঁহিলোঁ। হঠাৎ তাই সুধিলে: "মই কেনেকৈ আহিলো ককাইদেউ?"

"ক'ৰপৰা?"

"বেলকনিৰপৰা?"

"তোক মই লৈ আহিলো। এতিয়া টোপনি আহিব নহয়?"

মানসীয়ে তাইৰ দুয়োখন হাতেৰে মোৰ ভিজিত মেৰিয়াই ধৰিলে। মই মোৰ ওঁঠযুৰি চেপি চকুৰে হাঁহি তাইৰ ফালে চালোঁ; আৰু লাহে লাহে তাইক শুৱাই দিলো। তাৰপাছত তাইৰ নাকটোত ধৰি জোকাৰি জোকাৰি সুধিলোঁ: "ইমান ভয় কিয় কৰিছিলি?"

মোৰ ভিজিত ধৰি ধৰিয়েই তাই কলে: "আপুনি মোক খং কৰা নাই নহয় ককাইদেউ? মই আপোনাক এৰি ক'লৈকো নাযাওঁ।"

তাইৰ হাত দুখন একেলাই তাইৰ কপালত হাত ফুৰাই দি মই কলোঁ: "বাৰু, এতিয়া বহুত ৰাতি হ'ল; শুই থাক।"

"আপুনি শুবলৈ যাবনে এতিয়া?"

"যাম, তই শুই পৰিলেই যাম।"

তাই শুই পৰিল। মই শুচি আহিলোঁ।

চৈধ্য

পূজাৰ বন্ধ। অসমৰ তেজপুৰ পালোঁহি। জন্মভূমিত খোজ দিয়াৰ লগে লগে পুৰণি দিনৰ স্মৃতিয়ে আগুৰি ধৰিলে। নতুন উদ্যম আৰু নতুন উৎসাহেৰে গৈছোঁ দেউতাৰ পদূলিলৈ বুলি। বহুত কষ্ট কৰি দেউতাৰ গাঁওখন বিচাৰি উলিয়াইছোঁ। ফটোখন দেখুৱাই মানুহক সুধি সুধি গৈছোঁ। অৱশেষত প্ৰায় ছকুৰি পোন্ধৰ বছৰমান বয়সৰ এজন মানুহক চাইকেলেৰে আহি থকা দেখি তেওঁক দেউতাৰ ফটোখন দেখুৱাই ঘৰটোৰ কথা সুধিলোঁ। মানুহজনে মোক ৰবকৈ নিৰীক্ষণ কৰিব ধৰিলে। তাৰপাছত সুধিলে: "আপুনি কোন, ক'ৰপৰা আহিছে?" ইতিমধ্যে কিছুমান ল'ৰাছোৱালী মোৰ চাৰিওফালে গোট খালে। মই উত্তৰ দিলো যে মই দিল্লীৰপৰা আহিছোঁ, দিল্লীৰ জৱাহৰলাল নেহেৰু বিশ্ব-বিদ্যালয়ত মই অধ্যাপনা কৰোঁ, মোৰ নাম ভাস্কৰ দত্ত।

মানুহজনে মোৰ ফালে আচৰিত হৈ চাই থাকি সুধিলে: "অলপতে

যে ওজাইছে 'অভিজিত দত্তৰ ৰচনাৱলী', সেই কিতাপখনৰ সংস্কৰণ উলিওৱা ভাৰুৰ দত্ত আপুনি ?"

মই "হয়" বুলি কোৱাত তেওঁ মোক আগ্ৰহেৰে সুধিলে: "ককাইদেউ ক'ত ? আজি ইমান বছৰে তেওঁৰ কোনো খবৰ নাপালোঁ। আমি তেওঁৰ আশা এৰি দিছিলোঁ। তেওঁ ক'ত ?"

মই একো নামাতি তললৈ মূৰ কৰাত মানুহজনে কঁপা কঁপা মাতেৰে কলে: "ককাইদেউ আৰু জীয়াই নাই বুলি আমি জানিছিলোঁ। কিন্তু আমি তেওঁক বহুত বিচাৰিছিলোঁ।"

মানুহজনৰ চকুত চকুলো ওলাল। তাকে দেখি মোৰ ওঁঠৰ ভাষাও যেন লোপ পাই গ'ল। কিন্তু তেওঁৰ মুখত 'ককাইদেউ' সম্বোধন শুনি মই বুজি পালোঁ যে তেওঁ মোৰ খুড়াদেউ হব। মই নমস্কাৰ কৰি কলোঁ: "মই অভিজিত দত্তৰ ল'ৰা।"

মানুহজনে আচৰিত হৈ "ককাইদেউৰ ল'ৰা!" বুলি উচ্চাৰণ কৰি চাইকেলখন থিয় কৰাই থৈ তৎক্ষণাত মোক সাৱটি ধৰিলে। আৰু কান্দো কান্দো হৈ মোৰ ডিঙিত ধৰি নিজৰ ঘৰলৈ মাতি লৈ গ'ল। ঘৰ পাই সকলোকে ৰিঙিয়াই ৰিঙিয়াই মাতিলে। লগে লগে তেওঁলোকৰ চোতাল মানুহেৰে ভৰি পৰিল। খুড়াদেৱে মোক নি তেওঁলোকৰ প্ৰধান ঘৰৰ ভিতৰত বহুৱাই ঘৰৰ সকলোৰে লগত চিনাকি কৰি দিলে আৰু মোৰ বাবে সকলোৰে লৰা-ঢপৰা আৰম্ভ হ'ল। খুড়া-খুড়ীয়ে মোৰ ওচৰত বহি লৈ মোৰ চুলি, কপাল, চেহেৰা লাৰি-চাৰি চাবলৈ ধৰিলে। খুড়াদেৱে কলে যে প্ৰকাশক হোৱাৰ চখত দেউতাই এটা চৰকাৰী চাকৰি পৰিত্যাগ কৰি নামতিলৈ গৈছিল। কাৰণ তেওঁৰ লিখা আৰু ছপোৱাৰ বৰ চখ আছিল। কিন্তু সেই যে গ'ল, তাৰপাছৰপৰা আজিলৈ কোনো খবৰ পোৱা নগ'ল। সেই শোকতে মাক-দেউতাকৰ মৃত্যু হ'ল।

খুড়া-খুড়ীয়ে মোৰ আৰু কথা সুধিলে আৰু মাক কিয় লৈ নগলোঁ সুধিলে। মই কলোঁ যে মাৰ অসুখ হৈ থকাৰ বাবে ভনীজনীৰ লগত

এৰি থৈ আহিছোঁ। ইয়াৰ পাছত এদিন লৈ আহিম। খুড়ীদেৱে হুমুনিয়াহ চাবি কলে: "তোমাৰ ভনী এজনীও আছে। আমি কাকো দেখা নাপালোঁ। তাই কিমান ডাঙৰ হৈছে বোপা?"

মই উত্তৰ দিলোঁ যে তাই বৰ্তমান স্নাতকোত্তৰ শ্ৰেণী পাইছে। অৱশেষত কলোঁ যে মই দেউতাৰ লিখা আৰু আন কিবা তথ্য পাওঁ যদি নিবলৈ আহিছোঁ৷ আৰু তেওঁৰ জীৱনী এখন লিখাৰ বাবে তথ্য সংগ্ৰহ কৰিবলৈ আহিছোঁ। খুড়াদেৱে এটি আলমাৰীৰপৰা কিছুমান পুৰণি আলোচনী উলিয়াই দিলে আৰু কিছুমান বাতৰি কাকত মোৰ হাতত দিলে। আলোচনীবোৰ বেছিভাগ স্কুল কলেজৰ আলোচনী; দুই এখনহে বাহিৰৰ আলোচনী আছে। সকলোবোৰ মই লৈ যাম বুলি কোৱাত তেওঁলোকে সেইবোৰ যতনাই ৰাখিলে। ইতিমধ্যে মোৰ গা-ধোৱা খোৱা-লোৱাৰ সকলো বন্দোবস্ত কৰি পেলালে।

মই বহা কোঠাটোত দেখিলো এটি ডাঙৰ আলমাৰী আছে। তাৰ ওপৰত বেৰত এখন দেউতাৰ ফটো ডাঙৰকৈ বন্ধোৱা আছে। ফটোখন মোৰ লগত থকাখনেৰে সৈতে একে। আলমাৰীৰ ভিতৰত কিছুমান কিতাপ, আলোচনী আৰু কাকত-পত্ৰ দেখা পালো। ঘৰটো পুৰণি দিনৰ টিনৰ ঘৰ যদিও তাত নতুনকৈ ৰং কৰি ভালদেখা কৰা হৈছে। পাকঘৰ বেলেগকৈ আছে। পদূলিৰ মূৰতে বাটচ'ৰাও আছে। খুড়াদেৱে কলে যে দেউতা আৰু তেওঁৰ বাহিৰে তেওঁলোকৰ ভনীয়েক এজনীও আছিল। কেতিয়াবাই ভনীয়েকৰ বিয়া হৈ গৈছে। খুড়াদেউ নিজে গাঁৱৰ হাইস্কুলৰ এজন শিক্ষক। তেওঁৰ দুজন ল'ৰা; ছোৱালী নাই। ডাঙৰ ল'ৰাজন তেওঁৰ স্কুলখনতেই শিক্ষক হৈছে; সৰুজন বেংকৰ কেৰাণীৰ পদত সোমাল। ডাঙৰ ল'ৰাজনে বিয়া কৰালে; তাৰ ছোৱালী এজনী আছে। পাঁচ বছৰীয়া ছোৱালী এজনীক মাতি আনি মোৰ ওচৰত হাজিৰ কৰালেহি। তেওঁৰ ডাঙৰ ল'ৰাতকৈ মই ডাঙৰ হমনে সৰু হম নাজানি মোক মোৰ বয়স কিমান

সুধিলে। মই পয়ত্ৰিশ বুলি কোৱাত তেওঁ কলে যে মই তিনি বছৰে ডাঙৰ হয়। তেওঁ আৰু কলে যে মোৰ দেউতা নাইকিয়া হোৱাৰ তিনি বছৰ পাছত তেওঁ বিয়া কৰাইছিল। সৰু ছোৱালীজনীক মোক ককাদেউতা বুলি মাতিবলৈ শিকাই দিয়াত তাই মাতিলে "কক-তা"। মৰম লগা ছোৱালীজনীক কোলাত বহুৱাই মই তাইক এখন চাবি দিয়া গাড়ী আৰু ছবি থকা কিতাপ উপহাৰ দিলোঁ। সৰু ল'ৰা-ছোৱালীক লগ পাম বুলি আশা কৰি মই দুটামান এই ধৰণৰ বস্তু কিনি লৈ গৈছিলোঁ।

সন্ধিয়াৰ আগে- আগে খুড়াৰ ল'ৰা দুজন ঘৰলৈ আহিল। চিনাকি হৈ তেওঁলোকে মোৰ লগত বহুত কথা পাতিলে। বৰ উলহ-মালহৰ মাজেদি তেওঁলোকৰ ঘৰত ৰাতিটো কটালো। পিছদিনাখন ৰাতিপুৱাই খুড়াৰ ল'ৰা দুজন ওলাই গৈ সভা এখনৰ বন্দোবস্ত কৰি আহিল। ৰাতিপুৱাৰ ভাগত দুয়োজন ল'ৰাৰ লগত মই গাঁওখন পৰিদৰ্শন কৰিবলৈ ওলালোঁ। দেউতাই পঢ়া স্কুল দুখন পৰিদৰ্শন কৰি শিক্ষকবোৰক লগ ধৰিলোঁ। হাইস্কুলৰ বয়সস্থ শিক্ষকবোৰে দেউতাৰ ছাত্ৰনেতা হিচাবে থকা নাম আৰু কৰ্তব্যৰ বিষয়ে বহলাই কলে। দেউতাই পঢ়া কলেজখন অলপ আঁতৰৰ সৰু টাউনখনতে আছিল। তালৈয়ো গৈ বহুত কথা জানিব পাৰিলোঁ। শিক্ষকবোৰে কলে যে দেউতাই ছাত্ৰনেতা হৈ কেৱল কলেজৰ ভিতৰত তেওঁৰ কাৰ্যাৱলী সীমাবদ্ধ কৰি ৰখা নাছিল। মিচন কৰি ঘূৰি ফুৰি সামাজিক কাম কৰিছিল; সভাসমিতি পাতি গাঁৱে গাঁৱে গৈ ছোৱালীৰ শিক্ষাৰ হকে মানুহক বুজাই ফুৰিছিল। বিধৱাবিলাকৰ দুখ মোচনৰ বাবে তেওঁ মাজে মাজে কিছুমান অনুষ্ঠানৰ জৰিয়তে বিধৱাৰ বাবে উপাৰ্জনক্ষম কাম-কাজৰ ব্যৱস্থা কৰিছিল। যুৱতী বিধৱাক স্কুললৈ বা কলেজলৈ পঠিয়াব লাগে বুলি আৰু তেওঁলোকৰ পুনৰ বিবাহ হব লাগে বুলিও মিচন কৰি ঘূৰি ফুৰিছিল। পিছত মোৰ বাবে পতা সভাত মই ভাষণ দিবলগীয়া হ'ল।

সভাৰ অন্তত ঘৰলৈ আহি খোৱা-লোৱা কৰাৰ পাছত তেওঁলোকে মোক জিৰণি লবলৈ দিলে। পিছদিনাখন ৰাতিপুৱা মোক তেওঁলোকে দেউতাৰ কোঠাটো দেখুৱালে। মেজৰ ওপৰত দেখিলো কেইখনমান কিতাপ সজাই থোৱা আছে। তাৰ ভিতৰত চিষ্টাৰ নিবেদিতা, এনি বেচাণ্ট, সৰোজিনী নাইডু, শংকৰদেৱ, কবীৰ, চৈতন্যদেৱ, মীৰাবাঈ আৰু ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰ প্ৰধান আছিল।

তেওঁলোকৰ ঘৰত দেউতাৰ নামত মই ৩০০০ টকা আগবঢ়ালোঁ। কিন্তু খুড়া-খুড়ীয়ে টকা লবলৈ অস্বীকাৰ কৰাত মই কলোঁ যে দেউতা জীয়াই থকা হ'লে তেওঁলোকৰ বাবে যি কৰিলেহেঁতেন তাৰ তুলনাত এয়া নগণ্য। দেউতাৰ হৈ কিছুকাম মই কৰিব খোজোঁ। তেতিয়া টকাখিনি হাত-পাতি লৈ খুড়ীদেউ মোৰ ওচৰত বহি কলে: "বোপা, তোমাৰ মাৰাক আৰু ভনীয়েৰাক আমি দেখা নাপাম জানো? আমাৰ ঘৰত ডাঙৰ ছোৱালী নাই। তাইক এবাৰ চাব পাৰিলে...।"

"মই আপোনালোকক এবাৰ দিল্লীলৈ নিয়াৰ ব্যৱস্থা কৰিম খুড়ীদেউ। মোৰ লগতে যাব পাৰিলেহেঁতেন। পিছে মই নামতিলৈ দেউতাৰ কৰ্মক্ষেত্ৰ পৰিদৰ্শন কৰাৰ বাবে যাম। তাত কিমান দিন লাগে কব নোৱাৰোঁ। চিন্তা নকৰিব, মই উভতি গৈয়েই সকলো ব্যৱস্থা কৰিম।"

চাৰি পাঁচদিনৰ শেষত তেওঁলোকৰপৰা বিদায় লৈ ওলালো দেউতাৰ কৰ্মক্ষেত্ৰলৈ বুলি আৰু মাৰ জন্মঠাইলৈ। ষ্টেচনলৈ আগুৱাই থবলৈ আহিল বহুত মানুহ। পাঁচ বছৰীয়া ছোৱালী 'মুন' মোৰ ওচৰলৈ আহি 'বৰ-তা, বৰ-তা,' বুলি বিদায় সম্ভাষণ জনালে। তাইৰ হাতত এশ টকাৰ নোট এখন গুজি দি গুচি আহিলোঁ।

ইমান বছৰে চাকৰি কৰি যিমান টকা জমা কৰিছিলো সেই সকলোবোৰ টকাৰ সদ্‌ব্যৱহাৰ কৰিম বুলি ভাবিছিলোঁ। কোনো ৰাজহুৱা অনুষ্ঠানত আৰু মানসীৰ বিয়াত খৰচ কৰি। মাটিবাৰী কিনি ঘৰ বন্ধাৰ চখ মোৰ মুঠেই নাছিল। মানসীৰ অধ্যয়নৰ বাবে যি লাগে খৰচ কৰি

বাকী প্ৰায়ভাগ টকা মই আচুতীয়াকৈ এই উদ্দেশ্যে বেংকত ৰাখিছিলোঁ। পুতিকে মা আৰু দেউতাৰ কৰ্মক্ষেত্ৰত কোনো আনুষ্ঠানিক কাৰ্যত খৰচ কৰিবলৈ মই প্ৰায় ৭০ হেজাৰমান টকাৰ চেক্ লৈ আহিছিলোঁ। নামতি পাই প্ৰথমে মাৰ গাঁওখন বিচাৰি গ'লোঁ। গাঁওবুঢ়াক লগ ধৰি মাইঁতৰ ঘৰটোৰ কথা সুধিলোঁ। গাঁওবুঢ়াই আচৰিত হৈ মোৰ চিনাকি সোধাত মই যেতিয়া মাৰ কথা কলোঁ তেতিয়া তেওঁ মোক বহিবলৈ দি কেইবাজনো মানুহ মতাই আনিলে। বৰ আদৰ সাদৰ কৰি মানুহবোৰে মোক মাৰ খবৰ সুধিলে আৰু কলে যে মৌজাদাৰৰ ল'ৰাৰ বুদ্ধি শুনি গাঁৱৰ মানুহবোৰে যি ভুল কৰিছিল, তাৰবাবে এতিয়া তেওঁ-লোকে অনুতাপ কৰে। তেওঁলোকে আৰু কলে যে মৌজাদাৰৰ ল'ৰায়ো এতিয়া চিৰৰুগীয়া হৈ বৃদ্ধ অৱস্থাত জীয়াতু ভুগিব লাগিছে। মাইঁতৰ ঘৰখনৰ কথা সোধাত কলে যে মৌজাদাৰৰ ল'ৰাই মাৰ দেউতাকৰ মৃত্যুৰ পাছত কৌশল কৰি মাৰ খুড়াকৰ হাতৰপৰা ঘৰ মাটিখিনি দখল কৰিব খুজিছিল। কিন্তু কিছুমান ডেকা ল'ৰাই মৌজাদাৰৰ ল'ৰাক পুলিচত গটাই দি সেই ঘৰ আৰু মাটি বৰ্তমান ৰাজহুৱা কৰি লৈছে। গাঁৱৰ দুখীয়া-নিছলা আৰু বিধৱাবোৰৰ বাবে তাত এটা বয়ন শিল্প প্ৰতিষ্ঠা কৰা হৈছে। গাঁৱৰে স্কুলৰ শিক্ষয়িত্ৰী এজনী এই বয়ন শিল্পৰ পৰিচালিকা। তেওঁলোকে মোক বয়ন শিল্পটোলৈ লৈ গ'ল।

তাত গৈ দেখিলোঁ যে মাৰ নামত এখন চাইনবোৰ্ড আছে : "মামনি শিল্পালয়।" প্ৰায় দহখনমান তাঁতশাল থকা এখন সৰু শিল্পালয়। কিছুমান তিৰোতাই কাপোৰ বৈ আছে। এটা সৰু অফিচ আছে; অফিচত পৰিচালিকা শিক্ষয়িত্ৰীজনীৰ লগত চিনাকি হলোঁ। লগে লগে তেওঁলোকে তাত এখন সভাৰ আয়োজন কৰিলে। সেই সভাত ভাষণ দিয়াৰ পাছত মই মাৰ নামত এই সৰু শিল্পালয়টোৰ বাবে দহ হাজাৰ টকাৰ চেক এখন পৰিচালিকাৰ হাতত প্ৰদান কৰিলোঁ আৰু কলোঁ যে শিল্পালয়খন অনতিপলমে সমবায়ৰ অন্তৰ্ভুক্তি কৰি লব লাগে।

সভাখনৰ সৈতে তেওঁলোকে মোৰ ফটো তুলি ৰাখিলে আৰু মাৰ ফটো এখন পঠিয়াই দিবলৈ মোক অনুৰোধ কৰিলে।

গাঁওবুঢ়াৰ ঘৰত মোৰ থকা আৰু খোৱাৰ ব্যৱস্থা কৰা হ'ল। মই তেওঁলোকক মা আৰু দেউতাৰ চাকৰিৰ ঠাই পৰিদৰ্শন কৰিম বুলি কোৱাত চহৰলৈ খবৰ পঠিয়াই দিয়া হ'ল। গাঁওবুঢ়াৰ ঘৰত মই নিশাটো কটাবলগীয়া হ'ল। নিশাৰ ভিতৰত দেউতাৰ কামকাজৰ বিষয়ে তেওঁলোকৰপৰাও কিছু সম্ভেদ ললোঁ। পিছদিনাখন গাঁওৰ কেইজনমান মানুহৰ লগত মই চহৰলৈ ৰাওনা হলোঁ।

চহৰখন গৈ পোৱাৰ লগে লগে প্ৰায় ত্ৰিছ চল্লিছজনমান মানুহে মোক আগবঢ়াই নিবলৈ আহিল। এজন বৃদ্ধ অৱসৰ প্ৰাপ্ত পুলিচ বিষয়া আগুৱাই আহি তেওঁলোকৰ ঘৰলৈ মোক লৈ গ'ল। তেওঁলোকৰ ঘৰত বহুত মানুহৰ সমাগম হ'ল। কিছুমানৰ লগত তাতেই চিনাকি হলো। পুলিচ অফিচাৰজনে মোক কলে যে সকলোৱে সভা পতাৰ বাবে অপেক্ষা কৰি আছে। মই সভাৰ কথা পিছলৈ থবলৈ কৈ প্ৰথমে স্কুলখনলৈ যাম বুলি কলো। কিন্তু খোৱা-লোৱা কৰাৰ পাছতহে স্কুলখনলৈ যাব পাৰিলো। স্কুলখনলৈ গৈ দেখিলোঁ যে সেইখন স্কুল বৰ্তমান হাইস্কুলত পৰিণত হৈছে। আগৰ শিক্ষকবোৰ প্ৰায়ভাগেই বৃদ্ধ হৈছে; কিছুমানে অৱসৰ পাইছে। স্কুলৰ প্ৰধান শিক্ষকজনৰ লগত কথা পাতি বৰ ভাল লাগিল। হঠাতে তেওঁলোকে সকলো ছাত্ৰ-ছাত্ৰীক লৈ লগে লগে সভা এখনৰ আয়োজন কৰিবলৈ ধৰিলে। মই তেওঁলোকৰ দুখীয়া স্কুল লাইব্ৰেৰীটো দেখি প্ৰধান শিক্ষকক কলো যে সভাখন তেওঁ পিছ-দিনালৈ ৰাখক; কাৰণ মই মোৰ মাৰ নামত এই স্কুল লাইব্ৰেৰীৰ বাবে সামান্য বৰঙণি দিব খুজিছোঁ। প্ৰধান শিক্ষকে মোৰ কথামতে কাম কৰিলে। সকলো শিক্ষক-শিক্ষয়িত্ৰীৰ লগত কথা বতৰা হলোঁ। মাৰ লগত সেইসময়ত কাম কৰাবোৰে মাৰ কথা কলে আৰু মোৰ মাৰ খবৰ সুধিলে। পুলিচ অফিচাৰজনৰ লগত ঘৰলৈ ঘূৰি আহি কলোঁ যে চহৰৰ

সম্ভাৱন দুদিন পিছলৈ থাকিব; আগতে মই স্কুলৰ কামখিনি শেষ কৰোঁ।

পিছদিনাখন স্কুলৰ সকলো ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰী আৰু অভিভাৱকক লৈ যিখন সভা হ'ল, তাত প্ৰধান শিক্ষকে মোক সকলোৰে লগত চিনাকি কৰি দিলে আৰু মই তাত এটা দীঘলীয়া ভাষণ দিবলগীয়া হ'ল। ভাষণৰ শেষত সকলোৰে হাত চাপৰিত মোৰ কাণ তাল মাৰি ধৰা যেন হ'ল। তাৰপাছতে প্ৰধান শিক্ষকে মোৰ বৰঙণিৰ কথা উল্লেখ কৰি কলে যে এনেকুৱা বৰঙণি তেওঁলোকৰ স্কুললৈ সেই অঞ্চলৰ কোনেও আগতে আগবঢ়োৱা নাই। গতিকে এই প্ৰথম বৰঙণি হিচাবে আৰু মোৰ মাৰ এসময়ৰ স্কুল আছিল বাবে তেওঁলোকক স্কুল লাইব্ৰেৰীটোৰ নাম "মামনি গ্ৰন্থাগাৰ" ৰাখিবলৈ অনুৰোধ জনালো। সকলোৱে সমৰ্থন কৰিলে। মই তাত ত্ৰিশ হেজাৰ টকাৰ চেক এখন প্ৰধান শিক্ষকৰ হাতত প্ৰদান কৰিলোঁ। বহুত আদৰ আপ্যায়নৰ পাছত কিছুমান শিক্ষকে কলে যে দেউতাৰ হত্যা সন্দৰ্ভত মৌজাদাৰৰ ল'ৰাই তেওঁলোকৰ স্কুলৰ তিনিজন শিক্ষকৰ নাম পুলিচৰ আগত কৈ দিছিল আৰু তেওঁলোকে সকলোৱে জেল খাটিবলগীয়া হৈছিল। বৰ্তমান তেওঁলোক বৃদ্ধ হৈ ঘৰতে বহি আছে আৰু মৌজাদাৰৰ ল'ৰাও বৃদ্ধ অৱস্থাত পক্ষাঘাত ৰোগত ভুগি আছে। তেওঁলোকে আৰু কলে যে এই অৱসৰপ্ৰাপ্ত পুলিচ অফিচাৰজনেই স্থানীয় পুলিচৰ লগ লাগি সকলো তদন্ত চলাইছিল। কাৰণ তেওঁ মোৰ দেউতাক বৰ ভাল পাইছিল। পুলিচ অফিচাৰজনে মোক কলে যে তেওঁ মোৰ দেউতাৰ দৰে বিশ্বাসী আৰু ন্যায় পৰায়ণ মানুহ তেওঁৰ জীৱনত দ্বিতীয়জন লগ পোৱা নাছিল।

সিদিনা ৰাতি পুলিচ অফিচাৰজনৰ ঘৰত মোৰ থকাৰ বাবে এটা ভাল কোঠাৰ আয়োজন কৰিছিল। কিন্তু মই কলোঁ যে মই মোৰ দেউতা থকা কোঠাটোতে থাকিম। তেওঁলোক আচৰিত হ'ল। মই কলোঁ যে মই মোৰ দেউতাক চকুৰেও নেদেখিলোঁ। এতিয়া মই তেওঁৰ

বিছনাত শুই তেওঁৰ উপস্থিতি অনুভৱ কৰিব বিচাৰোঁ। দেউতাই ব্যৱহাৰ কৰা কাপোৰ থাকিলেও তাকো মই ব্যৱহাৰ কৰিলোঁহেঁতেন। মোৰ কথা শুনি পুলিচ অফিচাৰজনৰ স্ত্ৰীয়ে কান্দি দিলে। অফিচাৰজনৰ ওঁঠতো মই কঁপনি দেখা পালোঁ। তেওঁলোকে আপত্তি নকৰিলে। ৰাতি শোৱাৰ আগে আগে তেওঁলোকৰ ছপাশালটো চালোঁ। আজিকালি তাত বিজুলীৰদ্বাৰা চালিত মেচিনত ছপাশালৰ কাম কৰা হয়। ছপাশালৰ অফিচত দেউতাৰ এখন ডাঙৰ ফটো ওলোমাই থোৱা চকুত পৰিল। ফটোখনত এডাল ফুলৰ মালাও ওলোমাই থৈছিল। দেউতাৰ প্ৰতি আনুগত্য ৰখাৰ বাবে পুলিচ অফিচাৰজনক ধন্যবাদ জ্ঞাপন কৰিলো। ৰাতি খোৱা শেষ হোৱাৰ পাছত মই এসময়ৰ মোৰ দেউতাৰ থকা কোঠালৈ শুবলৈ আহিলোঁ।

কোঠাটোত কিছুমান কিতাপৰ চেল্‌ফ আছে। তাত বহুতো কিতাপ, বাতৰি কাকত, আলোচনী ইত্যাদি আছে। এমূৰৰ এসময়ত দেউতাই শোৱা বিছনাখনত নতুন কাপোৰ পাৰি থোৱা আছে। কোঠাটো পৰিস্কাৰ কৰি থোৱা অৱস্থাত পালোঁ। বিছনাত উঠাৰ লগে লগেই চকুত পৰিল বিছনাৰ ওচৰৰ টেবুলখনৰ ওপৰত বেৰত আৰু এখন সৰু আকৃতিৰ দেউতাৰ ফটো ওলোমাই থোৱা আছে। ফটোখন একেৰাই আনি কিছু-সময় চাই থাকিলোঁ। হঠাতে দেউতাৰ মুখৰ মাত এষাৰ শুনিবলৈ মোৰ বৰ মন গ'ল। নিজকে বৰ সৰু ল'ৰা এজনৰ দৰে লাগিল। আবেগত চকুৰে চকুলো ওলাই আহিল। ফটোখন এবাৰ বুকুত চেপি ধৰি গাৰুৰ ওচৰত থৈ মই শুই পৰিলো। হঠাতে ভাবিলোঁ যে ফটোখন লগত লৈ শুই থাকিলে ভাঙি যাব। পুনৰ ফটোখন বেৰত ওলোমাই থলোঁ। আৰু শুই শুই ফটোখনলৈ চাই থাকিলোঁ...।

হঠাতে দেখিলোঁ, মই যেন এটা ১০ বছৰ বয়সীয়া ল'ৰা হৈ বিছনাত বহি আছো। ফটোখনৰ ভিতৰৰপৰা দেউতা ওলাই আহিল। মোৰ ওচৰত বহি মোৰ মূৰটো কোলাত লৈ মোক শুবলৈ দিলে। মই কিন্তু

তেওঁক সাৱটি ধৰি কলোঁ : "আপুনি ক'ত লুকাই থাকে দেউতা ? মোৰ ওচৰলৈ কিয় নাহে ?"

দেউতাই তেওঁৰ গালখন মোৰ গালত লগাই কপালত চুমা খাই কলে : "তোৰ এই কপালখন মোৰ কপাল ; তোৰ এই চুলিবোৰ মোৰ চুলি। তোৰ এই চেহেৰা, হাত, ভৰি, আঙুলি চকু মুখ সকলো মোৰ।"

দেউতাই মোৰ চুলি, হাত, ভৰি, আঙুলি চকু মুখ সকলো লাহি-চাহি চাবলৈ ধৰিলে। আৰু মোক দুহাতেৰে ধৰি শুৱাই দি মোৰ মুখৰ ওপৰত মুখ থৈ কলে : "সোণ, তোৰ চকু, নাক, ওঁঠ, থুতৰি—এইবোৰ তোৰ মাৰৰ। মই তোৰ মাৰক বহুত বছৰ লগ পোৱা নাই। তই তোৰ চকু, মুখ নাক, ওঁঠ সকলোবোৰ মোৰ চকুমুখে ঘঁহি দেচোন।" এইবুলি তেওঁৰ মুখখন মোৰ চকুমুখে ঘঁহিবলৈ ধৰিলে। মই তেওঁৰ ডিঙিত সাৱটি ধৰি আছোঁ। হঠাতে মই কান্দি কান্দি তেওঁক মোক এৰি গুচি নাযাবলৈ অনুৰোধ কৰিলোঁ। দেউতাই বিছনাৰপৰা নামি গৈ এখন চেল্ফৰপৰা কিতাপ এখন আনি পুনৰ মোৰ ওচৰত বহি মোক তেওঁৰ কোলাত বহুৱাই ললে। তেওঁৰ হাতৰ ওপৰত মোৰ হাত দুখন ৰাখি মোৰ হাতৰ ওপৰত কিতাপখন মেলি ৰাখিলে ; আৰু মোৰ চুলিত তেওঁৰ মুখখন সুমুৱাই দি কলে : "ভাস্কৰ, মোৰ সোণ, এইবোৰ তই লিখা কিতাপ। তোৰ কিতাপ পঢ়িবলৈ বাহিৰত বহুত মানুহ অপেক্ষা কৰি আছে। তই লিখি যা। লিখি থাকোঁতে চাবি, তোৰ আখৰবোৰৰ মাজত মই হাঁহি থাকিম। মই তাতে আছোঁ সোণ, মই তোৰ অতি ওচৰতে আছোঁ, তোৰ লিখনি-বোৰৰ মাজত। মোৰ বুকুতে তই সোমাই আছ।" এইবুলি কৈ দেউতাই মোক তেওঁৰ গাৰ কাষে ঘূৰাই লৈ জোৰেৰে সাৱটি ধৰিলে। মই চকুমুদি দিলোঁ। কিন্তু চকু মেলি দেখো মই বিছনাত শুই আছোঁ। মই ১০ বছৰীয়া ল'ৰা নহয় ; মই এজন প্ৰাপ্তবয়স্ক লোক।

সাৰ পাই বিছনাত উঠি বহিলোঁ। বাহিৰত পোহৰ হৈছিল। ফটোখনৰ ওচৰলৈ গৈ ফটোখন কপালত লগাই দিলোঁ আৰু বাহিৰলৈ

ওলাই আহিলোঁ। ৰাতিপুৱাৰপৰা দুপৰীয়ালৈ পুলিচ অফিচাৰজন আৰু তেওঁলোকৰ ঘৰলৈ অহা চহৰৰ গণ্যমান্য লোক কেইজনৰ লগত কথা পাতি সময় কটালোঁ। আবেলি চহৰৰ প্ৰধান ৰাজহুৱা লাইব্ৰেৰীটোলৈ যাত্ৰা কৰিলোঁ। তাতে তেওঁলোকে মোৰ বাবে এখন সভাৰ আয়োজন কৰিছিল। পুলিচ অফিচাৰজন আৰু চহৰৰ কিছুমান মানুহে কলে যে এই লাইব্ৰেৰীটোৰ নাম তেওঁলোকে "অভিজিত দত্ত সোঁৱৰণী গ্ৰন্থাগাৰ" দিছে। কিন্তু লাইব্ৰেৰীটোৰ বিশেষ উন্নতি কৰিব পৰা নাই। অভিজিত দত্তই এসময়ত এই লাইব্ৰেৰীৰ পৃষ্ঠপোষকতা কৰিছিল যদিও তেওঁ বেছি দিন সেইকাম চলাব নোৱাৰিলে। দেউতাৰ লিখনিবোৰ তেওঁলোকে তাতে যুগুতাই ৰাখিছে। ইতিমধ্যে পুলিচ অফিচাৰজন অৱসৰ লৈ অহাৰ পাছত সেই লাইব্ৰেৰীত এটা ধৰণি দিছিল। তাৰপাছত ৰাইজৰ সকলুৰা দান-ধৰণিৰ ওপৰত কোনোৰকম লাইব্ৰেৰীটো চলি আছে। মই কলোঁ যে মই ইয়াত ত্ৰিশ হেজাৰ টকাৰ ধৰণি আগবঢ়াম। তেওঁলোক সন্তুষ্ট হ'ল। ইয়াৰ আগেয়ে ইমান টকাৰ দান কোনেও আগবঢ়োৱা নাই বুলি কলে।

এখন ডাঙৰ সভা অনুষ্ঠিত হ'ল। সভাপতিজন সেই চহৰৰ মহা-বিদ্যালয়ৰ অধ্যক্ষ। ইয়াতো মই ভাষণ দিবলগীয়াত পৰিলোঁ। মই ভাষণ দি গৈছোঁ—আজিৰ যুৱকৰ আদৰ্শ কি হোৱা উচিত, কৰ্তব্য কি হোৱা উচিত; সমাজ আৰু ব্যক্তিৰ সম্পৰ্ক কি, ব্যক্তিত্ব কি ইত্যাদি। ভাষণ দিছো চিন্তাশক্তি আৰু অনুভূতিৰ সমন্বয়ৰ বিষয়ে, যুক্তি আৰু প্ৰবৃত্তিৰ সমতা ৰক্ষাৰ বিষয়ে; কুসংস্কাৰ আৰু মানৱ অধিকাৰৰ বিষয়ে, উৎকৃষ্ট ব্যক্তিসমূহৰ জীৱনী অধ্যয়নৰ আৱশ্যকতাৰ বিষয়ে আৰু সামাজিক ব্যাধি আৰোগ্য কৰিবলৈ যোৱাৰ আগতে নিজৰ নিজৰ ব্যাধিযুক্ত মন-বোৰৰ আৰোগ্য আৱশ্যকতাৰ বিষয়ে। শেষত ছাত্ৰ-ছাত্ৰীৰ জীৱনৰ লক্ষ্য, কৰ্তব্য, সাধনা আৰু শিষ্টাচাৰ আৰু একাগ্ৰতাৰ বিষয়েও কিছুমান কথা কৈ মই বক্তৃতা সামৰিছোঁ। জাউৰিয়ে-জাউৰিয়ে হাতচাপৰি পৰিছে

আৰু অৱশেষত মোৰ ধৰণিৰ টকাৰ চেক মই সভাপতিৰ হাতত আৰু সভাপতিয়ে পুথিভঁড়ালৰ সম্পাদকৰ হাতত প্ৰদান কৰিলে। সম্পাদকে তেওঁৰ শেহতীয়া ভাষণত প্ৰকাশ কৰিলে যে তেওঁ সেই টকাৰ পইচা পৰ্যন্ত পুথিভঁড়ালটোৰ কামতহে খটুৱাব।

পুলিচ অফিচাৰজনৰ ঘৰত মোক কেইবাদিনো ৰাখিলে। তেওঁলোকৰ ঘৰৰপৰাই মই ওচৰে-পাঁজৰে বহুত ঠাই পৰিদৰ্শন কৰিলোঁ। চহৰৰ গণ্যমাণ্য লোকৰ ঘৰলৈ মোৰ বাবে কেইবাদিনো নিমন্ত্ৰণ আছিল। দেউতাৰ বিষয়ে সকলো তথ্য আবিষ্কাৰ কৰি মই ষোল-সোতৰ দিনমানৰ মূৰত ঘৰমুৱা হলোঁ। লগত দুখন শৰাই, দুখন অভিনন্দন পত্ৰ আৰু কেবাখনো গামোচা আৰু খুড়াইতৰ ঘৰৰপৰা মালৈ দি পঠিওৱা পাটৰ কাপোৰ লৈ মই ষ্টেচনলৈ আহিলোঁ। মানুহবোৰে মোক ষ্টেচনলৈ আগুৱাই থবলৈ আহিল। মা আৰু মানসীৰ আগত দহ দিনৰ ভিতৰত ঘৰ পাম বুলি কৈছিলোঁ। সোতৰ দিন পাৰ হ'ল। উৰাজাহাজত গৈ সোনকালে ঘৰ পোৱাৰ মন আছিল যদিও সেই ঠাইত উৰাজাহাজ ক'ত পাম? ৰেলগাড়ীৰে আহি আহি থাকোঁতে ২১ দিনৰ দিনাহে ঘৰ আহি পালোঁ।

দুপৰীয়া আহি ঘৰত ভৰি দিয়াৰ লগে লগে দেখো মা দৌৰি আহি মোক সাবটি ধৰিলে। কেইমিনিটমান ধৰি মই মাক মোৰ বুকুৰ মাজত সুমুৱাই ৰাখিলোঁ। খন্তেক পাছত মায়ে মোক তলৰ কোঠাতে জিৰাবলৈ কৈ জিৰণিৰ পাছত গা ধুই ভাত খাই ওপৰলৈ যাবলৈ কলে। মানসীৰ কথা সোধাত কলে যে মই গা ধুই খোৱা শেষ কৰিহে তাইৰ ওচৰলৈ যাব পাৰিম। মই আচৰিত হৈ সুধিলোঁ: "কিয় মা? মানসী তললৈ নাহে?"

মায়ে কলে যে মানসীৰ আজি তিনিদিনৰপৰা জ্বৰ। প্ৰথম দিনা নিশা তাইক পৰ দি থাকিবলগীয়া হৈছিল; কাৰণ জ্বৰত তাই প্ৰলাপ বকিছিল। বিক্ৰমও নাই; ৰাজস্থানলৈ গৈছে। চাৰ্জন আৰু মা বাতি তাইৰ কাষত আছিল। দ্বিতীয় দিনাও বৰ কঠিন অৱস্থা হৈ আছিল। চাৰ্জনে প্ৰত্যেক

এতিয়া আছি তাইৰ লগত লাগি আছে। মাত্ৰ কালি নিশাৰপৰা জ্বৰ উপশম হৈছে। কালি বিক্ৰমৰপৰা চিঠি এখনো আহিছে। মই মানসীৰ ওচৰলৈ দৌৰি যাব খোজাত মায়ে বাধা দি কলে: "এইদৰে নাযাবি। বেলে-মটৰেৰে ঘূৰি অহা কাপোৰবোৰ সলাই গা ধুই ল। তাৰপাছত যাবি।"

"কিন্তু কিয় মা...।"

"কিন্তু চিন্তু নাই; তোৰ কাৰণেই তাইৰ জ্বৰ হ'ল। এতিয়া এই মলিয়ন কাপোৰেৰে ...।"

"মোৰ কাৰণে?"

"অ' তোৰ কাৰণে। মোৰ যে জ্বৰ নহল সেয়ে ৰক্ষা। দহ দিনত ঘূৰি আহিম বুলি কৈ ২১ দিন কৰিলি। চিন্তাত আমাৰ টোপনি নাই। আছহুৱা ঠাইলৈ গৈছ; আনকি চাৰ্জনো চিন্তিত হ'ল। মানসীয়ে কান্দিবলৈকে আৰম্ভ কৰিলে। ৰাতি ন বজালৈ বেলকনিত নিয়ৰৰ তলত বহি বহি তাই তোলৈ বাট চাই থাকে। তই চিঠি এখনো পঠিয়াব নোৱাৰিলিনে?"

ভাবিলোঁ মোৰেই ভুল হৈ গ'ল। ইমান ব্যস্ত হৈ থাকিলোঁ যে চিঠিৰ কথা ভাবিবৰ নহ'লেই। মাৰ কথামতে গা ধুই উঠি দুপৰীয়াৰ আহাৰ খাই লৈ ততাতৈয়াকৈ মানসীৰ ওচৰলৈ আহিলোঁ। মা মোৰ লগে লগে আহিল। মায়ে কলে যে এতিয়া তাইৰ জ্বৰ বেছি নাই; কিন্তু এই তিনিদিন তাই গাখীৰৰ বাহিৰে আন একো খোৱা নাই; মাথো মাজে মাজে স্নমথিৰা খাইছে। মই গৈ মানসীৰ কপালত হাত দিলোঁ। তাই বেৰৰ ফালে মুখ কৰি আছিল। মোৰ হাতখন তাইৰ নিজৰ হাতেৰে কপালত চেপি ধৰি তাই "ককাইদেউ?" বুলি ঘূৰি চালে। মই তাইৰ ফালে চাই হাঁহিলো। তাই মোৰ হাতখন ধৰি টানিবলৈ ধৰিলে। মই ওচৰত বহিলোঁ। তাই গাকৰপৰা মূৰটো পিছলাই আনি মোৰ কোলাত শুই পৰিল। মই তাইৰ মুখখন দুহাতৰ মাজত লৈ কলোঁ: "মানসী, তই বৰ আঁকৰি। সেয়েহে তোৰ জ্বৰ হৈছে।"

মাৰ ফালে চাই দেখিলো মায়ে মুখেৰে হাঁহি আছে আৰু চকুৰে কান্দি

আছে। মায়ে কলে : "তাইক ভয়ে বৰ আদৰুৱা কৰিছে। সেয়েহে তাইক জ্বৰ উঠিছে।"

মানসীক আপেল আৰু আংগুৰ খুৱাই খুৱাই তাইৰ নাকটোত ধৰি টানি মই কলো : 'বিয়াৰ পাছত এইদৰে অকৰামি কৰিলে বিক্ৰমে এইদৰে কেতিয়াও সুখুৱাব, বুজিলি ?"

মানসীয়ে হাঁহিলে। মই তাইক গাৰুত শুৱাই দিলো।

সন্ধিয়া মানসীৰ বাবে কিছুমান ফলমূল লৈ চাৰ্জন আহিল। মোক চাৰ্জনে পলম হোৱাৰ কাৰণ সুধিলে। মানসীৰ বাবে তেখেতৰ মৰম-স্নেহ দেখি মই মনত অসীম আনন্দ পালো। ৰাতিলৈ মানসীৰ জ্বৰ আৰু কমিল। আৰু ন বজাৰ সময়ত তাইৰ জ্বৰ একেবাৰে নাইকিয়া হ'ল। সময়ত মাক শুবলৈ থৈ মই মানসীৰ ওচৰত কিছুসময় বহিলো। তাই কলে : "অসমৰ কথা কওঁক, ককাইদেউ।"

"এতিয়া ৰাতি হৈছে; তই অসুস্থ; কালিলৈ কম।"

"নালাগে আজিয়েই শুনিম।"

"মানসী, এই আকোৰ-গোঁজালিৰ বাবেই তোৰ এনেকুৱা হৈছে। শুই থাকচোন।"

কিন্তু তাই নুশুনিলে। বাধ্য হৈ মই তাইক অসমৰ কথা কবলৈ ধৰিলোঁ। তাই মোৰ কোলাত মূৰ পেলাই শুনি থাকিল। কিন্তু অলপ পাছতে তাইৰ টোপনি আহিল। মই দেখিলোঁ যে তাইৰ হাত দুখনে মোৰ কামিজত খামুচি ধৰি আছে। মাৰ কথা সঁচা, মইয়েই তাইক আদৰুৱা কৰিলো। হব পাৰে। কিন্তু মোৰ অকলশৰীয়া ৰিক্ত জীৱনটোত তাইয়ে মোৰ জীয়াই থকাৰ প্ৰেৰণা, মোৰ লিখনিৰো প্ৰেৰণা। মায়ে কেতিয়াবা কয় যে তাই সদায় মোৰ ওচৰত থাকিব নোৱাৰে; এদিন তাইক বিয়া দি উলিয়াই দিব লাগিব। এৰা! আৰু তাইৰ বাবে উপযুক্ত পাত্ৰও চাই থোৱা আছে। তথাপি মই ভাবোঁ, কিয় ভাবোঁ মই নাজানো, যে তাই মোৰ ওচৰৰপৰা নাযায়; আৰু যদি যাবলগীয়া হয়, তেন্তে

তেতিয়া কি হব তাক তেতিয়াহে চিন্তা কৰিম। মানসীৰ হাত দুখন মোৰ কামিজৰপৰা একৰালোঁ। তাইৰ মূৰটো লাহেকৈ গাকত থৈ মই থিয় হব খুজিলোঁ।

হঠাত চকুমেলি তাই কলে: "মোক নমাই দিয়ক ককাইদেউ? মই চলিব পাৰিম।"

আচৰিত হৈ মই সুধিলোঁ: "নমাই? তই কি কৈছ মানসী?"

এইবাৰ তাই চকুমুদি কলে: "আপুনি আৰু মোৰ কিমান বোজা বৈ থাকিব? আপুনি দুৰ্বল হৈ যাব। বিক্ৰম আছে নহয়, মই চলিব পাৰিম।"

তাই সপোন দেখা বুলি ভাবি মই তাইৰ মূৰটো ধৰি এবাৰ মাতিলোঁ: "মানসী?"

তাই চকু মেলি মোৰ ফালে চাই সামান্য হাঁহিলে। মই বুজি নাপাই সুধিলোঁ: "কি কৈ আছ তই?"

"ঠিকেই কৈছোঁ ককাইদেউ। মই সাৰে আছোঁ।"

মই তাইৰ চকু-মুখৰ ফালে চাই চাই ভাবিলোঁ, মোৰ মনৰ ভাব বুজিব পাৰি তাই উত্তৰ দিলে নেকি বাৰু? তাৰ মানে, তাৰ মানে, তাই মোৰ ওচৰৰপৰা গুচি যাব বিচাৰে। মোৰ মনটো সেমেকি গ'ল।

"মানসী, মোক আৰু কিছুদূৰ বোজা ববলৈ দে। কাৰণ, বিক্ৰম অলপ আঁতৰত আছে। সি আহি পোৱালৈকে তই মোৰ ওচৰত⋯।"

তাই তৎক্ষণাৎ মোৰ বাউসীত ধৰি ক'লে: "ককাইদেউ, বোজা বৈ আহোঁতে আহোঁতে আপুনি নিজৰ ঠাই এৰি বহুদূৰ পালেহি। ৰবষুণ আহিলে তিতিব। আপোনাৰ মূৰত ছাতি নাই নহয়; মোৰ মূৰত ছাতি আছে। দুখ নকৰিব ককাইদেউ।"

তাইৰ ওচৰত পুনৰ বহি লৈ তাইৰ চুলিত মুখখন গুজি দি মই কলোঁ: "এনেকুৱা কথা নকবি মানসী। মোক আৰু অলপ বোজা ববলৈ দে। যিদিনা মই বোজা নমাম সিদিনা মোৰ প্ৰেৰণাৰ মৃত্যু

হ'ব। এই প্ৰেৰণাই মোৰ লিখনি হৈ বৈ আহিছে। মই বহুত লিখিব লাগিব, মানসী, বহুত। এই সময়ত মোক বাধা দি তই মোৰ একমাত্ৰ প্ৰেৰণাক চিন্ন কৰি নিনিবি।"

"বাৰু ককাইদেউ" বুলি তাই তাইৰ দুয়োহাতেৰে মোৰ ডিঙিত মেৰিয়াই ধৰিলে। কিন্তু তাইৰ চকু মুদ খাই আছিল। তাইৰ হাত দুখন মোৰ ডিঙিৰপৰা আঁতৰাই আঠুৱা পেলাই দি মই মোৰ কোঠালৈ গুচি আহিলোঁ। শুই থাকিলোঁ যদিও মানসীৰ কথা কেইটাই অন্তৰত খুন্দিয়াই থাকিল।

দোকমোকালিতে সাৰ পাই বিছনাত এনেয়ে পৰি থাকিলোঁ। আগনিশাৰ মানসীৰ কথা কেইটাই মোক ভবাই তুলিলে। এনেতে মা সোমাই আহি মোৰ বিছনাত বহিল। মই মাৰ ফালে ঘূৰি শুই শুই কলো: "মা আজিকালিৰ ভিতৰতে খুড়াহঁতক আহিবলৈ টেলিগ্ৰাম কৰোঁ।"

"আহিবনে তেওঁলোক?"

"দেখিবাচোন মা। খুড়ীদেৱে আহিবলৈ ওলাইছিলেই।"

"বহুত পলমকৈ হলেও মই নিজৰ ঘৰৰ মানুহক আদৰণি জনাব পাৰিম।"

হঠাত মই কলোঁ: "মা, মানসীৰ এম-এছ-চি, পৰীক্ষাৰ পাছত তাইৰ বিয়াখন পাতি দিওঁ নেকি? এতিয়া তাইৰ উপযুক্ত সময় হৈছে।"

"কিন্তু তাই আগতে গবেষণা কৰাৰ কথা কৈছে। বিক্ৰমেও তাকেই কৈছে।"

"কিন্তু মা, কালি নিশা, তাই সপোনত কলে নে সাৰ পাই কলে মই বুজিব নোৱাৰিলোঁ। তাই কৈছিল যে মই তাইৰ বোজা বৈ বৈ বহুদূৰ আহিলোঁ। এতিয়া বোজা নমাই নিদিলে মই বৰষুণত তিতিম। বিক্ৰম আছে, তাই চলিব পাৰিব।"

মাৰ চকুমুখ আবেগত ভৰি উঠিল। মোৰ মুখৰ ফালে চাই কলে:

"তাই সকলো বুজে। তাই ভাবি আছে যে তাই তোৰ ওচৰৰপৰা গুচি গলে ৰূপালী ঘূৰি আহিব। এৰা, ভুল মইহে কৰিলোঁ। মই মহাভুল কৰিলোঁ।"

মই আচৰিত হৈ প্ৰশ্ন কৰিলোঁ: "তুমি কি ভুল কৰিলা মা?"

"মানসীক মই কিয় মোৰ জী কৰিছিলোঁ। বোৱাৰী কৰিব নোৱাৰিলোঁ কিয়?"—মায়ে তৎক্ষণাত কলে।

ভীষণভাৱে চক্ খাই উঠিলো মই। উঠি বিছনাত বহি মাৰ মুখখন হাতেৰে ঢাকি ধৰি মই চিঞৰি উঠিলোঁ: "মা! তোমাৰ মগজু নষ্ট হৈছে। উঠি যোৱা ইয়াৰপৰা।"

মা হতভম্ব হৈ বহি থাকিল। খণত মোৰ বুকুৰ কঁপনি উঠিল। পুনৰ বিছনাত শুই পৰি মই চিঞৰিলোঁ: "মই তোমাক দেৱী বুলি পূজা কৰিছিলোঁ মা। কিন্তু, Mad। Mad! Completely Mad! পুৰাদমে পগলা হৈ গৈছা তুমি।"

মায়ে হঠাতে তেওঁৰ কঁপালখন বিছনাত পৰি থকা মোৰ হাতখনৰ ওপৰত মাৰি মাৰি কান্দি কান্দি কবলৈ ধৰিলে: "অ' মই পগলা। মোৰ দৰে অৱস্থাত কোন পগলা নহৈ থাকিব পাৰে? মই মহাপাপী! তোৰ জন্মৰ আগতে মই মৰি যোৱাহেঁতেন ভাল আছিল।"

মই মাৰ ফালে চালোঁ। কান্দি থকা মাৰ চুলিত আঙুলি বুলাই দি মই কলোঁ: "মা, স্নেহে তোমাক অন্ধ কৰি পেলাইছে। কিন্তু পুত্ৰৰ সুখ দেখিব নোৱাৰিলে বুলি কোনোবা মাতৃয়ে এইদৰে ভনীয়েকক ককায়েকৰ কাৰণে ⋯ ⋯! চিঃ মা, এয়া অন্যায়। মনে মনে থাকা। মানসীয়ে শুনিলে তোমাক বৰ স্বাৰ্থপৰ বুলি ভাবিব। তাই মোৰ হাতত প্ৰতি বছৰে ৰাখী বান্ধে; তুমি জানো দেখা নাই?"

মা উঠি বহিল। কঁপা কঁপা ওঁঠেৰে হাত দুখন আগুৱাই মোৰ মূৰটো ধৰি কান্দি কান্দি কলে: "জানো এয়া পাপ কথা। কিন্তু তোৰ বংশ,

তোৰ দেউতাৰ বংশ, তইঁতৰ আদর্শ কিদৰে জীয়াই থাকিব ? সেইবোৰৰ সামৰণি ইয়াতে পৰিব নেকি ?”

মোৰ বুকুৰ ওপৰত মূৰ পেলাই মাই কান্দি থাকিল। মই মাক টানি আনি মোৰ ওচৰত শুৱাই দিলোঁ। কম্বলখন দুয়োবো গাত পেলাই লৈ মাক সাৱটি ধৰি কলোঁ : “বংশগত গুণৰ ওপৰত তোমাৰ দৃঢ়বিশ্বাস আছে ; নহয়নে মা ? ময়ো তাক অস্বীকাৰ নকৰোঁ ; দেউতাৰ সন্তান হৈ মইতো গৰ্ব অনুভৱ কৰোঁ। কিন্তু, অকল সেয়াই আদৰ্শক জীয়াই ৰাখিব নোৱাৰে। মগজুৰ sharpness বা dullness, অৰ্থাৎ মগজুৰ প্ৰখৰতা বা ভোটা গুণ বংশানুক্ৰমে হয় যদিও সেই প্ৰখৰতাৰ, অৰ্থাৎ মগজুৰ শক্তিৰ বিকাশ সাধন হব নালাগিব জানো ? উচিত শিক্ষা আৰু সুন্দৰ পৰিবেশেহে তাৰ বিকাশ সাধন কৰিব পাৰে। সুন্দৰ মনে চৌখিন পৰিবেশৰ কথা কোৱা নাই। তুমি মোক উচিত শিক্ষা নিদিয়া হলে মই কি হ’লোহেঁতেন ভাবি চোৱা। কিছুমান ধূৰন্ধৰ মানুহৰ ল’ৰাও সৎ হয় সুপৰিবেশত থাকিলে ; আৰু কিছুমান সৎ মানুহৰ ল’ৰাও ধূৰন্ধৰ হয় কু-শিক্ষাৰ ফলত। আমাৰ ঘৰতে সেইটো হৈছে।”

মায়ে প্ৰশ্ন কৰিলে : “আমাৰ ঘৰত ?”

“অ’ আমাৰ ঘৰত। শুনা, প্ৰশান্ত বৰুৱা ধূৰন্ধৰ নহয় যদিও মুঠেই আদৰ্শবান ব্যক্তি নহয়, বৰ দুৰ্বল আৰু ভয়াতুৰ তেওঁ। তেওঁৰ দুজনী ছোৱালী ৰূপালী আৰু মানসী।”

মায়ে কিবা কব খোজাত মই মাৰ মুখত ধৰি থাকিলোঁ আৰু কলোঁ : “কিন্তু দুয়োজনীৰ মাজত পাৰ্থক্য কিমান চোৱা। ৰূপালীৰ মন কুসংস্কাৰে ভৰি পৰিছে কেৱল দেউতাকৰ ঘৰৰ এলাহ্নকলীয়া আৱাহাৱাৰ মাজত থাকি, কু শিক্ষাৰ ফলত। মানসী আমাৰ ঘৰৰ আৱহাৱাত তোমাৰ আৰু মোৰ মৰম-চেনেহ আৰু সৎশিক্ষাৰ মাজত থাকি ৰূপালীৰ সম্পূৰ্ণ বিপৰীত হৈছে ; অথচ দুয়োৰে মগজুৰ উৎস একেটাই। ৰূপালীৰ মগজু মানসীৰ সমানেই তীক্ষ্ণ ; ৰূপালীক সু-শিক্ষা দিয়াৰ সময় এতিয়াও

আছে। কিন্তু কোনে দিব? সেয়েহে মা, মানসী আৰু বিক্রমৰ যি সন্তান সন্ততি হব, তেওঁলোকে আমাৰ আদর্শক জীয়াই ৰাখিব। মানসী আমাৰ ঘৰত ডাঙৰ দীঘল হৈছে নহয়; তাই অতি বুদ্ধিমতী। তোমাৰ দৰে মৰমিয়াল।"

ইমান সময়ে মা উচপিচাই আছিল। কথা কব পৰা নাছিল। মই মাৰ মুখখন এৰি দিয়াৰ লগে লগে মা উঠি বহিল আৰু ক'লে: "বুজিছোঁ, মানসীয়ে তোক সকলো কথা কৈছে। অ' এতিয়া আৰু সেই-বোৰ লুকাই ৰাখি লাভ কি? মই বাৰু তোৰ কথাবোৰ মানি লওঁ। কিন্তু মানসীয়ে তোৰ সকলো যত্ন লয়। তাই গুচি যোৱাৰ পাছত তই একেবাৰে অকলশৰীয়া হবি। সেই চিন্তাত মোৰ টোপনি নাহে। তাই তোৰ লগত থকাটো মই বিচাৰোঁ।"

মাৰ আকৌ চকুপানী ওলাল। মই মাক পুনৰ শুৱাই দি নিজে কিলাকুটিৰ ওপৰত ভেঁজা দি মাৰ চকুপানীবোৰ মচি দি কলোঁ: "তুমি সদায় কান্দি থাকিলে মই ভাল নাপাওঁ মা। এতিয়াই কলা তুমি মোৰ কথা মানি লৈছা বুলি। বাৰু, মা,পৰীক্ষাৰ পাছত তাইৰ বিয়াখন পাতিমনে?

এনেতে মানসী সোমাই আহি আমাৰ ওচৰ পালেহি। তাই মাৰ কাপোৰত ধৰি টানি কলে: "ককাইদেৱে মোক বিয়া দি উলিয়াই দিব খোজে। সেই কাৰণেহে তোমাক ইয়ালৈ মাতি আনিছে। তেনেহলে গবেষণা কৰাৰ কথা কিয় কৈ থাকিব লাগে?"

মই মানসীক কলোঁ: "কালি নিশা তই নিজে কোৱা নাছিলি?"

"কেতিয়াও কোৱা নাই। মাথোন—মই ইয়াৰপৰা আঁতৰি গলে ৰূপালী বাইদেউ··· ।"

মা তৎক্ষনাত উঠি বহি কলে: "মানসী, তই এইখন ঘৰৰপৰা এতিয়া গুচি গলেও ৰূপালী কেতিয়াও ঘূৰি নাহে। গতিকে তোৰ বিয়াৰ পাছতো তইয়েই ককায়েৰাৰ যত্ন লৈ থাকিব লাগিব। তই মোক কথা দে, তই তাৰ যত্ন লৈ থাকিবি?"

"থাকিম মা। মই আজীৱন ককাইদেউৰ যত্ন লোৱাৰ বাবে প্ৰস্তুত। তথাপি ভাবিছো, নিজে এবাৰ গুৱাহাটীলৈ গৈ ৰূপালী বাইদেউক লগ ধৰোঁ।"

"খবৰদাৰ। তই যদি মোৰ ভনী হয় ৰূপালীৰ ওচৰলৈ যাব নোৱাৰ।"

হঠাত মায়ে কলে: "ৰূপালীৰ এতিয়ালৈ বিয়া নোহোৱাকৈ আছেনে?"

মানসীয়ে কলে: "মা, তুমি মাতৃ, আৰু তুমি এজনী নাৰী। তুমি নিশ্চয় নাৰীৰ অন্তৰৰ কথা বুজা। আভিজাত্যৰ ঢং থাকিলেও ৰূপালী বাইদেউ তেনেকুৱা নহয়। তেওঁ মোকহে ঘৃণা কৰে; ককাইদেউক নহয়। সিদিনা গুৱাহাটীত ককাইদেয়ে তেওঁক খং কৰোতে তেওঁ কান্দিছিল নহয়। তেওঁৰ সেই ফেঁকুৰণি মই বুজিব পাৰোঁ।"

"বাৰু বাৰু; তোক ঘৃণা কৰে বুলি যদি তই জান, কিয় যাবলৈ ওলাইছ? যাব নোৱাৰ; এয়া মোৰ আদেশ।"

"কিন্তু ককাইদেউ" বুলি তাই কিবা কব খোজোঁতেই মই বিছনাৰপৰা উঠি তাইক ঠেলি আঁতৰাই দি কলোঁ: "গুচ, মই মুখ হাত ধুব লাগে। আৰু, গা ভাল পাইছ যদি যা, বামুক ব্ৰেকফাষ্ট দিবলৈ কগৈ।"

মই কোঠাৰপৰা ওলাই আহিলোঁ।

মা আৰু মানসীক বন্ধৰ শেষত দাক্ষিণাত্যলৈ লৈ যোৱাৰ কথা আছিল যদিও এক্সমাছৰ বন্ধৰ সময়ত লৈ যাম বুলি ঠিৰাং কৰি তেজপুৰৰ খুড়াৰ নামত টকা পঠিয়াই দি তেওঁলোকক দিল্লীলৈ আহিবলৈ মাতিলোঁ। নিৰ্দিষ্ট দিনত তেওঁলোক আহি ষ্টেচন পালে। আটাইকেইজনে গৈ ষ্টেচনৰপৰা খুড়া-খুড়ী আৰু তেওঁলোকৰ ডাঙৰ ল'ৰা অমৰক লৈ আহিলোঁ। তেওঁলোকে মাক সেৱা কৰিলে, মানসী আৰু বিক্ৰমৰ লগতো চিনাকি হ'ল। চাৰ্জন ৰজতমোহনো আহি পালে আৰু চিনাকি হ'ল। কিন্তু সিদিনা মায়ে তেওঁলোকৰ আগত মাৰ সকলো অতীতৰ ঘটনাৰ অকপট বিৱৰণ দিলে। মোৰ ভয় হৈছিল যে মাৰ বিৱৰণ শুনি দেউতাৰ লগত বিয়া হব নোৱৰা

কথা জানিলে তেওঁলোকে মোক অথবা মাক হয়তো ঘৃণা কৰিব। কিন্তু, মোৰ ভাবৰ ওলোটাটোহে হ'ল। বৰ্ণনাৰ শেষত চকু চল্‌চলীয়া কৰি মায়ে কলে: "তোমালোকে মোৰ প্ৰতি যেনেকুৱা ধাৰণাই পোষণ কৰা তাত মোৰ আক্ষেপ নাই। কিন্তু মোৰ ভাস্কৰক অৱহেলা নকৰিবা, সি তোমালোকৰ সন্তান।"

কিছু সময় তভক মাৰি থাকি খুড়াদেৱে কলে: "নবৌ, তুমি মহান্। আমাৰ দুৰ্ভাগ্য যে তোমাৰ দৰে দেৱী এজনীয়ে বোৱাৰী হৈ আমাৰ ঘৰত পদাৰ্পণ কৰিব নোৱাৰিলে। যি বুজিলোঁ, নায়তিত থাকিলেও দুৰ্বৃত্তইতে ককাইদেউক হত্যা কৰিলেহেঁতেন। কিন্তু তেতিয়া ককাইদেউৰ নাম আৰু আদৰ্শ মানুহৰ সমাজৰপৰা লোপ পাই গ'লহেঁতেন। পলাই আহি মৃত্যু-বৰণ কৰা বাবে ভাস্কৰৰ মাজত সি নৱজীৱন লাভ কৰিলে। দেউতাকৰ আদৰ্শক ভাস্কৰ মইনাই চিৰ বৰ্তমান কৰি ৰাখিলে। মোৰ ককাইদেউৰ নাম উজ্জ্বলহে হ'ল। তোমাৰ অনুগ্ৰহতেই এইবোৰ হবলৈ পালে নবৌ। ভাস্কৰ আমাৰ সন্তান। নাকান্দিবা নবৌ।"

খুড়াদেৱে মাৰ ভৰি চুই প্ৰণাম কৰিলে। খুড়ীদেউ উঠি গৈ মাক সাৱটি ধৰি কলে যে তেওঁৰ ভাগ্যত মোৰ দৰে সন্তান মিলিছে যেতিয়া তেওঁ ভাগ্যৱতী। অমৰে আগুৱাই আহি মোৰ ভৰি চুই সেৱা কৰিব বিচৰাত মই তাক বাধা দি আঁকোৱালি ধৰিলোঁ। মই অমৰক কলোঁ: "মানসী মোতকৈ প্ৰায় ন-দহ বছৰৰ সৰু। তাই আমাৰ সৰু ভনী নহয়নে?"

অমৰে হাঁহি হাঁহি মানসীক কাষলৈ চপাই ললে। খুড়া-খুড়ীয়ে কলে যে আমাৰ ঘৰত ছোৱালী নাছিল বাবে তাইক ভগৱানেহে পঠিয়াই দিছিল। আটাইকেইজনে মানসীক মূৰত ধৰি আশীৰ্বাদ দিলে।

মানসী আৰু বিক্ৰমে খুড়াইতক গোটেই দিল্লী মহানগৰী দেখুৱাই লৈ ফুৰিলে। প্ৰায় কুৰি-পঁচিশ দিনমানৰ মূৰত খুড়াইত উভতি গ'লগৈ।

মা আৰু মানসীক দক্ষিণ ভাৰতৰ প্ৰায়ভাগ ঠাই দেখুৱাই প্ৰায় কুৰিদিনমানৰ মূৰত দিল্লীলৈ ঘূৰি আহিলো আৰু পুনৰ লিখা কামত মনোযোগ দিলোঁ। মোৰ আগৰ যি কেইখন আলোচনা-সমালোচনাৰ কিতাপ প্ৰকাশ পাইছিল সেই কেইখনৰ উপৰিও আৰু তিনি মাহৰ ভিতৰত মই দেউতাৰ জীৱনীখন লিখি উলিয়াবলৈ দৃঢ় হলো। ইংৰাজীত প্ৰকাশ হোৱা কিতাপৰ ভিতৰত প্ৰধান আছিল—Psychological Aspect in Shakespeare's Hamlet; An Aspect of Individuality in Some of Shakespeare's Women; Loss of Individuality and Indian Women. আৰু অলপতে লিখিছিলো—The Doctrine of Free Will in Milton's Paradise Lost—মোৰ এই খেছিছ খনৰ এটা অসমীয়া ভাঙনি।

এইবোৰৰ লিখা কাম চলি থকা সময়ত লিখামেজৰ ওচৰত বহোঁতে বহোঁতে সময়ৰ কথা যেতিয়া পাহৰি গৈছিলো তেতিয়া বামু মোৰ ওচৰলৈ খাবলৈ মাতিবলৈ আহিলে খং উঠিছিল। মানসীয়ে মোৰ যত্ন লব লাগিছিল যদিও মানসীৰ পঢ়াৰ পৰিমাণ দিনে দিনে বৃদ্ধি পোৱাত মায়ে মোৰ খোৱালোৱাৰ যত্ন লৈছিল। কিন্তু এতিয়া মাৰ প্ৰায়ে অসুখ হৈ পৰি থকা হ'ল। গতিকে নিজৰ পঢ়া শুনা কৰাৰ উপৰিও মানসীয়ে মোৰো আলপৈচান ধৰিবলগীয়া হ'ল। তাই মোৰ ওচৰলৈ আহিলেহে মই পঢ়ামেজৰ ওচৰৰপৰা উঠিব পাৰোঁ। মোক অপৰ্যাপ্ত সময়ৰ দৰকাৰ; কাৰণ ইয়াৰ মাজতে কিছুমান প্ৰবন্ধ লিখি মই দুই তিনিখন আলোচনীলৈ পঠিয়াবলগীয়া হ'ল। তদুপৰি সাহিত্য বিষয়ক সভাবোৰৰ বাবে মই কিছুমান ভাষণ লিখিবলৈও বাধ্য হৈ আছোঁ। কেৱল ৰাতিৰ আহাৰ আৰু দুপৰীয়াৰ আহাৰ খাবলৈহে মই খোৱামেজলৈ যাওঁ। তাকো মানসীয়ে আহি হাতৰপৰা কলম আঁতৰাই মাতি নিব লাগে। বাকীবোৰ

খোৱা বস্তু তাই মোৰ লিখামেজৰ ওচৰলৈ লৈ আহে। আনকি গা ধোৱাৰ সময়তো কেৱল মানসীয়েহে মোক মনত পেলাই দিব লাগে। ৰাতি ১২ বজাৰ লগে লগে তাই আহি মোৰ হাতৰপৰা কলম কাগজ আঁতৰাই থয়; আৰু মই শুই থাকিবলৈ তাই নানান কৌশল অৱলম্বন কৰে। মই কিতাপ লিখাৰ বাবে মানসীৰহে চকুত টোপনি নাইকিয়া হ'ল; আৰু দেউতাৰ জীৱনীখন প্ৰকাশ হোৱাৰ পাছত মানসীৰহে আনন্দ সকলোতকৈ বেছি হ'ল।

হঠাতে "ককাইদেউ" মাত শুনি চক্ খাই উঠি বিছনাৰ ওপৰত উঠি বহিলোঁ। মানসী সোমাই আহি লাইট জ্বলাই দিলে। থক্‌মককৈ থিয় হৈ মই মানসীক সুধিলোঁ: "মাৰ ওচৰলৈ গৈছিলি, মানসী?"

চকু মোপা কৰি চাই তাই উত্তৰ দিলে: "অথনিয়ে গলোঁ, ঘূৰিও আহিলোঁ।" তাই মোৰ ওচৰলৈ আহি সুধিলে: "এন্ধাৰে মুন্ধাৰে যে পৰি আছিল, গা অসুখ হৈছে নেকি ককাইদেউ?"

"অসুখ হোৱা নাই; এনেয়ে।"

তাই চকীত বহি লৈ কলে: "এনেয়ে? মই লণ্ডনলৈ নাযাওঁ; বিক্ৰম অকলে যাওক। মোৰটো মই কেন্সেল কৰিম।"

মই উচপ্ খাই উঠি কলোঁ: "কিয়? তোৰ আকৌ কি হ'ল?"

তাই উত্তৰ দিলে: "মা বেমাৰী হ'ল আপোনাৰ কথা ভাবি ভাবি। আপুনি ইমান অসংযত। মই লণ্ডনৰপৰা ঘূৰি আহি ৰুগীয়া ককাইদেউৰ মুখ দেখিবলৈ পাম। মই নাযাওঁ।"

মই তাইৰ মূৰত হাত থৈ কলো: "তই মোৰ সপোনবোৰ ভাঙি দিব নোৱাৰ। মই বাৰু সংযত হবলৈ চেষ্টা কৰিম।"

তাই মোলৈ চাই প্ৰশ্ন কৰিলে: "সেই সন্ধিয়াৰপৰা ইয়াত এন্ধাৰে মুন্ধাৰে বহি কি কৰি আছিল? এইদৰে আপুনি বলিয়া হৈ যাব; আপোনাক অকলে এৰিব নোৱাৰি।"

"সেইবোৰ বাদ দে; মাৰ খোৱাখিনি জোগাৰ কৰি লৈ আছু।"

মানসীয়ে মাক হস্পিতালৰপৰা ঘৰলৈ লৈ অহাৰ কথা কলে। ঘৰত থাকিলেহে বেমাৰ ভাল হয়। তাই লণ্ডনলৈ যোৱাৰ আগতে মা ভাল হবই লাগিব। তাইৰ কথাত মই সন্মত হ'লোঁ। মাৰ বাবে খোৱা বস্তু লৈ মই হস্পিতাললৈ বুলি ৰাওনা হ'লোঁ।

ভাবিছিলো মাক হস্পিতালৰপৰা ঘৰলৈ লৈ অহাৰ পাছত মানসী আৰু বিক্ৰমৰ engagementটো কৰাই দিম। সিহঁত লণ্ডনলৈ যোৱাৰ আগতে সিহঁতৰ বিয়াখন পাতি দিয়াৰ মন আছিল। কিন্তু চাৰ্জনক ৰজতমোহনে কলে যে বিয়া নাপাতি engagement কৰি থোৱা ভাল; বিয়া হৈ গলে গৱেষণাত ব্যাঘাত ঘটিব পাৰে। বিক্ৰমৰো সেয়াই মত আছিল। গতিকে মাক হস্পিতালৰপৰা লৈ আহি engagementৰ ব্যৱস্থা কৰিম বুলি ঠিক কৰিলোঁ আৰু চাৰ্জনক লগ ধৰি কথা বতৰা হ'লোঁ। কিন্তু চাৰ্জনৰ কথা শুনি মোৰ মূৰত বজ্ৰপাত পৰাৰ দৰে হল। চাৰ্জনে কলে যে মাৰ brain operation কৰিব লাগিব। শিয়ঁৰি উঠি মই সুধিলো: "হঠাতে brain operation, চাৰ্জন?"

চাৰ্জনে মোক তেওঁৰ চেম্বাৰলৈ মাতি নি বহিবলৈ দিলে, আৰু বৰ গহীনভাৱে কলে: "প্ৰফেচৰ, বিক্ৰম আৰু মানসীৰ লণ্ডন যাত্ৰাৰ পিছলৈ ৰোগীক ৰাখিব পাৰিম বুলি মই ভাবিছিলোঁ। কাৰণ সিহঁত যোৱাৰ আগেয়ে এইকাম হলে সিহঁতৰ বিশেষকৈ মানসীৰ মনত ডাঙৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি হব। কিন্তু এতিয়া যি দেখিছোঁ, ৰোগীক ৰাখিব পৰা নাযাব। মোৰ উপায় নাই প্ৰফেচৰ; সিহঁত যোৱাৰ আগেয়ে অপাৰেশ্যন্ কৰিবলৈ মই বাধ্য।"

মোৰ মাত থোকাথুকি হৈ ওলাল: "তেন্তে, মাৰ brainত...?"

"হয় টিউমাৰ হৈছে। আপুনি তেখেতক হস্পিতাললৈ পঠোৱাত পলম কৰিলে।"

মই থিৰেৰে বহি থাকিব নোৱাৰিলোঁ। টেবুলত মূৰ থৈ তললৈ

মুৰ কৰি বহি থাকিলোঁ। মোৰ চকুৰপৰা আপোনা-আপুনি চকুলো ওলাই আহিল। চাৰ্জনে উঠি আহি মোৰ কান্ধত হাত থলে। মই মুৰ তুলি কলোঁ : "কি কৰিম চাৰ্জন, যেতিয়ালৈকে মা শয্যাগত নহয় তেতিয়ালৈকে মুখেৰে একো নকয়।"

থিয় হৈ মই চাৰ্জনৰ দুহাতত ধৰি কলোঁ : "চাৰ্জন, মাক জীয়াই ৰখাৰ উপায় কৰক।"

চাৰ্জনে মোক সান্ত্বনা দি কলে : "চিন্তা নকৰিব প্ৰফেচৰ। মই চেষ্টাৰ ত্ৰুটি নকৰো যদিও মই ভগৱান নহয়। operation successful হব পাৰে।"

মোৰ বুকুখন যেন সশব্দে ঢপ্‌ঢপাব ধৰিলে। মুখেৰে মাতিব নোৱাৰিলোঁ। চকুৰে যেন ধোঁৱা দেখিবলৈ ধৰিলোঁ। চাৰ্জনৰ ওচৰৰপৰা উঠি আহি মাৰ ওচৰত একেৰাহে তিনি দিন তিনি ৰাতি বহি আছোঁ। মোৰ মুখৰ মাত নাইকিয়া হৈ গৈছে। মানসীয়ে মোৰ মৌন অৱস্থা দেখি আৰু মাৰ ওচৰৰপৰা মোক ক'লৈকো উঠি নোযোৱা দেখি সন্ত্ৰস্ত হৈ পৰিল। তাই ভয় ভয়কৈ মোক প্ৰশ্ন কৰিলে : "ককাইদেউ, মাক ঘৰলৈ নিয়া নহ'ল যে? মৌন হৈ আছে কিয় ককাইদেউ?"

মাৰ ওচৰৰপৰা উঠি অলপ আঁতৰলৈ আহি মই তাইক সকলো কথা কলোঁ। ভয়ত তাই শেতা পৰি গ'ল। মই তাইক কলোঁ : "ভয় কৰি লাভ নাই মানসী; ভাগ্যত যি আছে সেয়ে হব। চাৰ্জনে কৈছে operation successful হব পাৰে।"

কিন্তু কি হব মই সকলো বুজি পালোঁ; আৰু মানসীয়েও হয়তো বুজিব পাৰিলে। মাৰ ওচৰত দুয়োজনে দিনে নিশাই বহি কটাইছোঁ : আৰু তেজপুৰৰ খুড়া-খুড়ীহঁতলৈ মাৰ গুৰুতৰ অৱস্থাৰ বিষয়ে জনাই খবৰ পঠাইছোঁ।

অস্ত্ৰোপচাৰৰ দিন আহি পৰিল। মাক operation theatreলৈ লৈ যোৱা হ'ল। মই, মানসী আৰু বিক্ৰম দুৱাৰৰ বাহিৰত অধৈৰ্য হৈ

ৈব থাকিলোঁ। মানসীয়ে মনে মনে কান্দি আছে। বিক্ৰমে মোৰ ফালে বিষাদপূৰ্ণ চাৱনিৰে চাইছে আৰু মই অস্থিৰভাৱে ইফালৰপৰা সিফালে খোজ কাঢ়ি আছোঁ। অৱশেষত দুৱাৰ খুলিলে; নাৰ্চ দুজনী ওলাই আহিল। সিহঁতৰ মুখলৈ চাই একো বুজি নাপালোঁ। মানসীয়ে বৰ ব্যস্ত হৈ সিহঁতক সুধিবলৈ যাব খোঁজোতেই সিহঁতে আমাৰ ফালে এবাৰ চাই গুচি গ'ল। মোৰ বুজিবলৈ বাকী নাথাকিল। মানসীয়ে "ককাইদেউ!" বুলি মোৰ হাতত খামুচি ধৰিলে। এনেতে চাৰ্জন ৰজতমোহন ওলাই আহিল। তিনিওজনে চাৰ্জনক আগুৰি ধৰিলোঁ। কিন্তু চাৰ্জনে এবাৰ মোৰ ফালে চাই মুখ ঘূৰালে। তেওঁৰ ওঁঠৰ কঁপনি মই দেখিলোঁ। বিক্ৰমে তাৰ থুতৰিত হাত দি বিষাদ মনেৰে আঁতৰি গ'ল। মই কোনোমতে গৈ পকাবেৰখনত দুহাতেৰে ধৰি তললৈ মূৰ কৰি ৰ'লোঁ। মানসী চিঞৰি উঠিল: "নহয়, ই হব নোৱাৰে!" দুয়োখন হাতেৰে মুখ ঢাকি তাই কান্দিবলৈ ধৰিলে। মোৰ বুকুখন ফাঁটি যাওঁ ফাঁটি যাওঁ হ'ল। থিয় হৈ থকাৰ শক্তি যেন মোৰ নোহোৱা হ'ল। হঠাতে মাক বগা কাপোৰেৰে ঢাকি উলিয়াই আনিলে। মানসী দৌৰি গৈ মাৰ মুখৰপৰা কাপোৰখন গুচাই দি চিঞৰি চিঞৰি কান্দি মাৰ বুকুত ঢলি পৰিল। মাৰ মুখখন সাবটি ধৰি দুয়ো বলিয়াৰ দৰে কান্দিবলৈ ধৰিলোঁ। বিক্ৰম আৰু চাৰ্জনে আমাক আঁতৰাই আনিলে। মানসীৰ চিঞৰত মোৰ বুকুত জাঠিৰ খোঁচনি পৰা যেন পালোঁ। তাই মোৰ বুকুতে ঢলি পৰি ঢাকুৰি ঢাকুৰি কান্দিবলৈ ধৰিলে।

মাৰ মৃতদেহৰ সৎকাৰ কৰিলোঁ। চাৰ্জন আৰু বিক্ৰম গোটেই ৰাতি আমাৰ ওচৰত বহি বহি আমাক সান্ত্বনা দি থাকিল। মানসীয়ে মাৰ বিছনাত মূৰ আফলিয়াই কান্দিবলৈ ধৰিলে; মাৰ কাপোৰ কিছুমান বুকুত বান্ধি তাই চিঞৰি থাকিল। মানসীয়ে যিমানে কান্দিলে সিমানে মই অস্থিৰ হৈ যাবলৈ ধৰিলোঁ। মাৰ বিছনাখনৰ ফালে মই যেন চাই থাকিব নোৱাৰোঁ: কান্দি থকা মানসীৰ ফালে মই চাব নোৱাৰোঁ;

তাৰপৰা ওলাই আহি বেঞ্চকনিত থিয় হৈ আছোঁ। বিক্রম আৰু চাৰ্জন মানসীৰ লগত ব্যস্ত হৈ পৰিছে। তাইৰ চিঞৰ শুনি থাকিব নোৱাৰি মই কোনফালেদি ক'লৈ আহিলোঁ কব নোৱাৰিলোঁ। বিভিন্ন গাড়ী মটৰৰ মাজে মাজে আহি আহি মই এঠাইত এটা স্তম্ভৰ ওচৰত বৈ গলোঁ। স্তম্ভটোৰ গাত দুহাতেৰে ধৰি মূৰটো স্তম্ভৰ গাত লগাই তললৈ মূৰ কৰি মই থিয় হৈ থাকিলোঁ। অসাৰ অনিত্য এই জীৱন কোন দিশে ধাবিত হৈছে মই নাজানিলোঁ। পাল নোহোৱা, বঠা নোহোৱা মোৰ জীৱন তৰী যেন কেৱল সমুদ্ৰ বক্ষত উটি ভাঁহি ফুৰিছে। মা অবিহনে মোৰ এই জীৱনৰ দিন ৰাতিবোৰ কি হৈ যাব তাক মই যেন কল্পনাও কৰিব নোৱাৰোঁ। সকলো শেষ হৈ গৈ এতিয়া মাথো অৱশিষ্ট মইজন পৃথিৱীত আছোঁ নে আকাশত আছোঁ নে পাতালত আছোঁ মই ধৰিবপৰা নাই। কিয় বাৰু মোৰ অন্তৰখন এইদৰে জ্বলিব লাগিছে? কিহে মোৰ কলিজাখন চেপি ধৰিছে? কিহে মোৰ নিশ্বাস প্ৰশ্বাসত অনল ঢালিছে? কিমান সময় ধৰি মই ক'ত থিয় হৈ আছোঁ তাক কব নোৱাৰিলোঁ...।

হঠাতে কাৰোবাৰ চিঞৰ শুনিলোঁ। মূৰ তুলি চোৱাৰ মোৰ শক্তি নাই। কিছুসময় পাছত বহুত চেষ্টা কৰি মই মূৰটো ঘূৰালোঁ। এন্ধাৰ হওঁ হওঁ হৈছে বোধহয়; ৰাস্তাৰ লাইটবোৰ জ্বলি আছে। সমুখৰ ঘাঁহনিডৰা দেখিলোঁ; ওপৰলৈ চালোঁ। দেখিলোঁ তিনমূৰ্তি স্তম্ভটোৰ বেদীত থিয় হৈ মূৰ্তিৰ গাত আউজি আছো। হঠাতে দেখিলোঁ মানসী আৰু বিক্রম দৌৰি দৌৰি আহিছে। দৌৰি আহি মানসীয়ে মোৰ ভৰি দুখনত সাবটি ধৰিলে আৰু কান্দি কান্দি কবলৈ ধৰিলে: "ককাইদেউ, আপোনাৰ কি হৈছে? কিয় ইয়ালৈ আহিছে?"

বিক্রমে কৈছে: "ইয়ালৈ কিয় আহিছে ককাইদেউ? আহক, ঘৰলৈ যাওঁ। ৰাতি হ'ল; ইয়াত থাকিব নালাগে।"

মই সুধিলোঁ: "ৰাতি হ'ল? এৰা, এই ৰাতি বৰ অন্ধকাৰ।"

মানসীয়ে উঠি মোৰ বাউসীত ধৰি জোকাৰি জোকাৰি কান্দি কান্দি কৈছে: "ৰাতিপুৱাৰপৰা আপোনাক বিচাৰি বিচাৰি পোৱা নগল। মনে মনে কিয় গুচি আহিছে ককাইদেউ ?"

বিক্ৰমে কলে: "বলক ককাইদেউ, ঘৰলৈ যাওঁ। সৌৱা আমি গাড়ী লৈ আহিছোঁ। আহক।"

সিহঁত দুয়ো মোক হাতত ধৰি আগুৱাই আনিলে। ঘৰ পোৱাৰ পাছত সিহঁতে মোক বিছনাত শুৱাই দিলে; মোৰ হাত ভৰিবোৰ বিছনাত ভালদৰে মেলাই দি সিহঁত মোৰ মূৰৰ ওচৰলৈ আহি থিয় দিলে। মানসীয়ে তাইৰ মুখখন মোৰ মুখৰ ওচৰলৈ আনি মোৰ চকুলৈ চাই কলে: "ককাইদেউ, মোক নজনোৱাকৈ আপুনি আৰু ক'লৈকো নাযাব। গলে মই বেয়া পাম।"

মানসীৰ চকু দুটা উখহিছে। মই অলপ সুস্থিৰ হৈ তাইৰ চকু দুটা মচি দি কলোঁ: "নাযাওঁ মানসী; কিন্তু তই নাকান্দিবিচোন; কান্দোন শুনিলে মোৰ বুকুত কি হয় মই কব নোৱাৰোঁ।"

তাই মোৰ গাত কম্বল এখন দি কলে: "মই বাৰু নাকান্দোঁ।

বিক্ৰমক মোৰ বাওঁফালে থিয় হৈ থকা দেখি মই উঠি বহিলোঁ; আৰু দুয়োফালৰপৰা মানসী আৰু বিক্ৰমক দুয়োহাতেৰে ওচৰলৈ টানি আনিলোঁ আৰু মোৰ বুকুৰ ওপৰত দুয়োৰো মূৰ দুটা লগ লগাই দি কিছুসময় সিহঁতক সেইদৰে ধৰি ৰাখিলোঁ।

কিন্তু মাৰ কোঠাটোৰ ফালে মই চাব নোৱাৰোঁ; খোৱামেজত মাৰ চকীখনৰ ফালে মই চাব নোৱাৰোঁ; নিজৰ কোঠাৰপৰা মই বাহিৰ ওলোৱা নাই। বন্ধু-বান্ধৱেও মোৰ কোঠালৈকে সোমাই আহি মোৰ খবৰ লৈছে। মানসীয়ে মোৰ কোঠাৰ একোণত এখন মেজ আৰু দুখন চকী পাৰিছে আৰু তাতে দুয়োৰো খোৱাৰ বন্দোৱস্ত কৰিছে। কিন্তু তিনিদিন ধৰি মই একো খোৱাই নাই। মানসীয়ে খাইছেনে নাই মই কব নোৱাৰিলোঁ। মেজখনৰ ওপৰত ফলমূলবোৰ পৰি আছে। মানসীয়ে

মোক ফলমূল খাবলৈ জোৰ কৰি আছে। কিন্তু মই তাইৰ হাতখন আঁতৰাই দিছোঁ। মই কেৱল শুই আছোঁ।

তিনিদিনৰ দিনাখন তেজপুৰৰপৰা খুড়া আৰু দেউঁৰ ল'ৰা দুজন আহিছে। তেওঁলোকে বিক্ৰম আৰু চাৰ্জনৰ সহায়ত মাৰ আদ্যশ্ৰাদ্ধৰ সকলো ব্যৱস্থা কৰিলে। মই মাথো এটা মেচিনৰ দৰে তেওঁলোকে যি কৈছে তাকেই কৰি গৈছোঁ। এইদৰেই মাৰ আত্মাৰ সদ্গতি বিচৰা হ'ল।

হঠাতে দেউতাৰ কোঠাত শুই থাকোতে দেখা সপোনটোৰ কথা মোৰ মনত পৰিল। লগে লগে মনত পৰিল ৰূপালীয়ে মোৰ প্ৰতি কৰা অবিচাৰৰ কথা, প্ৰশান্ত বৰুৱাই ৰূপালীক মোৰ ওচৰৰপৰা কাঢ়ি লৈ যোৱা কথা, দেউতাৰ নৃশংস হত্যাকাণ্ডৰ কথা, মাৰ অকাল বৈধব্যৰ কথা, মানসীৰ প্ৰতি কৰা ৰূপালীৰ কটূক্তি, আৰু চলিহাৰ স্ত্ৰীৰ তাইৰ ওপৰত কৰা অত্যাচাৰৰ কথা। মই দৃঢ় প্ৰতিজ্ঞ হ'লোঁ। অমানৱীয়তাৰ বিৰুদ্ধে, সামাজিক ব্যাধিৰ বিৰুদ্ধে, ভুৱা আভিজাত্যৰ অহংকাৰৰ বিৰুদ্ধে, মানুহৰ কপটাচৰণৰ বিৰুদ্ধে, অপ্ৰত্যাশিত পৰিবেশৰ বিৰুদ্ধে সংগ্ৰাম কৰিবলৈ মই যেন নতুন শক্তি পালোঁ। মা দেউতাৰ ফটো দুখন মেজৰ ওপৰত সজাই ললোঁ। আকৌ লিখিবলৈ আৰম্ভ কৰিলোঁ। মানসীয়ে যেতিয়া কোনো বৈজ্ঞানিক সমস্যাৰ সমাধান বিচাৰি নিজৰ কোঠাত ব্যস্ত হৈ থাকে মই তেতিয়া ব্যস্ত হৈ থাকোঁ মোৰ লিখনিক লৈ। মানসীয়ে ৰাতিৰ আহাৰ যোগাৰ কৰি আনে মোৰ কোঠালৈ। খোৱাৰ পাছত তাই মোৰ শোৱাৰ ব্যৱস্থা কৰি দি, দৰকাৰ হ'লে মোক বিছনাত শুৱাই দি তাই গুচি যায়। কিন্তু তাই গুচি যোৱাৰ পাছত পুনৰ মোৰ লিখা কাম চলি থাকে। কেতিয়াবা ৰাতি দুই বাজে; কেতিয়াবা তিনি বাজে; কিন্তু সময়ৰ প্ৰতি চকু দিয়াৰ মোৰ সময় নাই।

কিছুদিন পাছত মানসীয়ে মোক খোৱা মেজলৈ যাবলৈ অনুৰোধ কৰি থকাত মই মান্তি হলোঁ। তাই মোৰ কোঠাৰ চকী-মেজবোৰ উঠাই পেলালে। কিন্তু তাইক ফাঁকি দি বহুত নিশালৈ মোৰ লিখা কাম চলি থাকিল।

মানসীৰ লণ্ডন যাত্ৰাৰ আগদিনাখন। চাৰ্জন বজতমোহনৰ লগত লগ লাগি মানসী আৰু বিক্রমৰ নিৰন্ধ ( engagement ) পাতি দিলোঁ। কিছু ধুম ধাম কৰা হ'ল। বহুত বন্ধু-বান্ধৱৰ মাজত উলহ মালহেৰে পাৰ হৈ গ'ল সিহঁতৰ নিৰন্ধ। সিদিনা সন্ধিয়া প্ৰায় নমান বজাত খোৱামেজত বহি আছোঁ আমি চাৰিজন—চাৰ্জন, মই, বিক্রম আৰু মানসী। চাৰ্জনে লণ্ডনৰ কথা কৈছে। বিক্রম আৰু মানসীক তেওঁ বহুত কথা বুজাইছে, হাঁহিছে, দুই এটা খুহুতীয়া কথা কৈছে। মই বিক্রমক কৈছোঁ মগজু আৰু অন্তৰৰ কথা, চিন্তা আৰু আবেগৰ কথা, বিজ্ঞান আৰু ক'লাৰ কথা, matter আৰু spiritৰ কথা আৰু এইবোৰৰ উপযুক্ত সমন্বয়ৰ কথা। আৰু বিক্রমৰ কথামতে চলিবলৈ মানসীক আদেশ দিছো। কিন্তু মানসীয়ে খাই থাকোঁতে মাজে মাজে মোৰ ফালে বৰ মনোযোগ দি চাই আছে।

হঠাতে তাই সুধিলে: "আপোনাৰ চকুৰ তলত কি হৈছে ককাইদেউ? ক'লা পৰিছে কেলেই?"

চাৰ্জনে কলে যে মানসী কালিলৈ গুচি যাব বাবে বোধহয় মই নিশা ভালদৰে টোপনি মাৰিব পৰা নাই। মই মনে মনে থাকিলোঁ কাৰণ নিশা জাগি থকা কথাটো মানসীয়ে গম পোৱা নাছিল। চাৰ্জনে মোক পৰামৰ্শ দিলে যে মানসীহঁত লণ্ডনলৈ যোৱাৰ পাছত মই অলপ অসময়পৰা ঘূৰি আহিব লাগে। কাৰণ পৰিবেশৰ পৰিবৰ্তন হোৱাটো মোৰ বাবে দৰকাৰ। কিন্তু মই কলোঁ যে বৰ্তমান মোৰ লিখা কাম ইয়াত বাহিৰে আন ঠাইত সম্ভৱ নহয়। এতিয়া কামৰ ক্ষতি হোৱাটো নিবিচাৰোঁ। কিন্তু মই লক্ষ্য কৰিলো মানসীয়ে তীক্ষ্ণ দৃষ্টিত মোৰ ফালে চাই আছে।

খোৱাৰ শেষত অহাকালিৰ বাবে সাজু হবলৈ কৈ বিক্রম আৰু চাৰ্জন ঘৰলৈ গ'লগৈ। মই মানসীৰ pakingঅত সহায় কৰি দি বামুক আৱশ্যকীয় পৰামৰ্শ দিলোঁ আৰু মানসীক শুই থাকিবলৈ কৈ মই নিজৰ কোঠালৈ আহিলোঁ। মানসী মোৰ পাছে পাছে মোৰ কোঠালৈ সোমাই আহিল। মই তাইক কলোঁ: "তই শুই থাকগৈ মানসী।"

কিন্তু তাই শুৱলৈ নগ'ল। তাই আহি মোৰ ওচৰত বহিল। সেমেনা-সেমেনিকৈ তাই ক'লে: "ককাইদেউ, কাইলৈ মোৰ যোৱাৰ মন নাই। বিক্ৰম অকলে যাওক।"

তাই মোৰ হাত দুখন খামুচি ধৰি ফেঁকুৰিবলৈ ধৰিলে। মই ক'লোঁ: "মানসী, যোৱাৰ আগমুহূৰ্তত কন্দা-কটা কৰা ভাল নহয়।"

"আপুনি নহ'লে মোক কথা দিয়ক—ৰাতি এঘাৰবজাৰ লগে লগে শুব, সময়মতে খোৱা-লোৱা কৰিব।"

"তই মোৰ বাবে ইমান চিন্তা কিয় কৰিছ? ৰামু আছে নহয়, মই নমৰোঁ; লিখাৰ বাবে হ'লেও মই জীয়াই থাকিব লাগিব। এতিয়া যা শুই থাকগৈ।"

চকুপানীবোৰ মচি উঠি তাই ক'লে: "লিখাৰ বাবেইতো মোৰ ইমান চিন্তা। সেয়েহে মোক কথা দিব লাগিব। এঘাৰবজাৰ পাছত নিশা লিখিব নোৱাৰিবে। খোৱা-লোৱাৰ বাবে ৰামুৱে যাতে বাট চাই থাকিব নালাগে।"

"বাৰু বাৰু, পাৰ্যমানে মই তোৰ কথামতে চলিম।"

তাই থিয় হৈ আকৌ ক'লে: "ককাইদেউ, আপোনাৰ এই লিখাবোৰ কেইবছৰমান এৰি পেলাওক। বহুত লিখা হ'ল নহয়। মই ঘূৰি অহাৰ পাছত পুনৰ লিখিবলৈ আৰম্ভ কৰিব। হ'বনে ককাইদেউ?"

তাইৰ কথাৰ উত্তৰ নিদি মই বিছনাত শুই শুই তাইৰ গতি-বিধি লক্ষ্য কৰি থাকিলোঁ। দেখিলোঁ তাই মেজৰ ওপৰত থকা কলম-কাগজ-বোৰ সামৰি লৈ গৈ আলমাৰীত ভৰাই থলে; মা-দেউতাৰ ফটো দুখনো নি আলমাৰীত ভৰাই সজাই থলে। আৰু মোৰ ওচৰলৈ আহি মোৰ চকুৰ তলত আঙুলি দি ক'লে: "ককাইদেউ, এই ক'লা দাগবোৰ মই ঘূৰি অহাৰ আগত উঠি যাব লাগিব। ঘূৰি আহি এইবোৰ চাবলৈ মই ইচ্ছা নকৰোঁ।"

"মোৰ টোপনি ধৰিছে। মই এতিয়া শুই থাকিম।"

"ভাল কথা, মই আঁঠুৱাখন পেলাই দি যামগৈ।"

মই তৎক্ষণাৎ বিছনাত উঠি বহি তাইক সুধিলোঁ: "মানসী, তোৰ মাৰলৈ আজি মনত পৰা নাই ?"

তাই মোৰ ওচৰত বহি ক'লে: "মাজে মাজে মনত পৰে; কিন্তু আজি পৰা নাই। আজি মোৰ মাথোন এটাই চিন্তা। আপোনাৰ বাবে মোৰ বৰ ভয় লাগি আছে।"

মই একো নামাতিলোঁ। গাৰুত শুই পৰিলোঁ। মানসীয়ে হালি মোৰ বুকুৰ কামিজৰ বুটাম এটা চুই চুই পুনৰ ক'লে: "ককাইদেউ, মোৰ বৰ ভয় লাগি আছে।" মই ক'লোঁ: "মানসী, আজি তোৰ আৰু মোৰ জীৱনৰ সাৰ্থকতাৰ দিন। আজি বৰ গৌৰৱৰ দিন। তোৰ বাবে মোৰ যি প্ৰতিজ্ঞা আছিল তাক তই পূৰণ কৰিলি। এদিন তই বৈজ্ঞানিক হৈ ঘূৰি আহিবি। আন এটা গৌৰৱৰ কথা হ'ল—মই মোৰ জীৱনত যি হেৰুৱালো সেয়া তই লাভ কৰাটো মই বিচাৰিছিলোঁ। আজিয়েই তোৰ নৱজীৱনৰ সূত্ৰপাত হ'ল। সেয়েহে মোৰ মনত বৰ আনন্দ লাগিছে। সেয়েহে তোৰ এই ভয় ভিত্তিহীন।"

মানসীয়ে চকু চল্‌চলীয়া কৰি মুখ ওন্দোলাই বুটামটো লাৰি-চাৰি ক'লে: "আপুনি কিয় further Studyৰ বাবে বিদেশলৈ যোৱাৰ ব্যৱস্থা নকৰিলে ? আমি একেলগে যাব পাৰিলোঁহেঁতেন। আপুনি অকলে থাকিব নালাগিলহেঁতেন।"

"মই কেৱল Study কৰি থাকিলে নহ'ব মানসী। সমাজৰ বিৰুদ্ধে যুদ্ধ কৰাৰ সময় কেতিয়াবাই আহিল; আৰু মোৰ অস্ত্ৰ মাথোন এপাতেই। বাৰু, বাদ দে সেইবোৰ; এতিয়া শুবলৈ যা।"

কিন্তু তাই নুঠিল। মোৰ বুকুৰ ওপৰত মূৰটো পেলাই দিলে। মই তাইক আঁতৰাই বিছনাৰপৰা উঠি থিয় হলোঁ আৰু তাইৰ হাতত ধৰি থিয় কৰাই দি ক'লোঁ: "ব'ল, তোৰ কোঠালৈ ব'ল। যি দেখিছো আজিও তোক শুৱাই থৈ আহিব লাগিব।"

"লাগিব, কাৰণ আপুনিয়ে মোৰ মা-দেউতা, ককাই সকলো।" এইবুলি তাই মোৰ বুকুত মুৰ থৈ আউজি ৰ'ল। মই তাইক দুয়ো হাতেৰে সাবটি ধৰিলো। তাই মোৰ চকুলৈ চাই ক'লে: "ককাইদেউ, মই আপোনালৈ ঘনাই ঘনাই চিঠি দিম। মাথোন আপুনি মোক জনাই থাকিব আপুনি কেনে আছে। জনাবনে?"

"জনাম মানসী!" এইবুলি মই তাইৰ মূৰৰ চুলিৰ মাজত মোৰ মুখখন গুজি দিলোঁ। কেইমিনিটমানৰ পাছত তাই মোৰ বাহুৰ মাজৰপৰা ওলাই মোৰ হাতত ধৰি বিছনালৈ মোক লৈ আহি শুৱাই দি ক'লে: "শোৱক ককাইদেউ; আপোনাৰ টোপনি ধৰিছিল নহয়।" ময়ো শুই থাকিলোঁ। মানসীয়ে মোৰ আঁঠুৰা পেলাই ঠিক-ঠাক কৰি দি লাইটটো নুমাই গুচি গ'লগৈ।

হঠাৎ মোৰ কপালত আৰু চুলিত আঙুলিৰ পৰশ পাই সাৰ পাই চকুমেলি দেখো মোৰ কোঠাৰ লাইট জ্বলি আছে। আৰু মানসী আঁঠুৰাৰ ভিতৰত সোমাই মোৰ ওচৰত বহি মোৰ চুলিৰ মাজেৰে আঙুলি বুলাই আছে। তাই পিন্ধি থকা ঢিলা নাইট গাউনটোৰ ঢিলা হৈ ওলমি থকা হাতখন মোৰ চকু-মুখত লাগি আছে। তাইৰ হাতখন আঁতৰাই দি মই তাইৰ চকুলৈ চালোঁ। তাইৰ মুখমণ্ডল বিষাদেৰে উপচি পৰিছে। চকুযুৰি চল্‌চলীয়া হৈ আছে। তাইৰ ওঁঠত উদ্বিগ্নতাৰ চেঁচা পৰিলক্ষিত হৈছে। মই সুধিলোঁ: "তই শুবলৈ নগলি, মানসী?"

তাই গহীনভাবে উত্তৰ দিলে: "গৈছিলোঁ।"

"আকৌ কিয় আহিলি?"

তাই নামাতিলে। তাইৰ ওঁঠৰ কঁপনি দেখি হঠাতে মোৰ মনত পৰিল—বহুবছৰ আগেয়ে ৰূপালীয়ে মোক এৰি গুচি যাওঁতে মোৰ মায়ে এইদৰে বহি সজল নয়নেৰে মোৰ কপাল আৰু চুলিত মৰমৰ হাত বুলাই দিছিল। মানসীৰ চকু-মুখত মাৰ ছবিটো মই যেন দেখিবলৈ

পালোঁ। মই ক'লোঁ: "মানসী, টোপনি নাহিলে কালিলৈ তোৰ গা অসুখ কৰিব।"

তাইৰ হাতখন মই মোৰ বুকুত থলোঁ। তাই মোৰ হাতৰ ওপৰত মোৰ বুকুত তাইৰ কপালখন থৈ ক'লে: "ককাইদেউ, আপুনি অকলে থাকিব নোৱাৰে।"

মই নামাতিলোঁ। মানসী গুচি যোৱাৰ পাছত এই ঘৰত কি পৰিস্থিতি হ'ব তাক ভাবি ময়ো শিয়ঁৰি উঠোঁ; আৰু সেই কথা নাভাবিবলৈ যত্ন কৰি আছোঁ। কিন্তু মোৰ দুৰ্বলতাবোৰ দেখিলে তাইৰ আজি ইয়াত যি মানসিক অস্থিৰতাই দেখা দিছে, লণ্ডনত তাই ইয়াতকৈ বেছিহে অস্থিৰ হৈ পৰিব। তাইৰ মনটো ভাল লগাবৰ বাবে কি কৰিম ভাবি থাকোঁতে হঠাৎ মই অনুভৱ কৰিলোঁ মানসীৰ চকুলোবে মোৰ হাত আৰু বুকু তিয়াই দিছে। মই উঠি বহি তাইক আঁকোৱালি লৈ ক'লোঁ: "মানসী, শুবলৈ যা। তোৰ আজি ভাল টোপনি হ'ব লাগিব।" তাই মুখ জোকাৰিলে। মই সুধিলোঁ: "গোটেই নিশা এইদৰে বহি থাকিবি তই?"

তাই উত্তৰ দিলে: "ইয়াতে শুম।"

মই তাইক গাৰুত শুৱাই দিলোঁ। তাইৰ গাটো বেডক'ভাৰখনেৰে ঢাকি দি মই বেডক'ভাৰৰ বাহিৰত তাইৰ ওচৰত শুই পৰিলোঁ আৰু মোৰ বাউসীৰ ওপৰত তাইৰ মূৰটো তুলি ললোঁ। কিন্তু লগে লগেই তাই মোক সাবটি ধৰি তাইৰ মুখটো মোৰ ডিঙিৰ ওচৰত ৰাখিলে। মই তাইৰ চুলিবোৰ লাৰি-চাৰি ক'লো:

"মানসী, লণ্ডনত তই এইদৰে থাকিলে তোৰ গৱেষণাত ব্যাঘাত জন্মিব আৰু বিক্ৰমৰ খং উঠিব। বিক্ৰমে তোৰ ওপৰত খং কৰাটো তই বিচাৰ নেকি?"

তাই চুটি উত্তৰ দিলে: "উহু।"

"তেনেহলে তাৰ বৈজ্ঞানিক কাৰ্যপদ্ধতি তই শইয়া কৰিব নালাগিব জানো? আৰু শুন, মই ইয়াত অকলে থাকিব পাৰো নে নোৱাৰো সেই কথাটোতকৈ মোৰ মৃত্যুৰ পাছত মোৰ আদৰ্শখিনি কেনেকৈ বৰ্তি থাকিব আৰু তাত তোৰ আৰু বিক্ৰমৰ অৰিহণা কি হ'ব সেইটোহে বেছি গুৰুত্বপূৰ্ণ কথা। আদৰ্শক জীয়াই ৰাখিবলৈ তাৰ লান বা বৃদ্ধিৰ ( continuation) আৱশ্যক। কিন্তু মোৰ continuation নাই—কিছুমান নিৰ্মম সত্যই সেইটো হ'ব নিদিলে। ৰূপালীয়ে এইবোৰ কথা নুবুজিলে। তই বুজিব লাগিব। এতিয়া, মোৰ continuation হ'ব কেৱল তোৰ আৰু বিক্ৰমৰ অন্তৰ আৰু মগজুৰ সমন্বয়ত সৃষ্টি হোৱা নৱজীৱনৰ ভৱিষ্যতে। কাৰণ বিক্ৰমৰ মাজতে মই মোকহে দেখা পাওঁ। মোৰ আদৰ্শ তাৰ আদৰ্শ একে। সেইকাৰণে তোক মই বিক্ৰমৰ হাতত অৰ্পণ কৰিছো। বিক্ৰমৰ শাৰীৰিক অথবা আধ্যাত্মিক পৰিভ্ৰমণৰ সহচৰী তই, নহয়জানো?"

তাই "উ" উচ্চাৰণ কৰি মনে মনে থাকিল। তাইৰ মন চোৱাৰ বাবে মই পুনৰ ক'লোঁ: "ঠিক আছে, তোক মই বিক্ৰমৰ লগত যাব নিদিওঁ; তই মোক এৰি যোৱাৰ মন নকৰ নহয়? কিন্তু তই আৰু কোনোদিন বিক্ৰমৰ ওচৰলৈ যাব নোৱাৰ। চিৰদিন মোৰ লগত থাকিব লাগিব।"

উচপ্‌খাই উঠি মানসীয়ে ক'লে: "তেনেহ'লে—ককাইদেউ—বিক্ৰমক আমাৰ ঘৰলৈ মাতি আনিম?"

মই দৃঢ়স্বৰে ক'লোঁ: "উহু। ইয়াত থাকি তাৰ ব্যক্তিত্বক অপমানিত হ'বলৈ সি কিয় দিব? তই সদায় মোৰ লগত থাকিলে তাক পৰিত্যাগ কৰিব লাগিব।"

মানসীয়ে চকু ডাঙৰ কৰি মোৰ ফালে চালে। সকলৈ তাইৰ ডিঙিৰ শব্দ এটা উঠিল। ওঁঠত বেজাৰৰ চিন পৰিলক্ষিত হ'ল। হঠাৎ মোৰ বুকুৰ ওপৰত মূৰ পেলাই তাই নিশ্চল হৈ পৰি থাকিল। ময়ো নেমাতিলোঁ। কিন্তু মই অনুভৱ কৰিলো যে মোৰ কামিজটো আঙুলিৰে

টানি টানি তাই কান্দুৰি আছে। হঠাৎ তাইৰ ডিঙিৰ ভিতৰৰপৰা দীঘল উশাস এটা কঁপি কঁপি ওলাই আহিল। মই মনে মনে হাঁহিলোঁ। তাই তেনেকৈয়ে পৰি থকা দেখি মই তাইৰ মুখখন ঘূৰাই লৈ দাঙি ধৰিলোঁ। দেখোঁ যে তাইৰ চকুলো বৈ আছে; ওঁঠ দুটা কঁপি ফেঁকুৰাৰ দৰে হৈ আছে, কিন্তু ফেঁকুৰণিৰ শব্দ ওলোৱা নাই। মই সুধিলোঁ: "কান্দিছ কিয়?"

তাই মোৰ কামিজৰ ফালে চাই চাই কঁপা কঁপা মাতেৰে লাহে লাহে ক'লে: "তেনেহ'লে আজিৰ নিবন্ধ কিয় পঢ়া হ'ল?"

তাইৰ মূৰটো মোৰ বুকুত লগাই দি মই ক'লোঁ: "মই জানো, তই বিক্ৰমৰ সুখ-দুখৰ সহচৰী হবি। মই ফুৰ্তিহে কৰিছিলোঁ। কিয় কান্দিছ?"

তাই মূৰ দাঙি মোৰ চকুলৈ চাই হাঁহিলে। মই পুনৰ ক'লোঁ: "তেনেহলে তোৰ ইমান ভয়ৰ কাৰণ কি মই নুবুজিলোঁ।"

মই তাইৰ চকু-মুখ নিৰীক্ষণ কৰি থাকোঁতে তাই মোৰ ডিঙিত মেৰিয়াই ধৰি পুনৰ বুকুৰ ওপৰত মূৰ পেলাই ক'লে: "আপুনি অকলে থাকিব নোৱাৰে নহয় ককাইদেউ। মই আপোনাক মোৰ ওচৰৰপৰা ক'লৈকো যাব নিদিওঁ। লণ্ডনৰপৰা ঘূৰি আহোঁচোন।"

তাইৰ মুখখন দাঙি ধৰি মোৰ ওঁঠ নোখোলাকৈ হাঁহি মই সুধিলোঁ: "মোক ক'লৈকো যাব নিদিয়? তোৰ লগত ৰাখিবি?

"ৰাখিম।"

"অৰ্থাৎ তই দুয়োজনকে একেলগে পাব বিচাৰ? কিয়?"

তাই মূৰ পেলাই কৈ উঠিল: "বিচাৰোঁ; দুয়োজনকে বিচাৰোঁ। ককাইদেউ, মই লণ্ডনত থকা কেইবছৰ আপুনি বিক্ৰমৰ দেউতাকৰ লগত থাকক। মোৰ গৱেষণা শেষ হোৱাৰ লগে লগেই মই দৌৰি আহিম। আপোনাক মই অকলে এৰিব নোৱাৰো ককাইদেউ।"

মানসীয়ে আৰু কিবা কৈ আছিল। কিন্তু মোৰ কাণত নোসোমাল। এসময়ত ময়ো দুয়োজনীকে একেলগে পাবলৈ বিচাৰিছিলোঁ—কপালীক

আৰু মানসীক। কিন্তু মই নাপালোঁ। ইয়াক মই মোৰ দুৰ্ভাগ্য বুলি ক'ব নোখোজোঁ। মই ৰূপালীক নাপালো ৰূপালীৰ দোষত। এতিয়া মই অকলশৰীয়া হোৱাতকৈ ৰূপালীৰ কি বিপৰ্যয় হ'ল সেইটোহে বেছি ভয়াৱহ কথা হৈ পৰিছে। সীমান্ত ফুকনৰ কথা মনলৈ অহাৰ লগে লগে মোৰ কলিজা ঢপঢপাবলৈ ধৰিলে। মোৰ প্ৰতিশোধ ল'বৰ বৰ মন গ'ল। কিন্তু কেনেকৈ? এতিয়া মই ৰূপালীক টানি লৈ আহিব নোৱাৰোঁ। টানি লৈ আহিব পাৰিলোহেঁতেন তেতিয়াই; কিন্তু তেতিয়া ৰূপালীয়ে মোক সমৰ্থন নিদিলে। এবা, মই মোৰ লিখনিকে অস্ত্ৰহিচাপে ব্যৱহাৰ কৰিম। ভুৱা আভিজাত্যৰ চাৰিবেৰৰ মাজত থাকিব খোজা ৰূপালীয়ে বুজি পাওক। মোৰ লিখনিবোৰ পঢ়ি পঢ়ি তেওঁ এদিন মোৰ ওচৰলৈ দৌৰি আহিব লাগিব। হঠাৎ মই উঠিব খুজিলোঁ। মানসী যে মোৰ বুকুৰ ওপৰত পৰি আছে, মোৰ খেয়ালেই নাছিল। তাইৰ তেনেকৈয়ে টোপনি আহিছে। মোৰ ডিঙিৰপৰা তাইৰ হাত দুখন এৰুৱাবলৈ চেষ্টা কৰিলোঁ। কষ্ট কৰি তাইৰ হাত দুখন এৰুৱাই মই তাইক গাৰুত শুৱাই দিলোঁ। আৰু উঠি বহি তাইৰ ভৰি দুখন দীঘলকৈ পাৰি দিলোঁ। বেৰৰ ঘড়ীটোলৈ চাই দেখোঁ যে নিশা বাৰ বাজি পাৰ হৈ গৈছে। তাইৰ ডিঙিলৈকে বেডক'ভাৰখন টানি দি বেডক'ভাৰৰ বাহিৰত তাইৰ ওচৰত শুই পৰিলোঁ।

## যোল

ৰাতিপুৱা মেঘৰ গাজনি শুনি সাৰ পাই ঘড়ী চাই দেখোঁ ছয় বাজিছে। দেখিলোঁ মানসীয়ে বেডক'ভাৰখন নাকলৈকে টানি লৈ মোৰ ফালে পিঠি দি কাতি হৈ শুই আছে। তাইক তাহানিৰ সাত বছৰীয়া মানসী যেন লাগিল। বিছনাৰপৰা নামি আঁঠুৱাখন তুলি তাইক জগাই দিলোঁ: "উঠ মানসী, বেলি হ'ল।"

তাই খক্‌মক্‌কৈ উঠি বহিল। আগনিশাৰ বিষাদখিনি এতিয়া তাইৰ

মুখমণ্ডলত নাই। মই তাইৰ চকুলৈ চাই হাঁহি মাৰি সুধিলোঁ: "টোপনি হ'লনে তোৰ?"

তাই চকু মোহাৰি উত্তৰ দিলে: "হৈছে।"

"যা সোনকালে ওলাগৈ। আমি ওলাই বিক্ৰমদাইতৰ বাবে বাট চাম। বামুৰ খোৱাৰ যোগাৰ হ'লেই চাগে।" তাই উঠি গ'ল।

অলপ পাছত মই পোছাক পিন্ধি সাজু হৈ ওলালোঁ। জোতাযোৰ পিন্ধিব খোজাৰ লগে লগে মানসী সাজি-কাচি সোমাই আহিল। তাই এযোৰ বগা, সেউজীয়া আৰু কফিৰঙৰ গুণাৰ কাম কৰা সোণালী বৰণৰ পাটৰ মেখেলা চাদৰ পিন্ধিছে। তাইৰ পঢ়াজীৱনত অসমীয়া পোছাক কমকৈ পিন্ধিছিল। তাই কৈছিল যে পৱিত্ৰ আৰু মহান পৰ্বদিনত অসমীয়া পোছাকক তাই মৰ্যাদা দিব। যেনিয়ে-তেনিয়ে ব্যৱহাৰ কৰিলে সেইবোৰ নষ্ট হৈ যাব। আজি সোণালী পোছাকেৰে তাইক এটি সোণৰ মূৰ্তি যেন লাগিল। তাইৰ ফালে চাই হাঁহি মই জোতাযোৰলৈ হাত মেলোঁতে তাই বাধা দি মোৰ সন্মুখত থিয় হৈ ক'লে: "বিদেশলৈ যোৱাৰ সময়ত মানুহে পিতৃ-মাতৃক সেৱা কৰাৰ উপৰিও ভগৱানৰ আশীৰ্বাদ লয়। মোৰ কিন্তু আন কোনো ভগৱান নাই। মোৰ ভগৱান আপুনি ককাইদেউ।" এইবুলি তাই হাদি গৈ মোৰ ভৰি দুখন সাবটি ধৰিলে আৰু মোৰ ভৰিৰ পতাত মূৰ থৈ বৈ থাকিল। তাইৰ চকুলো সৰি মোৰ ভৰিৰ পতাত পৰিল। মই তাইক তুলি ধৰি চকুলো মচি দিলোঁ। মোৰ অন্তৰখনো হাহাকাৰ কৰি উঠিল। তাইক মোৰ দুবাহুৰ মাজত সুমুৱাই ললোঁ। মানসীয়ে মোৰ বুকুত মুখ গুজি মোক সাবটি ধৰিলে। এইদৰে কিছুসময় বৈ থকাৰ পাছত ব্ৰেকফাষ্ট খাবলৈ বামুৱে চিঞৰিলে। মানসীৰ কপালত চুমা খাই মই তাইক যাবলৈ কৈ জোতাযোৰ পিন্ধিবলৈ বিছনাত বহি ললো। মানসীয়ে মোৰ হাতৰপৰা জোতা কাঢ়ি লৈ ক'লে: "ককাইদেউ, আজি মই পিন্ধাই দিম।"

মই খং কৰি ক'লোঁ: "যা ডাইনিং টেবুললৈ।" তাই ওফোন্দ পাতি

থিয় হৈ থাকিল। তাইৰ ফালে চাই মই ক'লোঁ: "যাক দে।"

তাই মোৰ জোতা পিন্ধাই দিয়া হোৱাৰ পাছত তাইক কান্ধত ধৰি লৈ যাবলৈ আহিলোঁ।

সকলোকেইজন গৈ পালাম বিমানকোঠত উপস্থিত হলো। ছিকিউৰিটি চেকৰ আগলৈকে গোটেই সময়খিনি মানসীয়ে মোৰ ওচৰত বিষণ্ণমনে বহি আছে। মোৰো মন ব্যাকুল হ'বলৈ ধৰিছে। মই নিজকে চম্ভালি লৈছোঁ আৰু তাইৰ সমুখত হাঁহিবৰ যত্ন কৰিছোঁ। অৱশেষত মোৰ আৰু চাৰ্জন ৰজতমোহনৰ ভৰি চুই সেৱা কৰি সিহঁত যাবলৈ ওলাল। হঠাৎ মানসীয়ে "ককাইদেউ" বুলি চিঞৰি মোৰ ডিঙিত দুহাতেৰে মেৰিয়াই ধৰি কান্দিবলৈ ধৰিলে। মই মুখেৰে একো মাতিব নোৱাৰিলোঁ। ইপিনে ছিকিউৰিটি চেকৰ বাবে সময় হৈ গৈছে। মই চকুৰে বিক্ৰমক ইংগিত দিলোঁ। মানসীক মোৰ গাৰপৰা একৰাই নিবলৈ। বিক্ৰমে তাইক টানি একৰাই লৈ গ'ল। মানসীৰ তপত চকুলোবোৰ মোৰ ডিঙিত এঠালাগি বৈ থাকিল।

এয়াৰফিল্ডৰ মাজেৰে সিহঁত উৰাজাহাজখনৰ ওচৰলৈ গৈ আছে। মই আৰু চাৰ্জন ৰজতমোহন থিয় হৈ সিহঁতৰ পিনে চাই আছো। সিহঁতে হাতেৰে বিদায় সম্ভাষণ জনাই গৈ আছে। এসময়ত সিহঁতে উৰাজাহাজৰ ভিতৰলৈ সোমাবলৈ সাজু কৰা খটখটিত ভৰি দিলেগৈ। মানসীয়ে ঘূৰি ঘূৰি মোৰ ফালে চাই চাই হাত জোকাৰি জোকাৰি খটখটিত উঠিব লাগিছে। হঠাৎ তাই উজুটি খাই পৰি গ'ল। মোৰ বুকুখন চিৰিংকৈ গ'ল। নিজে ক'ব নোৱাৰাকৈ মই আগুৱাই যাব খুজিলোঁ। কিন্তু চাৰ্জন ৰজতমোহনে মোৰ কান্ধত ধৰি ক'লে: "ধৈৰ্য ধৰক প্ৰফেচাৰ দত্ত। মানসীৰ লগত বিক্ৰম আছে নহয়।"

দেখিলো বিক্ৰমে মানসীক তুলি ধৰিছে আৰু তাইৰ বাউসীত ধৰি সি উৰাজাহাজৰ ভিতৰত প্ৰৱেশ কৰিছে। এটা সময়ত সকলো মানুহ উৰাজাহাজৰ ভিতৰ সোমাল আৰু দুৱাৰ বন্ধ হৈ গ'ল। সেই বন্ধ

ভূরাবৰ শব্দ মই কাণেৰে শুনা নাই ; কিন্তু সেই শব্দই যেন মোৰ কলিজাত খুন্দা খাই বুকু কঁপাই গুচি গ'ল। উৰাজাহাজ উৰি গুচি গ'ল ;— মোৰ হৃদয় কুঠৰীও উদং হৈ গ'ল। চার্জন ৰজতমোহনে মোৰ কান্ধত ধৰি লাহে লাহে মোক এয়াৰ পোৰ্টৰ বাহিৰলৈ উলিয়াই আনিলে। গধূৰ মনেৰে ঘৰলৈ ঘূৰি আহিলোঁ।

ৰিঙা বিঙা ঘৰখনৰ যিফালেই চকু দিওঁ সিফালেই কেৱল মানসীৰ মুখৰ কথাবোৰ, তাইৰ হাঁহিবোৰ, তাইৰ কান্দোনবোৰ আৰু তাইৰ ভৰিৰ খোজবোৰ যেন মই শুনিবলৈ পাওঁ। খোৱামেজৰ ওচৰত বহিলে তাইৰ খালী হৈ পৰি থকা চকীখনত তাই বহি থকা যেন পাওঁ। তাই যেন হাঁহিছে, খং কৰিছে অথবা কান্দিছে আৰু যেন মোৰ ফালে চাই মুখ ভেঙুচাইছে। মাৰ মৃত্যুৰ পাছত খোৱামেজত বহি মই মাৰ খালী হৈ পৰি থকা চকীখন দেখি বহুদিন ভাত খাব পৰা নাছিলোঁ। কিন্তু তেতিয়া মানসীৰ উৎপাতত সাময়িকভাৱে হ'লেও নাভাবিবৰ বাবে সুকণ্ডা পাইছিলোঁ। এতিয়া মোৰ ওচৰত উৎপাত কৰোঁতা কোনোৱেই নাই। মই তেনেই অকলশৰীয়া হৈ গলোঁ। ৰামুৱে বহুত চেষ্টা কৰি আছে মোৰ নিঃসংগতা দূৰ কৰিবলৈ। কিন্তু সি কেনেকৈ তাক দূৰ কৰিব পাৰিব ? সন্ধিয়া সময়ত ডাক্তৰ ৰজতমোহন প্ৰায়ে মোক লগ ধৰিবলৈ আহে—তেখেত নিজে আহিব নোৱাৰিলে মোক মতাই নিয়ে। কিন্তু নিশাবিলাক মোৰ ওচৰত সীমাহীন নিঃসংগতাৰ ভয়াৱহ ৰূপ ধৰি দেখা দিবলৈ ধৰিলে, ৰাতিপুৱাবিলাক তিক্ততাৰে ভৰি পৰিল।

পঢ়ামেজৰ ওপৰত তিনিখন ফটো মই সজাই ৰাখিলোঁ—মা আৰু দেউতাৰ ফটো দুখনৰ মাজত মানসীৰ ফটোখন। তিনিওজনৰ অতীত জীৱনলৈ ভুমুকি মৰাৰ লগে লগে মই যেন খঙত জ্বলি উঠিলোঁ। খং উঠিল মাৰ সেই দেউতাকজনলৈ, মাৰ গাঁৱৰ মানুহবোৰলৈ, মাৰ স্কুলৰ শিক্ষককেইজনলৈ ; খং উঠিল মানসীৰ মাকৰ ওপৰত, প্ৰশান্ত

বকৰাৰ ওপৰত, চলিহাৰ স্ত্ৰীৰ ওপৰত আৰু ৰূপালীৰ ওপৰত। খং উঠি আছিল মোৰ গোটেই সমাজ ব্যৱস্থাৰ ওপৰত। কলম হাতত তুলি লৈ লিখি গলোঁ, কেৱল লিখি গলোঁ। আন কোনোফালে চোৱাৰ মোৰ সময় নাই। খোৱাৰ বাবেও যেন মোৰ সময় নাই। দিনৰ পাছত দিন, ৰাতিৰ পাছত ৰাতি কেৱল লিখি গলোঁ। দিনত চাকৰি আৰু ৰাতি মোৰ লিখনি। এয়াই হৈ পৰিল মোৰ দৈনন্দিন জীৱনৰ কাৰ্যসূচী। বন্ধু-বান্ধৱৰ ছবি মোৰ মনৰপৰা আঁতৰি গ'ল। মোৰ পঢ়ামেজৰ ওপৰত তিনিটি প্ৰাণীৰ প্ৰতিকৃতিয়ে জগাই তুলিলে মোৰ মনোজগতত এক অদম্য উৎসাহ আৰু প্ৰেৰণাৰ ধুমুহা। লিখনিৰ যাত্ৰাপথত মই আগবাঢ়ি গলোঁ নিৰ্বিকাৰে। ৰামু ভয়ত অস্থিৰ হৈ পৰিল। বাৰে বাৰে সি মোক অনুৰোধ কৰিলে যে ইমান পৰিশ্ৰম মই কৰিব নালাগে। কিন্তু ৰামুৰ কথা শুনে কোনে? মোৰ যাত্ৰাত বাধা দিবলৈ আহিলে তাক মই গালি পাৰি পঠিয়াই দিওঁ। অৱশেষত কান্দি কান্দি সি মোৰ পঢ়ামেজৰ ওচৰত সৰু টেবুল এখন পাৰি তাতে খোৱা বস্তুৰ যোগান ধৰিবলৈ ললে।

প্ৰায় প্ৰতিসপ্তাহতে মানসীৰপৰা চিঠি পাইছোঁ। চিঠিত তাইৰ আদেশ, মোৰ যত্ন লোৱা মানুহ নাই বুলি তাইৰ দুখ আৰু আক্ষেপ প্ৰকাশ পাইছে। মই উত্তৰ পঠিয়াইছোঁ—তাইৰ পৰামৰ্শমতে মই চলি আছো বুলি, ৰামুৱে ভাল যত্ন লৈছে বুলি আৰু মোৰ স্বাস্থ্য ভালে আছে বুলি। মোৰ চিঠি নাপালে তাই কান্দি কান্দি অস্থিৰ হ'ব; সেয়েহে ইচ্ছা নাথাকিলেও মই চিঠি পঠিয়াইছোঁ, চিঠি পঠিয়াব নোৱাৰিলে টেলিগ্ৰাম পঠিয়াইছোঁ। তাইৰ কথামতে মই খোৱা-লোৱা কৰিছোঁ, মাথোন খোৱাৰ সময়ৰ ব্যতিক্ৰম ঘটিছে, শোৱাৰ ব্যতিক্ৰম ঘটিছে। কাৰণ লিখি থাকিলে মই খাবলৈও পাহৰো শুবলৈও পাহৰো। মানৱ চৰিত্ৰৰ পতন অথবা উত্থানৰ কথা চিন্তা কৰোঁতে

মোৰ মগজু উত্তপ্ত হৈ উঠে। অধৈৰ্য হৈ অন্তৰ উজাৰি মই মাথোন লিখি যাওঁ। মাজে মাজে অন্তৰ্দাহত, দুখত, ক্ষোভত মোৰ কলিজা চিৰাচিৰ হোৱা যেন লাগে; মোৰ মগজুত সংগ্ৰামৰ জুই জ্বলে।

এইদৰে এবছৰ পাৰ হ'ল, দুবছৰ পাৰ হ'ল, তিনিবছৰ পাৰ হ'ল। প্ৰকাশ পালে মোৰ অজস্ৰ প্ৰবন্ধ, আলোচনা, সমালোচনা, আৰু কিতাপ। ইয়াৰ ভিতৰত মাথোন কেইখনমান হ'ল— My Mother and Her Society, Our Mothers and Sisters : Our Responsibilities, Why Do women Degrade Themselves, Our Duty towards a young Widow; God, Creation and We—the Indians; Religion, Culture and Morality. The Ills we Derive from our Forefathers, Good That Is yet to Be Learnt from Our Forefathers; Womanhood and How we Respect It. ইয়াৰ উপৰিও আৰু কিছুমান প্ৰকাশ হ'বলৈ এতিয়াও বাকী আছে। ইয়াৰ পাছত ইংৰাজীত লিখিবলৈ এৰি মই অসমীয়াত লিখিবলৈ আৰম্ভ কৰিলোঁ। লিখিলোঁ—প্ৰকৃতি আৰু কলা, যুক্তি আৰু আবেগ; আবেগিকতা, অজ্ঞতা আৰু আমাৰ নাৰী ইত্যাদি। কেইবাখনো আলোচনীত প্ৰকাশ পোৱা সমালোচনা আৰু প্ৰবন্ধবোৰে বিশ্ববিদ্যালয়ৰ শিক্ষক তথা ছাত্ৰ-ছাত্ৰীৰ মাজত আলোড়নৰ সৃষ্টি কৰিলে; বহুত আলোচনা-সমালোচনাও মোৰ লিখনিৰ ওপৰত হৈ গ'ল। বহুতে বেয়া পালে আৰু বহুতে ভাল পালে। অৱশেষত ছাত্ৰ-ছাত্ৰীবিলাকে আৰু কিছুমান সংস্থাৰপৰা সভাত বক্তৃতা দিবলৈ আৰু আলোচনা চক্ৰত যোগ দিবলৈ নিমন্ত্ৰণীপত্ৰ আহিবলৈ ধৰিলে। এই আলোচনা চক্ৰ আৰু সভাবিলাকত মোৰ অন্তৰত ইমান বছৰে পুঞ্জীভূত হৈ থকা বিদ্ৰোহৰ অগনি দপদপকৈ জ্বলি উঠে আৰু উদাত্ত কণ্ঠে

চিঞৰি চিঞৰি অন্তৰৰ জুই নুমাবলৈ যত্ন কৰোঁ; মনৰ উত্তেজনা শাম নকটালৈকে মই যুক্তি আৰু আবেগেৰে চলাই যাওঁ মোৰ ভাষণ; বিস্ফোৰণ হয় মোৰ অন্তৰৰ পুঞ্জীভূত অগ্নিস্ফুলিঙ্গ।

অকলশৰীয়া জীৱনটোক ব্যস্ত ৰখাৰ বাবে ভাষণৰ বাবে অহা সকলো নিমন্ত্ৰণ ৰক্ষা কৰি যাবলৈ ধৰিলোঁ। চিঞৰি চিঞৰি তেজস্বী ভাষণ দিলোঁ; ক্লীৱ সভ্যতাৰ মুখা খুলি দিব খুজিলোঁ; ক্লীৱত্ব নাশ কৰিবলৈ যুৱক-যুৱতীক আহ্বান কৰিবলৈ ধৰিলোঁ। সাহিত্য একাডেমীয়ে এবাৰ এটা পুৰস্কাৰ আগবঢ়ালে; ৰাষ্ট্ৰয়ো এটা পুৰস্কাৰ আগবঢ়ালে; কিন্তু এই পুৰস্কাৰবোৰ লৈ মই কি কৰিম? মোৰ জীৱন চকাৰ গতিৰ উন্নতি বা অৱনতি পুৰস্কাৰে আনিব নোৱাৰে। আৰু পুৰস্কাৰ পাই প্ৰেৰণা লাভ কৰাৰ বাবেও মোৰ কোনো নাই। মই নিজে প্ৰেৰণা পোৱাৰ আশাত লিখা কাম কৰা নাই। সেয়েহে পুৰস্কাৰ গ্ৰহণ নকৰিলোঁ।

ইয়াৰ পাছত অসমৰ কিছুমান সংস্থাৰ পৰাও নিমন্ত্ৰণী পত্ৰ পাবলৈ ধৰিলো। এইবাৰ কিন্তু অসমলৈ ঘূৰি যোৱাৰ বাবে মনটো যেন ব্যস্ত হৈ পৰিব ধৰিলে। এইদৰেই মানসীৰ লণ্ডন যাত্ৰাৰ পাছত চাৰি বছৰ পাৰ হৈ গ'ল আৰু মোৰো সাহিত্য যাত্ৰাৰ দুৰ্নিবাৰ পথত হঠাতে যেন মই বৰ ভাগৰি পৰিব ধৰিলোঁ।

এদিন এখন সভাৰপৰা ঘূৰি আহি মই ইমান বেছিকৈ ভাগৰি পৰিলোঁ যে শৰীৰত শক্তি টুটি যোৱাৰ দৰে অনুমান হ'ল। মানসীৰ লণ্ডন যাত্ৰাৰ আগদিনাখন ৰাতিৰ কথা মনত পৰিল। তাইৰ নিবন্ধ হৈ যোৱাৰ পাছত তাই মোক অকলশৰে এৰি যাব নুখুজিছিল। মই তাইক শুৱাই থবলৈ যাব খোজাত ওলোটাই তাইহে মোক হাতত ধৰি আনি শুৱাই দিছিল। অৰ্থাৎ মই তেনেহলে সঁচাকৈ দুৰ্বল হৈ গ'লো নেকি বাৰু? মই এতিয়া নিজে নিজক জীৱন পথত চলাই নিব নোৱাৰিম নেকি? তাই কৈছিল তাই মোক অকলে এৰিব নোৱাৰে; বিমান-কোঠত সেই কাৰণেহে মোৰ ডিঙিত ধৰি ইমানকৈ কান্দিছিল নেকি তাই?

শৰীৰৰ এই দুৰ্বলতাত মই যেন জন্মভূমি অসমলৈ এতিয়া গুচি যাব লাগিব। অসমৰ ছবিখন বাৰে বাৰে মানসপটত ভাহি উঠিবলৈ ধৰিলে। পঢ়াজীৱনলৈ মনত পৰিল, গুৱাহাটীলৈ মনত পৰিল, আৰু মনত পৰিল সেই ঠাইবোৰলৈ যিবোৰ ঠাইত মোৰ জীৱনৰ সুন্দৰ মুহূৰ্তবোৰ পাৰ হৈছিল ৰূপালীৰ স'তে। ৰূপালীৰ ওচৰৰপৰা গুচি অহা আজি চৈধ্য বছৰ পাৰ হৈ গ'ল। ৰূপালীৰ মূৰ্ত্তিটো বাৰে বাৰে মনত পৰিবলৈ ধৰিলে। আকৌ এবাৰ ৰূপালীক লগ পাবলৈ যেন মন বলিয়া হ'বলৈ ধৰিলে। মনত প্ৰশ্ন জাগিল: কিয় বাৰু তেওঁক এৰি গুচি আহিছিলো মই? তেওঁ কিজানি মোৰ বাবে বাট চাই চাই ভাগৰি পৰিছে। মানসীৰ এষাৰ কথা মনত পৰিল: "আভিজাত্যৰ ঢং থাকিলেও ৰূপালী বাইদেউ তেনেকুৱা নহয়···তেওঁৰ সেই ফেঁকুৰণি মই বুজি পাওঁ। "এৰা, মানসীয়ে জানে যে ৰূপালীয়ে তাইক ঘৃণা কৰে। তথাপি ৰূপালীয়ে ভাল কাম কৰা নাই বুলি কোনোদিনেই তাই কোৱা নাই। মানসীৰ অন্তৰত ইমান দৰদ, ইমান মৰম-স্নেহ, ইমান কোমলতা কেনেকৈ সোমাবলৈ পালে? হঠাৎ মোৰ ভাব হ'ল যে মই মানসীৰ কথা শুনিব লাগিব। তাই মোক বহুদিন কৈছিল যে মই নিজে গৈ ৰূপালীক লগ ধৰিব লাগে। মই অনুভৱ কৰিলোঁ, মোৰ মনটোৱেও যেন মোক বাৰে বাৰে ক'বলৈ ধৰিলে: "তই ৰূপালীৰ ওচৰলৈ যা; কিয় ইমান পলম কৰিছ? তেওঁ বাট চাই আছে। তেওঁ বৰ অকলশৰীয়া হৈ গৈছে।"

মই আৰু থিৰেৰে থাকিব নোৱাৰিলোঁ। বিছনাত শুই শুই নিজৰ ওপৰত খং উঠি আহিল। এজন ২৫ বছৰীয়া যুৱকৰ দৰে ৰূপালীক ওচৰত পাবলৈ মোৰ মন ব্যাকুল হ'বলৈ ধৰিলে।

দুদিন পাছত জৱাহৰলাল নেহৰু বিশ্ববিদ্যালয়ৰ চাকৰি পৰিত্যাগ কৰি কিতাপ-পত্ৰ সমন্বিতে মা-দেউতা আৰু মানসীৰ ফটো তিনিখন লগত লৈ, চাৰ্জন বজতমোহন সিঙৰপৰা বিদায় লৈ ঢাপলি মেলিলো মই অসমলৈ—মোৰ শৈশৱ, কৈশোৰ আৰু যৌৱনৰ স্মৃতিৰ থলী

গুৱাহাটীলৈ। গুৱাহাটী বিশ্ববিদ্যালয়ে আকৌ মোক আদৰি ল'লে। লগে লগে মোৰ ডিপার্টমেণ্টৰ চেষ্টাৰলৈ আৰু বিশ্ববিদ্যালয়ে দিয়া মোৰ বাসস্থানলৈ আহিবলৈ ধৰিলে সভালৈ নিমন্ত্ৰণ কৰা মানুহৰ দল, ছাত্ৰ-ছাত্ৰীৰ দল। সকলোকে সাক্ষাৎ দি দি মই ভাগৰি পৰিবলৈ ধৰিলোঁ। শাৰীৰিক বল লাহে লাহে কমি অহা যেন অনুমান কৰিবলৈ ধৰিলোঁ। তথাপি কলম-কাগজ মই এৰা নাই। লিখনিয়ে মোৰ জীৱনৰ পণ; লিখনিক লৈয়েই মই জীয়াই আছোঁ। লিখিছোঁ আৰু প্ৰকাশ কৰিছোঁ আৰু চাকৰিৰ কৰ্তব্য পালন কৰিছোঁ। লিখিছোঁ ছাত্ৰ সমাজত দেখা দিয়া দুৰ্নীতিৰ কথা, লিখিছোঁ ছাত্ৰৰ নৈতিক সাহস অথবা নৈতিক দুৰ্বলতাৰ কথা; লিখিছোঁ— Mal adjustment in Students, লিখিছো Job Oriental Education vs. Education for the soke of Education আৰু লিখিছোঁ "Matter and Spirit"; "Love, Life and Marriage." লিখি লিখি মই ভাগৰি পৰিছোঁ; তথাপি লিখিছোঁ, ৰাতি জাগিছো আৰু কিতাপ পঢ়িছোঁ।

গুৱাহাটীলৈ অহা কেইবামাহো পাৰ হৈ গ'ল। কিন্তু ৰূপালীক ক'তো বিচাৰি নাপালোঁ। হাবিয়ে-বননিয়ে, পৰ্বতে-পাহাৰে, নৈৰ পাৰে পাৰে, ৰাস্তাই ৰাস্তাই, মানুহৰ মাজে মাজে বিচাৰি ফুৰিলো ৰূপালীক; মন মোৰ ভাৰাক্ৰান্ত হৈ পৰিল। লাইব্ৰেৰীলৈ যাওঁ; মনত পৰে পুৰণি দিনৰ কথা; ৰূপালীক লগ ধৰা দিনবোৰৰ ছবি বাৰে ভাহি উঠে মনৰ পৰ্দাত। কেন্টিনলৈ যাওঁ, ব্ৰহ্মপুত্ৰৰ পাৰলৈ যাওঁ; ৰূপালী নাই। অতীতৰ স্মৃতিয়ে জুকলা কৰিছে; ৰূপালীক বিচাৰি বিচাৰি প্ৰাণে হাহাকাৰ কৰিছে। ভাগৰত ক্লান্ত হৃদয় লৈ ঘুৰি আহোঁ প্ৰতিদিনে নীৰৱতা নিস্তব্ধতাৰ মাজৰ প্ৰাণহীন কোৱাৰ্টাৰটোলৈ।

জীৱন যমুনা নদী মৰুভূমি হ'ল আজি;
বাজি উঠে শ্ৰীকৃষ্ণৰ বাঁহীৰ লহৰ.........
বৃক্ষহীন বৃন্দাবনৰ তপত বালিত পৰি
অৰ্দ্ধমৃত কৃষ্ণ আজি কাৰ অপেক্ষাত ?

এদিন গধূলি হতাশা আৰু নিৰাশাত কোৱাৰ্টাৰৰপৰা বাহিৰ ওলাই গুচি গলোঁ। মই শৰাইঘাটৰ দলঙৰ ওপৰলৈ। ৰেলিঙত ধৰি পানীৰ ফালে চাই চাই ক্ষণ গণি গণি ব্ৰহ্মপুত্ৰৰ পানীক সুধিব খুজিলোঁ। মোৰ কপালী ক'ত আছে সেই কথা। কিন্তু পানীৰ সোঁতে উত্তৰ দিব কেনেকৈ ? দলঙৰ মাজেৰে গাড়ীবোৰ পাৰ হৈ গৈ আছে। গভীৰ বেদনা বুকুত বান্ধি লৈ নামি আহিলোঁ দলঙৰ ওপৰৰপৰা। ৰাস্তাৰ দাঁতিৰ খুঁটা এটাৰ কাষত আউজি ৰ'লো। বৰ ভাগৰ লাগিছে মোৰ। কিমান সময় পাৰ হৈ গ'ল কব নোৱাৰিলোঁ। এনেতে এখন গাড়ী আহি মোৰ সমুখত ৰৈ গ'ল। ভিতৰৰপৰা এজন মানুহ নামি আহি মোৰ ওচৰত থিয় হৈ মোক নিৰীক্ষণ কৰিব ধৰিলে। হঠাৎ তেওঁ চিঞৰি উঠিল : "ভাস্কৰ ককাইদেউ ? মোক চিনি পোৱা নাই ?" চিনি পালোঁ, সেয়া হিমাদ্ৰী। বৰ ডাঙৰ হৈ গ'ল সি। সি মোৰ ভৰি চুই প্ৰণাম কৰি সুধিলে : "আপোনাৰ স্বাস্থ্য কিয় এনেকুৱা হৈছে ? অসুখ নেকি আপোনাৰ ? আহক গাড়ীলৈ আহক।"

সি মোৰ হাতত ধৰাৰ লগে লগে তাক সাৱটি ধৰি মই কলোঁ : "হিমু, মৰমৰ মানুহবোৰ বিচাৰি বিচাৰি বৰ ক্লান্ত হৈ পৰিলোঁ। আজি তোমাক লগ পাই কিমান ভাল পাইছোঁ তাক বুজাব নোৱাৰো।" হিমুৱে মোৰ হাতত ধৰি আগুৱাই নি ক'লে : "আহক ককাইদেউ, আপোনাক ঘৰলৈ লৈ যাওঁ।"

মই হিমুক ক'লোঁ যে মই বিশ্ববিদ্যালয়ৰ কোৱাৰ্টাৰ এটাত আছোঁ।

সি ক'লে: "আপুনি বুৰি অহাত বৰ ভাল লাগিছে। আপোনাৰ দৰে ব্যক্তি আমাৰ মাজত থাকিব লাগিব ককাইদেউ। আপোনাৰ লিখা কিতাপবোৰ, আলোচনাবোৰ পঢ়িছোঁ। তেতিয়াহে গম পাইছিলোঁ যে আপুনি দিল্লীত আছে। ককাইদেউ, মই Executive Engineer হ'লো নহয়। ছুবছৰমান আগতে মই উজনিলৈ যাবলগীয়া হ'লোঁ।" ইতিমধ্যে আমি আহি গাড়ীৰ ভিতৰত বহিছিলোঁ। হিমুৰ কথা শুনাৰ লগে লগে মই তাৰ মুৰত হাত এখন দিলোঁ। লগে লগে সি মোৰ হাতখন নিজৰ হাতৰ মাজত লৈ ক'লে: "আপোনালৈ বৰকৈ মনত পৰি থাকে ককাইদেউ।"

মই উত্তৰ নিদিলোঁ। হিমুৰপৰাও পলাই আছিলোঁ যেন পাই নিজকে অপৰাধীৰ দৰে লাগিল। আমি আহি মোৰ কোৱাৰ্টাৰৰ সমুখ পালোঁ। হিমুৱে মোক গাড়ীৰ ভিতৰৰপৰা নমাই হাতত ধৰি ভিতৰলৈ লৈ আহিল। সি মোৰ ভৰিৰ জোতা খুলি মোক বিছনাত শুৱাই দি ক'লে: "আপুনি বৰ অসুস্থ। শুই থাকক। মই ওচৰত বহি কথা পাতিম। মোৰ বহুত কথা কবলগীয়া আছে।"

মই শুই শুই ক'লোঁ: "মাজে মাজে মোৰ নিজকে ভাগ্যবান বুলিও ভাব হয় হিমু। তোমাৰ দৰে ভাই আছে; মানসীৰ দৰে ভনী আছে মোৰ।"

সি তৎক্ষণাৎ সুধিলে: "মানসীহঁত ক'ত ককাইদেউ?"

মই আনন্দত ক'লোঁ: "আমাৰ মানসী বহুত ডাঙৰ মানুহ হ'ল। তাই দিল্লীৰ জৱাহৰলাল নেহৰু বিশ্ববিদ্যালয়ৰপৰা নিউক্লিয়াৰ ফিজিক্সত প্ৰথম শ্ৰেণী লৈ এতিয়া লণ্ডনত গৱেষণা কৰি আছে। তাই বুৰি আহিবৰ হ'লেই।"

হিমুৱে ক'লে: "আপুনি মহান ককাইদেউ। আপোনাৰ প্ৰতিজ্ঞা সফল হৈছে। মানসী বৈজ্ঞানিক হৈ ঘূৰি আহিব—কিমান গৌৰৱ কৰিবলগীয়া কথা। কিন্তু ককাইদেউ, আপোনাৰ মা?"

উত্তাহত চেঁচা পানী পবাৰ দৰে লাগি মই অস্পষ্টতাৰে উত্তৰ দিলো : "মানসী লণ্ডনলৈ যোৱাৰ আগে আগে মোৰ মা মোৰ ওচৰৰপৰা চিৰবিদায় লৈ গুচি গ'ল। মাৰ মগজুত টিউমাৰ হৈছিল। মোৰ মা মোৰ গাৰ ছাঁৰ দৰে আছিল হিমাদ্ৰী।"

হিমাদ্ৰীয়ে একো নামাতিলে। সি মাথোন মোৰ গাৰ কাপোৰবোৰ চাৰি-চাৰি থাকিল। মই অৱশেষত তাক সুধিলো : "হিমাদ্ৰী, ৰূপালী ক'লৈ গ'ল ?" হিমাদ্ৰীয়ে বৰ বিষাদ মনেৰে ক'লে : "ৰূপালী বাইদেউ, এতিয়াও আপোনাৰ বাবে বাট চাই আছে।"

মই উঠি বহি হিমাদ্ৰীৰ কান্ধত ধৰি সুধিলো : "ক'ত আছে ? ক'ত আছে ৰূপালী ?"

হিমাদ্ৰীয়ে পুনৰ মোক শুৱাই দি ক'লে : "শুনক ককাইদেউ। কিন্তু শুনি থাকোঁতে ধৈৰ্য ধৰিব লাগিব। আপুনি গুৱাহাটীৰপৰা নোহোৱা হোৱাৰ পাছত ৰূপালী বাইদেউৰ চেতনা আহিল। পেহাদেৱে তেওঁৰ বিয়াৰ ঠিক কৰিছিল সীমান্ত ফুকনৰ লগত। ৰূপালী বাইদেউয়ে বিয়াৰ প্ৰতিবাদ কৰিলে। আনহাতে পেহাদেউ ক্ৰমান্বয়ে কিবা এক অজান অসুখত ভুগি আছিল। তেওঁৰ ৰাতি ৰাতি টোপনি নহৈছিল; বিছনাৰপৰা উঠি আহি বাৰাণ্ডাৰ এচুকত বহি বহি কেৱল ভাবি ভাবি নিশাবোৰ পাৰ কৰি দিছিল। খোৱা-লোৱাৰ প্ৰতি মন নিদিছিল। ৰূপালী বাইদেউৱে বহুত যত্ন কৰি পেহাদেউক খুৱাইছিল। পেহাদেৱে তেওঁৰ মৃত্যু হ'ব বুলি তাৰ আগেয়ে ৰূপালী বাইদেউক বিয়া দিব খুজিছিল। বিয়াৰ দিন ঠিক কৰি পেলোৱা দেখি ৰূপালী বাইদেউ তিনি দিন তিনি ৰাতি নিজৰ কোঠাৰ দুৱাৰ বন্ধ কৰি ভিতৰ সোমাই থাকিল। লঘোনে-ভোকে এইদৰে থকাত পেহীদেউ ভয়ত অস্থিৰ হ'ল আৰু পেহাদেউক বিয়াখন বন্ধ কৰিবলৈ ক'লে। কিন্তু পেহাদেৱে নুশুনিলে। তিনি দিনৰ দিনাও ৰূপালী বাইদেউ কমৰপৰা নোলোৱা দেখি পেহীদেউ বলিয়াৰ দৰে হ'ল আৰু ঘৰৰ ইকালৰপৰা সিকালে

দৌৰিবলৈ ধৰিলে। ৰূপালী বাইদেউৱে আত্মহত্যা কৰা বুলি পেহীদেউৱে চিঞৰিবলৈ ধৰিলে আৰু হঠাতে গা ধোৱা ঘৰলৈ সোমাই দুৱাৰ বন্ধ কৰি তেওঁ পানী ঢালিবলৈ ধৰিলে। হঠাতে গা ধোৱা ঘৰৰ ভিতৰত ডাঙৰ শব্দ হ'ল আৰু পেহীদেউৰ বিকট চিঞৰ শুনা গ'ল। আমি দৰজা ভাঙি সোমাই দেখোঁ যে পেহীদেউ পানীৰ চৌবাচ্চাটোৰ পকা বেৰৰ ওপৰত বুকু পাৰি ওলমি আছে আৰু মুৰটো পানীৰফালে ওলমি আছে। বাহিৰলৈ উলিয়াই আনি চাওঁ যে ভং একেবাৰেই নাই। ৰূপালী বাইদেউ কোঠাৰপৰা ওলাই আহি কান্দিবলৈ ধৰিলে। পেহীদেউক হস্পিতাললৈ নিলোঁ, কিন্তু পেহীদেউ জীয়াই নাথাকিল।

এই ঘটনাৰ পাছত পেহাদেউৰ অৱস্থা একেবাৰে বেয়া হ'ল। তেওঁ সীমান্ত ফুকনক মাতি আনি বিয়াখন নহ'ব বুলি ক'লে। কিন্তু পেহাদেৱে এটা ডাঙৰ ভুল কৰিছিল—বিয়াৰ দিন ঠিক কৰাৰ দিনাখন সীমান্তৰ নামত মাটি আৰু সম্পত্তি উইল কৰি দিব বুলি কৈছিল। পেহাদেউ চাকৰি-বাকৰি পৰিত্যাগ কৰি নিচিনা ৰোগত ৰোগাক্ৰান্ত হৈ শয্যাগত হ'ল। তেওঁক হস্পিতাললৈ পঠোৱা হ'ল। কিন্তু মৃত্যুৰ দুদিন আগতে পেহাদেৱে ৰূপালী বাইদেউক ওচৰত বহুৱাই লৈ কিছুমান এনেকুৱা কথা ক'লে যি কথা আমি কোনেও কেতিয়াও কল্পনা কৰা নাছিলোঁ। তেওঁ ক'লে যে মানসী ৰূপালী বাইদেউৰ ভনীয়েক হয়; এবাৰ নোৱাৰাত পৰি তেওঁ মানসীৰ মাকক বিয়া কৰাবলগীয়া হৈছিল। ঘৰখনৰ বিঘিনি হ'ব বুলি ভয়ত তেওঁ মানসী-হঁতৰপৰা পলাই ফুৰিছিল। মানসী পতিতাৰ ছোৱালী নহয়; তেওঁ মহাপাপ কৰিছে ; মানসীৰ মাকক বিপদলৈ ঠেলি দি তেৱেঁই হত্যা কৰিলে। এতিয়া ৰূপালী বাইদেউৱে মানসীক ভনী বুলি সাবটি ল'ব লাগে। পেহাদেৱে তেওঁৰ সকলো সম্পত্তি সমানে দুভাগ কৰি ৰূপালী বাইদেউ আৰু মানসীৰ নামত উইল কৰি দি সিপুৰীলৈ যাত্ৰা কৰিলে।

তাৰপাছত ৰূপালী বাইদেউৰ জীৱনলৈ এজাৰ নামি আহিল। তেওঁৰ একমাত্ৰ ৰক্ষক হ'লোঁ মই। মোৰ পঢ়া শেষ হৈছিল যদিও ৰূপালী বাইদেউৰ সুৰক্ষাৰ বাবে মই ক'লৈকো নগ'লোঁ। ইতিমধ্যে সীমান্ত ফুকন ৰূপালী বাইদেউৰ পিছ লোৱা হ'ল। সি এদিন ৰূপালী বাইদেউক বিয়া হ'বলৈ বাধ্য কৰিবলৈ আহি ক'লে যে বাইদেউৰ দেউতাকে বিয়াৰ দিন পৰ্যন্ত ঠিক কৰি পেলাইছিল। বাইদেউৱে প্ৰতিবাদ কৰি তাক ঘৰৰপৰা ওলাই যাবলৈ ক'লে। সি সিদিনা ওলাই গ'ল। কিন্তু তৰ্জন-গৰ্জন কৰি গ'ল। মই ৰূপালী বাইদেউক ঘৰৰ বাহিৰলৈ ওলোৱাটো বন্ধ কৰি দিলোঁ। কিন্তু এদিনাখন সীমান্তই সন্ধিয়া সময়ত ঘৰৰ ভিতৰলৈ অকস্মাতে সোমাই আহি ক'লে যে বিয়া হ'বই লাগিব। যদি ৰূপালী বাইদেউ বিয়াত সন্মত নহয় তেন্তে পেহাদেউৰ উইলখন তাক দিব লাগিব। বাইদেউৱে ইতিমধ্যে সংসাৰ, ঘৰ-দুৱাৰ ইত্যাদিৰ প্ৰতি অনাসক্তা হৈ সকলো সম্পত্তি মানসীৰ নামত লিখি দি দলিলখন প্ৰণৱ চলিহা ছাৰৰ ঘৰত ৰাখিছিল। কাৰণ তেওঁৰ আশা হৈছিল যে মানসী কেতিয়াবা উভতি আহিলে ছাৰৰ ঘৰলৈকে আহিব। সীমান্ত ফুকনে উইল দাবী কৰাত বাইদেউৱে উইলৰ কথা নাজানো বুলি কৈ সীমান্তক আমাৰ ঘৰলৈ নাহিবলৈ সাৱধান কৰি দিলে। লগে লগে সীমান্ত ফুকনে বাইদেউৰ হাতত ধৰিলে। খং উঠি মই ৰঘুকাইক চিঞৰি মাতি সীমান্তৰ লগত যুদ্ধ কৰিলোঁ। ৰঘুকাই আৰু মই তাক ঘৰৰপৰা উলিয়াই দিলোঁ। ইতিমধ্যে ৰঘুকাইক বাইদেউৰ কোঠাৰ দুৱাৰমুখত শোৱাৰ বন্দবস্ত কৰিলোঁ আৰু সীমান্তৰ আক্ৰমণৰ বাবে প্ৰায় প্ৰত্যেক দিন আশংকা কৰিবলৈ ধৰিলোঁ।

এদিন ৰাতি দুইমান বজাত বাহিৰত শব্দ শুনি মই আৰু ৰঘুকায়ে খিৰিকিৰ ফাঁকেৰে চাই দেখোঁ যে সীমান্তই এজন মানুহক জখলাৰে বাইদেউৰ কোঠাৰ পিছফালেদি উঠিবলৈ দি নিজে ৰাস্তাৰ ফালে চাই আছে। ৰঘুকাই আৰু মই মনে মনে ভিতৰফালেদি বাহিৰ ওলাই

সৈ জখলাৰে সৈতে মানুহজনক বগৰাই দিলো। আৰু এখন যুদ্ধ তাতেই লাগিল; সিহঁত দুটাক সিদিনাও খেদি দিবলৈ সক্ষম হ'লোঁ। এই ঘটনাবোৰ হৈ থকাৰ কাৰণে মই পুলিচত এখন জাননী দি থলোঁ। তাৰ কিছুদিন পাছত এদিন ৰাতি দহমান বজাত প্ৰায় ছয়-সাতজনমান গুণ্ডা লৈ সীমান্তই আমাৰ দৰজাত ঢকিয়াবলৈ ধৰিলে। মই বাইদেউক পাগঘৰলৈ পঠিয়াই ৰঘুকাইক পুলিচ থানালৈ পঠিয়াবলৈ ক'লোঁ। ৰঘুকাই পাছফালৰ দুৱাৰেৰে থানাৰফালে দৌৰিলে। বাইদেউ গা ধোৱা ঘৰৰ ভিতৰত সোমাই থাকিল। ইতিমধ্যে দস্যুহঁতে দৰজা ভাঙি ভিতৰ সোমাল আৰু সীমান্তৰ আদেশত আলমাৰীৰ দুৱাৰবোৰ টানি টানি একৰাই দিলে আৰু আলমাৰীৰ ভিতৰত মাটিৰ দলিল বিচাৰিবলৈ ধৰিলে। মই বাধা দিয়াত সিহঁতে মোক বান্ধি ৰাখিলে। সিহঁতে আটাইকেইটা আলমাৰীৰ সকলোবোৰ বস্তু উলিয়াই দলিয়াই পেলালে। বিচৰা বস্তু নাপাই সিহঁতে মোক প্ৰশ্ন কৰি কৰি খুন্দিয়াবলৈ ধৰিলে; মই কোনো উত্তৰ নিদিলোঁ। তেতিয়া সিহঁতে ৰূপালী বাইদেউক বিচাৰিবলৈ ধৰিলে। কোনোবাই গা ধোৱা ঘৰত থকা গম পাই দৰজা ভাঙি পেলালে আৰু ৰূপালী বাইদেউক টানি উলিয়াই আনি সীমান্তৰ ওচৰত হাজিৰ কৰিলেহি। মই বান্ধ খুলিবলৈ বহুত যত্ন কৰিও নোৱাৰিলোঁ। সীমান্তই বাইদেউক ক'লে: "তোমাৰ ওপৰত কোনো ধৰণৰ অত্যাচাৰ নহয়; কাৰণ দলিল নাপালে তোমাৰ লগত মোৰ বিয়া হ'ব। বিয়া হ'লে সকলো সম্পত্তি মোৰেই হ'ব। এতিয়া দলিল ক'ত আছে কোৱা।"

বাইদেউৱে নামাতিলে। তিনি-চাৰিজনমানে বাইদেউৰ দুয়ো হাতত জোৰপূৰ্বক ধৰি আছে। সীমান্তই গৰ্জন কৰি উঠিল: "মাটিৰ দলিল ক'ত আছে কোৱা। নহ'লে ইয়াৰ ইয়াতে মৃত্যু হ'ব।" সি মোলৈ দেখুৱাই দিলে।

বাইদেউৱে ভয় খাই চিঞৰি উঠিল: "নহয় তাক নামাৰিবা। মাটিৰ দলিল ক'ত আছে মই নাজানোঁ; তোমালোকে বিচাৰি চোৱা।

যি আছে সকলো তৈ 'যোৱা; কিন্তু হিমাদ্ৰীক নামাৰিবা।"

সীমান্তই আটাইকেইটা কোঠাত দলিল বিচাৰিবলৈ মানুহ-কেইটাক আদেশ দিলে। সিহঁতে গোটা কোঠা বিচাৰি চলাথ কৰিব ধৰিলে আৰু সীমান্তই চিগাৰেট হুপি হুপি টেবুলৰ ওপৰত ভৰি তুলি ক'বলৈ ধৰিলে: "মাটিৰ দলিল বিচাৰি নাপালে দুটাৰ এটা হ'ব। তোমাৰ লগত মোৰ বিয়া; নহলে ইয়াৰ মৃত্যু।"

কপালী বাইদেউৱে কান্দি কান্দি ক'বলৈ ধৰিলে: "তোমাক কাবৌ কৰিছোঁ, হিমাদ্ৰীক নামাৰিবা। দেউতাই দলিল ক'ত ৰাখিছিল আমি নাজানো।"

"নাজানা?" এইবুলি সীমান্তই হোঁ হোঁ কৈ হাঁহি বাইদেউৰ মুখৰ ওচৰলৈ মুখ নি কিবা ক'ব খোজাত বাইদেউৱে তাক ভৰিৰে লঠিয়াই দিলে। খণ্ডত মই দাঁতেৰে বছীৰ বান্ধ খুলিবৰ যত্ন কৰি আছোঁ। বাইদেউৱে সীমান্তৰপৰা হাত সাৰিবলৈ মুখখন ঘূৰাই আছে; চটফটাই আছে; মানুহকেইটাই বাইদেউক ধৰি আছে।

এনেতে বাহিৰত পুলিচে দৰজাত ঢকিয়াব ধৰিলে। সিহঁতে দৰজা বন্ধ কৰি ৰাখিছিল। সীমান্ত ফুকন আৰু মানুহকেইটা পিছফালেদি পলাব বিচাৰিছিল; কিন্তু পিছফালৰ দুৱাৰতো পুলিচে ঢকিয়াই আছিল। মুকলি হৈ বাইদেউৱে দৰজা খুলি দিবলৈ যোৱাত সীমান্তই দৰজাত থিয় হৈ বাইদেউক গঁতিয়াই দিলে। কিন্তু দৰজা ভাঙি পুলিচ আৰু ৰঘুকাই সোমাই আহিল। তিনিজন চিপাহীয়ে মানুহ-কেইটাক ধৰিলে। সীমান্ত পলাব খোজাত ইন্সপেক্টৰে তাক ধৰিলে। বাইদেউ আহি মোৰ বান্ধবোৰ খুলি দিলে। দুজন মানুহ কিন্তু বাথৰুমৰ খিৰিকিৰে পলাল। বাইদেউৱে ইন্সপেক্টৰক ক'লে যে সীমান্ত ফুকনে আজি বহুদিনৰপৰা আমাৰ ঘৰৰ ওপৰত অত্যাচাৰ কৰি আছে।

সীমান্তই ইন্সপেক্টৰক ক'লে: "আমাৰ ঘৰুৱা বিবাদৰ মাজত

আপুনি কিয় সোমাইছে ইন্সপেক্টৰ বাবু ? এই ছোৱালীজনীক দেউতাকে মোৰ ওচৰত সমৰ্পণ কৰি গৈছে।” বাইদেউৱে এই কথা মিছা বুলি চিঞৰি উঠিল। মই গৰ্জন কৰি সীমান্তক মাৰিবলৈ উদ্যত হোৱাত ইন্সপেক্টৰে মোক বাধা দি অলপ সন্দেহৰ চকুৰে বাইদেউ আৰু মোৰ ফালে চালে। তাৰপাছত তেওঁ ৰঘুকাইৰ ফালে চাই সুধিলে: “তুমি সঁচা কথা কোৱা; এই ছোৱালীজনীৰ বিয়া হৈছে?”

ৰঘুকায়ে ইন্সপেক্টৰৰ ওচৰত আঁঠু লৈ ক'লে : “মোৰ একেজন ল'ৰাৰ শপত খাই কৈছো আইটিৰ বিয়া হোৱা নাই। মৰাৰ আগে আগে দেউতাই বিয়া নাকচ কৰি গৈছিল। আপুনি আইটিৰ শিৰলৈ চাওক।”

ইন্সপেক্টৰে বাইদেউক লক্ষ্য কৰিলে। মই ক'লোঁ: “ইহঁতে ডকাইতি কৰিবলৈ সোমাইছে। মাটিৰ দলিল বিচাৰি আমাৰ সকলো বস্তু ভাঙি পেলাইছে। ইন্সপেক্টৰবাবু মাটিৰ দলিল বিচাৰি থাকোঁতেহে আপোনা-লোক আহি পালে।”

ইয়াৰ পাছত শিকলিৰে বান্ধি পুলিচে সীমান্তৰে সৈতে সিহঁতক গাড়ীত উঠাই লৈ গুচি গ'ল। কিছুদিন পাছত পুলিচে গম পালে যে সীমান্ত ফুকন ইঞ্জিনিয়াৰ নহয়; সি কোনো ধৰণৰ চাকৰি নকৰে। মাথোন জীৱন দাস ছদ্মনাম লৈ গোৱালপাৰাৰ হাবিয়ে-বননিয়ে ঘূৰি ফুৰা সি এজন নামী স্মাগলাৰ। গোৱালপাৰাৰ পুলিচে তাক বিচাৰি আছিল; সি ইয়ালৈ পলাইহে আহিছিল।

ইয়াৰ পাছত ৰূপালী বাইদেউক মই আকৌ পঢ়ি পৰীক্ষা দিবলৈ ক'লোঁ। কাৰণ ইমানবোৰ ধুমুহা তেওঁৰ মূৰৰ ওপৰেৰে পাৰ হৈ যোৱাৰ বাবে তেওঁৰ ফাইনেল পৰীক্ষা দিয়াই নহ'ল। মোৰ উৎসাহ পাই বাইদেউ আকৌ পঢ়াৰ বাবে সাজু হ'ল। কিন্তু প্ৰস্তুতিৰ বাবে আৰু দুবছৰ লাগিল। ইতিমধ্যে মই চাকৰি পাইছিলোঁ। বাইদেউক হোষ্টেলত

বাৰ্ষি বাইদেউইতৰ ঘৰটো। বন্ধুকাইৰে সৈতে আৰু চাৰিজন বিশ্বাসী চকিদাৰৰদ্বাৰা সুৰক্ষিত কৰি মই চাকৰি কৰিবলৈ গ'লোঁ। এদিন বাইদেউৱে স্নাতকোত্তৰ পাছ কৰিলে, তেওঁৰ বাবে চাকৰি বিচাৰি বিচাৰি অৱশেষত সংস্কৃত কলেজত চাকৰি এটা পালোঁ। বাইদেউৱে নিজৰ ঘৰ পৰিত্যাগ কৰি কলেজৰ বোৰ্ডিঙত থাকিবলৈ ল'লে। ইতিমধ্যে মোৰ বিয়া হৈ গৈছিল। দুবছৰ আগেয়ে মই উজনিলৈ গ'লোঁ। ৰূপালী বাইদেউলৈ চিঠি-পত্ৰ দি আছিলোঁ আৰু সুবিধা পালে তেওঁৰ ওচৰলৈ আহিছিলোঁ। বাইদেউ একেবাৰে সলনি হ'ল; একেবাৰে অনাড়ম্বৰ হৈ গ'ল। কিন্তু আজি এবছৰৰপৰা বাইদেউৰ খবৰ মই নোপোৱা হ'লোঁ। মোলৈ চিঠি-পত্ৰ দিবলৈ এৰিলে। অৱশেষত মই তেওঁক বিচাৰি আহিলোঁ। সংস্কৃত কলেজলৈ গ'লোঁ; তাত বাইদেউ নাই; ক'লৈ গৈছে কোনেও ক'ব নোৱাৰিলে। আজি দুদিন ধৰি মই তেওঁক বিচাৰি ফুৰিছোঁ।

হিমাদ্ৰীৰ কথাবোৰ শুনি শুনি মোৰ ধৈৰ্যৰ বান্ধ স্খলকি যোৱাৰ উপক্ৰম হ'ল। আকৌ এবাৰ ৰূপালী হেৰাই যোৱাৰ খবৰ পাই মোৰ মনে হাহাকাৰ কৰি উঠিল। অনুশোচনাত মই গাকত মুখ গুজি চিঞৰি উঠিলোঁ: "হিমাদ্ৰী, মোৰ ভুল হৈ গ'ল। মই ভুল কৰি পেলালোঁ।"

হিমাদ্ৰীয়ে মোৰ কান্ধত ধৰি সুধিলে: "আপোনাৰ কি ভুল হ'ল, ককাইদেউ?"

"ৰূপালীক এৰি গুচি গৈ মই মহাভুল কৰিলোঁ। ৰূপালীক এতিয়া মই ক'ত পাম? তেওঁ জীয়াই আছেনে নাই মই ক'ব নোৱাৰিলোঁ।"

"ভুল কোনে কৰিছিল মই ক'ব নোৱাৰোঁ। কিন্তু মানসীইতে আপোনাৰ জীৱনলৈ অহাটো এটা বৰ দুৰ্ভাগ্যজনক কথা।"

হিমাদ্ৰীৰ মুখখন হাতেৰে চাকি ধৰি মই ক'লোঁ: "তেনেকৈ নক'বা। মানসী মোৰ বাবে সৌভাগ্য। তাই মোৰ এক্সাৰ জীৱনৰ বস্তিস্বৰূপ। মোৰ

আয়ে মোৰ যিমান যত্ন লৈছিল, মানসীয়ে তাতকৈ বেছি যত্ন লৈছে। মাজে মাজে তাইক মোৰ মা বুলি মাতিবৰ মন গৈছিল। আৰু লণ্ডনলৈ তাই মোক অকলশৰীয়াকৈ এৰি থৈ যাব খুখুজিছিল। তুমি তাত থাকিলে বুজিলাহেঁতেন।"

"তেন্তে প্ৰধান ভুল পেহাদেউৰ আৰু ৰূপালী বাইদেউৰ। পেহাদেৱে মৃত্যুৰ আগে আগে যি কথা ক'লে সেই কথা আগতে নক'লে কেলেই? আৰু ৰূপালী বাইদেউৱে তেতিয়া ··· ।"

তাৰ কথা শেষ কৰিব নিদি মই ক'লোঁ: "দুৰ্বলতা আৰু ভয়। সম্ভ্ৰান্ততাৰ চণ্ডত পৰি ৰূপালীকো ভাল শিক্ষা দিব নোৱাৰিলে। Head আৰু Heart, Reason আৰু will-ৰ সমন্বয়ৰ অভাৱ। এনেকুৱা হ'লে মানুহে উচিত সিদ্ধান্ত ল'ব নোৱাৰে। সেয়েহে নভৰা-নিচিন্তাকৈ সীমান্তৰ হাতত ৰূপালীক তুলি দিব খুজিছিল। কিন্তু হিমাদ্ৰী, এইখন পৃথিৱীত দুৰ্বৃত্তৰ সংখ্যা বহুত বেছি। ৰূপালী জীয়াই আছেনে নাই কোনে ক'ব? তেওঁক ক'ত বিচাৰি যাওঁ?"

"ককাইদেউ, মই বাতিপুৱাৰ পৰা বাতিলৈ বাইদেউক বিচাৰিম আৰু সদায় বাতি আপোনাৰ ওচৰলৈ আহিম। আপুনি এতিয়া জিৰণি লওক। ৰূপালী বাইদেউ জীয়াই আছে। তেওঁ নিশ্চয় ঘূৰি আহিব।"

ওঠৰ

হিমাদ্ৰী গ'লগৈ। ৰূপালীৰ চিন্তাই মোক আকৌ বেছিহে দুৰ্বল কৰি পেলালে। ভাবিবলৈ ধৰিলোঁ, কোনকালে তেওঁক মই বিচাৰি যাম। এনেতে কটন মহাবিদ্যালয়ত অনুষ্ঠিত হোৱা সাহিত্য আৰু কলাবিষয়ক এখন ডাঙৰ সভালৈ মোৰ নিমন্ত্ৰণ আহিল। সভা-সমিতিত ভাষণ দিবলৈ আৰু যেন মোৰ শক্তি নাইকিয়া

হৈছে। মাজে মাজে ভাব হয় মোৰ শৰীৰলৈ ইমান দুৰ্বলতা কেনেকৈ আহিল? দুকুৰি তিনিবছৰ বয়সত মানুহ কেতিয়াও ইমান দুৰ্বল নহয়। তেন্তে মানসীয়ে কোৱাৰ দৰে মই ৰবযুগত তিতিছো নেকি বাৰু? মনৰ অশান্তিয়ে মানুহক ইমান দুৰ্বল কৰিব পাৰে। মানসী মোৰ ওচৰৰপৰা গুচি যাব খুজিছিল। কিন্তু তাইৰ কথামতে মই নচলিলো — চলিব নোৱাৰিলোঁ। নিঃসংগতাই এক ভয়াবহ ৰূপ ধাৰণ কৰি মোক মানসীৰ আদেশ পাহৰাবলৈ বাধ্য কৰালে। এতিয়া তাই সোনকালে ঘূৰি আহিলেই মই ৰক্ষা পৰো।

কিন্তু তথাপি মই সভাখনলৈ যাব লাগিব। মানুহৰ ক্লীৱত্ব আৰু পশুত্ব, অজ্ঞতা, কপটতাৰ কথা মই চিঞৰি চিঞৰি ক'ব লাগিব। গলোঁ সভাখনলৈ। ওখকৈ সজা এখন মঞ্চত ধুনীয়াকৈ সজাই থোৱা এখন মেজৰ ওচৰলৈ মোক মাতি নিয়া হ'ল। কোনোবাই আহি হাতত এডাল ফুলৰ মালা আৰু ডিঙিত এখন গামোচা আঁৰি দি গ'ল। শাৰী শাৰী দৰ্শকে হাত চাপৰি বজোৱা শুনিলোঁ। শ্ৰোতা-সকলক নমস্কাৰ জনাই মঞ্চত থিয় হোৱাৰ লগে লগে প্ৰকাণ্ড হলঘৰটোৰ একেবাৰে শেষলৈ মানুহৰ সমাগম দেখা পালোঁ। মই ভাষণ দিবলৈ আৰম্ভ কৰিলোঁ। উদ্ধৃতি দি গৈছো পৃথিৱীৰ ডাঙৰ ডাঙৰ কৰি-সাহিত্যিকৰ লিখনিৰ, নামজ্বলা কলাকাৰৰ জীৱনীৰ তুলনা কৰিছো। প্ৰখ্যাত সাহিত্যিক আৰু কলাকাৰৰ জীৱনৰ লগত তেওঁলোকৰ স্বকীয়া সমাজ-ব্যৱস্থাৰ, বৰ্ণনা কৰিছোঁ বিভিন্ন সূত্ৰ দাঙি ধৰা চিন্তাবিদসকলৰ লিখনিৰ আৰু কাৰ্যৰ, মূল্যায়ন কৰিছোঁ এৰিষ্টটলৰপৰা ইত্যাদি কৰি সান্তায়ানালৈকে খ্যাতনামা দাৰ্শনিকসকলৰ সমালোচনা সাহিত্যৰ আৰু আজিৰ নিৰ্ভীক সমালোচনাৰ; গৰিহণা দিছোঁ সামাজিক ব্যাধি বিস্তাৰ কৰা মুখাপিক্ষা কিছুমান শিক্ষিত বুদ্ধিজীৱীক আৰু ভূৱা আভিজাত্যৰ বিলাসিতাক, গৰিহণা দিছোঁ তথাকথিত আধুনিক শিক্ষাৰ ক্লীৱতাক, জঠৰতাক আৰু কৰ্তব্যবিমুখতাক; আহ্বান কৰিছোঁ অজ্ঞ নাৰীসকলক

অজ্ঞতা নাশ কৰাৰ উদ্দেশ্যে প্ৰকৃত শিক্ষা গ্ৰহণ কৰি ওলাই আহিবলৈ, আহ্বান কৰিছো শিক্ষিত যুৱকক নিৰ্ভীক হ'বলৈ, সৎ আৰু নিৰ্ভীক লিখনিৰ জৰিয়তে সমাজৰ আৰু ব্যক্তিৰ মনোজগতৰ এলাজুবোৰ আঙুলিয়াই দিবলৈ, আহ্বান কৰিছো সাধনা কৰিবলৈ, দুৰ্নীতি নাশিবলৈ আৰু মাতৃ আৰু ভনীসকলৰ উন্নতি আৰু সুৰক্ষাৰ বাবে লিখনিক অস্ত্ৰহিচাপে ব্যৱহাৰ কৰিবলৈ, সমাজত আলোড়নৰ সৃষ্টি কৰিবলৈ। আৰু অনুৰোধ কৰিছো যুৱকসকলক কৰ্ত্তব্য পালনৰ ক্ষেত্ৰত নিজৰ চিন্তাশক্তি আৰু অনুভূতিৰ সমন্বয় ঘটাবলৈ, যুক্তি আৰু আবেগৰ সমতা ৰক্ষা কৰিবলৈ, প্ৰকৃতি আৰু কলাৰ মিলন ঘটাবলৈ অনুৰোধ কৰিছো। কিছুমান ছদ্মবেশীৰ ছদ্মবেশ খুলি দলিয়াই পেলাই আমাৰ মৰমৰ জীৱনবোৰক সুন্দৰ কৰি গঢ়ি তুলিবলৈ। জাউৰিয়ে জাউৰিয়ে হাত চাপৰি শুনিছোঁ মই। কিমান সময় ধৰি ভাষণ দিলোঁ ক'ব নোৱাৰিলোঁ। এসময়ত বক্তৃতা শেষ কৰি মই চকীত বহি পৰিলোঁ, বৰ ভাগৰ লাগিল মোৰ। সভা ভংগ হ'ল। বহুত মানুহ মঞ্চৰ ওপৰলৈ উঠি আহি মোৰ লগত কৰমৰ্দ্দন কৰিব ধৰিলে। ভাগৰ লাগি আছে যদিও মই হাঁহি হাঁহি সকলোকে বিদায় সম্ভাষণ জনালোঁ। মোৰ লগত বহি থকাকেইজনেও বিদায় সম্ভাষণ জনাই নামি যাবলৈ ধৰিলে। আৰু এজন এজনকৈ সকলো দৰ্শকে সভাথলী পৰিত্যাগ কৰিলে! দুজনমান অধ্যাপক আৰু তিনিজনমান ছাত্ৰ মোৰ লগত আছে। অধ্যাপককেইজনে ছাত্ৰকেইজনক নিৰ্দেশ দি আছে যে তেওঁলোকে মোক গাড়ীৰে কোৱাৰ্টাৰত থৈ আহিব লাগে, কাৰণ মই বৰ ভাগৰি পৰিছোঁ। তেওঁলোকে মোক তাতে বহি থাকিব কৈ মঞ্চৰ ভিতৰ ফাললৈ অহা-যোৱা কৰি ব্যস্ত হৈ আছে। এনেতে হলঘৰৰ একেবাৰে পিছৰ ফালে এজনী মাইকী মানুহ থিয় হৈ মোৰ ফালে চাই থকা দেখিবলৈ পালোঁ। সভাথলীত তেওঁৰ বাহিৰে আৰু কোনো দৰ্শক নাই। তেওঁ বাৰু কিয় থিয় হৈ আছে?

মানুহজনীৰ আভৰণ সাধাৰণ যেন লাগিল। মই ৰূপকৈ মৰুৰ ওপৰত থিয় হৈ তেওঁক লক্ষ্য কৰিলোঁ। তেওঁ মোৰ কালে এখুজি-ছুখুজিকৈ আগুৱাই আহি আছে।

কিন্তু, সেয়া, সেয়া দেখোন ৰূপালী। সেয়া মোৰ ৰূপালী। মই ক'ত আছোঁ তাৰ খেয়াল নাৰাখি এখোজ আগবাঢ়ি যাব খোজোঁতে এজন অধ্যাপকে ক'লে: "আহক প্ৰঃ দত্ত, ভিতৰলৈ যাওঁ।" আটাই-কেইজনে মোক ভিতৰলৈ মাতিব ধৰাত মই ইতস্ততঃ কৰি থাকোঁতে দেখিলো যে ৰূপালীয়ে মোৰ ফালে খন্তেক চাই থাকি পিছফালৰ দুৱাৰেদি ওলাই গুচি গ'ল। মোৰ মনটো সেমেকি উঠিল। অধ্যাপক-কেইজনৰ লগত ভিতৰলৈ গ'লো। খোৱা মেজৰ ওচৰত কেবাজনো অধ্যাপক আৰু অধ্যক্ষই মোৰ বাবে অপেক্ষা কৰি আছিল। মোৰ সমুখত আপেল, আংগুৰ আৰু মিঠাইৰ প্লেটেৰে সৈতে গাখীৰ এগিলাচ দিলে। কিন্তু ৰূপালীক লগ পাবলৈ মোৰ মন উদ্বাউল হৈ আছে; তেওঁ গুচি যোৱা দৃশ্যই মোক অস্থিৰ কৰিছে। মই এডোখৰ আপেল আৰু দুটামান আংগুৰ খাই থপ্‌কৈ থিয় হ'লোঁ। সকলোৱে আচৰিত হৈ মোৰ ফালে চালে। অধ্যক্ষই মোক অন্ততঃ গাখীৰখিনি খাবলৈ অনুৰোধ কৰিলে। মই গাখীৰ খাই থাকোঁতে অধ্যক্ষই ক'লে যে মোক বৰ চিন্তিত দেখা গৈছে আৰু ভাগৰি পৰিছোঁ; তেখেতৰ ছাত্ৰ দুজনমানে মোক গাড়ীৰে কোৱাৰ্টাৰত থৈ আহিব। তাৰ পাছত অধ্যক্ষৰে সৈতে দুজনমান ল'ৰা মোৰ লগে লগে বাহিৰলৈ আহিল। ৰৈ থকা গাড়ী এখনৰ ওচৰলৈ মোক মাতি নি তেওঁলোকে ক'লে যে মই গাড়ীৰ ভিতৰত বহিব লাগে। মই তেওঁলোকক ভাগৰ লগা নাই যেন দেখুৱাব খুজিলোঁ। মই ইফালে-সিফালে এবাৰ চালোঁ। কিন্তু ৰূপালীক নেদেখিলোঁ। হঠাৎ মই ভাবিলোঁ যে মই অলপ নিৰ্জন ঠাইত বহি চিন্তা কৰিব লাগিব। এওঁলোকৰ লগত ঘৰলৈ গ'লে মই চিন্তা কৰিব নোৱাৰোঁ। মই তেওঁলোকক ধন্যবাদ জনাই ক'লোঁ যে

মোৰ এজন বন্ধুক লগ পাবলগীয়া আছে; মোৰ বেছি তাগৰ লগত নাই; এতিয়া ঘৰলৈ নাযাওঁ।

মোৰ কথা শুনি তেওঁলোকে মোৰ ওচৰৰপৰা বিদায় লৈ এজন এজনকৈ গুচি গ'ল। মই খোজ কাঢ়ি বাস্তালৈ ওলাই আহিলোঁ। লাহে লাহে আহি মই নেহৰু পাৰ্কখনৰ ভিতৰলৈ সোমাই গ'লোঁ। পৰ্কৰ সোঁমাজলৈ গৈ বেঞ্চ এখনত বহি ভাবিবলৈ ধৰিলোঁ। ৰূপালী বাৰু মোৰ ওচৰলৈ কিয় নাহিল। তেওঁ ওচৰলৈ আহিলে মই তেওঁক মাতিবৰ সুবিধা পালোহেঁতেন। এতিয়া মই তেওঁক ক'ত লগ পাম। হঠাৎ মোৰ ভাব হ'ল ৰূপালী জীয়াই আছে যিহেতু সংস্কৃত কলেজতে থাকিব। এৰা, কালিলৈ হিমাদ্ৰীক লগত লৈ মই তালৈকে আহিম।

ইতিমধ্যে এন্ধাৰ হওঁ হওঁ হৈছিল। পাৰ্কখনত মানুহ নাছিল। ময়ো গুচি যাওঁ বুলি ভাবি থিয় হৈ ঘূৰি চোৱাৰ লগে লগে দেখিলোঁ ওলাই যোৱা জপনাখনৰ ওচৰত থিয় হৈ আছে ৰূপালী। তেওঁ মোলৈ চাই আছে। মোৰ মন আনন্দত নাচি উঠিল। কিন্তু মই দেখিলোঁ, তেওঁৰ ওঁঠ কঁপি আছে; তেওঁ কান্দি আছে। আবেগত মোৰ অন্তৰ ভৰি পৰিল। ৰূপালীৰ ফালে চাই মই মোৰ হাত দুখন মেলি ধৰিলো। মোৰ মুখৰ ভাষা হেৰাই গ'ল। মই এখুজি-দুখুজিকৈ আগবাঢ়িলোঁ। ৰূপালীয়ে কান্দি কান্দি প্ৰায় দৌৰ মাৰি আহিল। মই দুহাত মেলি চকুৰে তেওঁক আহ্বান জনালোঁ; তেওঁ দৌৰি আহি মোৰ দুবাহুৰ মাজত সোমাই পৰিল। মোৰ বুকুত মুখ লুকুৱাই ৰূপালী উচুপি উঠিল। মোৰ চাৰ্টটো তেওঁৰ চকুপানীত তিতি গ'ল। মই তেওঁক জোৰেৰে সাবটি ধৰিলো। ৰূপালীৰ দহোটা আঙুলিৰ চাপ মই মোৰ পিঠিত অনুভৱ কৰিছো। মই তেওঁৰ মুখখন ওপৰৰ ফালে দাঙি ধৰিলোঁ। চকুপানীৰে তেওঁৰ মুখমণ্ডল তিতি গৈছে। তেওঁৰ চকু পানীবোৰ মই মোৰ আঙুলিৰে মচি দিলোঁ। তেওঁ মাথোন মোৰ গাত লিপিত খাই ধৰি মোৰ চকুলৈ চাই থাকিল।

তেওঁৰ আকৌ চকুপানী ওলাই অহাত মই মচি দিলোঁ। কেঁকুৰি কেঁকুৰি তেওঁৰ সৌহাতৰ আঙুলিৰে মোৰ ওঁঠ, চকু, কপাল আৰু কপালৰ আগৰ ক'লা-বগা চুলিকেইডাল স্পৰ্শ কৰি গৈছে। আৰু মোৰ মনৰ চকুত ভাহি উঠিছে মানসৰ বগা বগা কহুৱা বননি, ৰূপালীৰ নাচোন, হাঁহি, চঞ্চলা হৰিণীৰ দৰে ৰূপালীৰ দৌৰ। দৌৰি দৌৰি আহি মোক সাৱটি ধৰিছে, হাঁহিছে... আৰু আমি কহুৱা বননিৰ মাজত বাগৰি পৰিছো...।"

হঠাৎ গেটৰ ওচৰত মানুহৰ মাত শুনি মই ক'লোঁ: "ইয়াৰপৰা যাওঁ বলা ৰূপালী। মোৰ বৰ ভাগৰ লাগি আছে।" আমি ওলাই আহিলো ৰাস্তালৈ।

ৰাস্তাৰ দাঁতিত থিয় হৈ ৰূপালীয়ে টেক্সি এখন ৰখাই মোক ক'লে: "এখন নিৰ্জন ঠাইলৈ যাওঁ আহক। তাত আপুনি জিৰণি ল'ব।"

আমি আহি পালোঁ ব্ৰহ্মপুত্ৰৰ পাৰৰ সেই ঠাইখন য'ত এদিন আমি দুজনৰ্ী এৰা-এৰি হৈছিল। সেইখন পাৰ্কৰ সেই একেখন বেঞ্চতে বহিলোগৈ আমি। ৰূপালীয়ে মোক শুৱাই দি তেওঁৰ কোলাৰ ওপৰত মোৰ মূৰটো তুলি ৰাখিলে; আৰু মোৰ চকু, মুখ, হাত-ভৰি আৰু সমস্ত শৰীৰত হাত বুলাই বুলাই মোৰ চকুলৈ চাই থাকিল। ৰূপালীৰ চকুৰপৰা লোতক আহি মোৰ গালত পৰিল। তেওঁ ক'লে: "ভাস্কৰদা, আপোনাৰ ওচৰৰপৰা মোক আৰু ক'লৈকো যাবলৈ এৰি নিদিব।"

ৰূপালীৰ হাতখন মোৰ বুকুত লৈ মই ক'লো: "নিদিওঁ ৰূপালী, তোমাক এৰি ময়ো আৰু ক'লৈকো নাযাওঁ। ইমানদিন ক'ত আছিলা তুমি? তোমাক বিচাৰি বিচাৰি মই প্ৰায় নিৰাশ হৈ গৈছিলো।"

ৰূপালীয়ে ক'লে: "এইখন বেঞ্চত বহি এদিন মই আপোনাৰ মনত আঘাত হানিছিলোঁ। মোৰ পাপৰ প্ৰায়চিত্ত হৈ গৈছে...।" ৰূপালীৰ কোলাত শুই শুই মই এক পৰম তৃপ্তি পাইছিলো। তেওঁৰ কথা শুনি মই তেওঁৰ মুখখন হাতেৰে ঢাকি ধৰিলোঁ। কিন্তু তেওঁ মোৰ হাতখন গুচাই ক'লে: "আপোনাৰ স্বাস্থ্য কি হৈ গৈছে। কি

হৈছে আপোনাৰ ? আপোনাৰ ভগ্নস্বাস্থ্যৰ বাবে ময়েই দায়ী। মোক শাস্তি দিয়ক, মোক শাস্তি দিয়ক।"

ৰূপালীয়ে মোৰ মুখৰ ওপৰত তেওঁৰ মুখ থৈ কান্দিবলৈ ধৰিলে। মই তেওঁৰ মূৰটো সাৱটি ধৰি ক'লোঁ: "নাকান্দিবা ৰূপালী। শুনাচোন হিমাদ্ৰীয়ে তোমাক বিচাৰি ফুৰিছে। তোমাক বিচাৰোঁতে বিচাৰোঁতে সি মোকহে পালে।"

"হিমাদ্ৰী ? ক'ত আছে সি ? আহিবনে আকৌ ?"

"আহিব। সি তোমালোকৰ ঘৰটোতে আছে। তুমি বাৰু ইমান দিন ক'ত আছিলা ? আজি তোমাক বিচাৰি নাপালে মোৰ কি হ'লহেঁতেন মই নাজানোঁ।"

পুনৰ কান্দি ৰূপালীয়ে ক'লে: "আপোনাৰ সকলো দুখৰ কাৰণ মই। সংস্কৃত কলেজত থাকি মই ভীষণভাৱে অকলশৰীয়া হৈ গ'লোঁ। নিজৰ বুলিবলৈ কোনো নাই। নিজৰ মূৰ্খামিৰ বাবে নিজৰ ওপৰত ধিক্কাৰ আহিল। কলেজত কাম কৰিও শান্তি নোপোৱা হ'লোঁ। আপোনাৰ লিখা কিতাপবোৰ কিনি লৈ পঢ়িছোঁ। কিন্তু যিমানে পঢ়োঁ সিমানে আপোনাৰ প্ৰতি কৰা মোৰ অবিচাৰবোৰ প্ৰকট হৈ ধৰা দিয়ে। আপোনাৰ ওচৰত ক্ষমা খুজিবলৈকো মই আপোনাক লগ পোৱাৰ আশা নেদেখিলো। বোৰ্ডিঙৰ ভিতৰত থাকিব নোৱাৰা হ'লো। এবছৰৰ লিয়েন লৈ হঠাৎ এদিন আপোনাৰ কিতাপবোৰ এটা ব্ৰীককেচত ভৰাই লৈ মই ওলাই আহিলো। কিন্তু ক'লৈ যাম ভাবি নাপাই শিলঙৰ খুড়াৰ ঘৰলৈ গ'লো। সিহঁতৰ লৰা-ছোৱালীৰ মাজত সাময়িক-ভাৱে শান্তি পালো যদিও কিতাপবোৰ বুকুত বান্ধি লৈ মই ঘূৰি ফুৰিলো— কেতিয়াবা চহৰৰ মাজে মাজে, কেতিয়াবা পাহাৰৰ নিৰ্জন ঠাইত আৰু কেতিয়াবা জলপ্ৰপাতৰ ওচৰত বহি বহি মই মোৰ পাপৰ প্ৰায়শ্চিত্ত কৰো। এদিন ছুটী শেষ হোৱাত ঘূৰি আহিলোঁ। আহিয়েই মই আপোনাৰ বিষয়ে সকলো শুনিলো আৰু আজিৰ এই ভাষণটোৰ

বিষয়েও গম পালোঁ। সেয়েহে জোঁবি আছিলোঁ। আপোনাক চাবলৈ বুলি। একেবাৰে শেষৰ চিত্তত বহি আছিলোঁ। মানুহবোৰে আপোনাক লগ লৈবা দেখি মই আপোনাক লগ পোৱাৰ আশা নাই বুলি ভাবিছিলোঁ। তথাপি মনটোৱে নামানে বাবে দূৰৰপৰা আপুনি ক'লৈ যায় লক্ষ্য কৰি আছিলো। আপোনাৰ ওচৰ চাপিবলৈ মোৰ ভয় লাগিছিল। মোক ক্ষমা কৰক ভাস্কৰদা।"

মই উঠি বহি ৰূপালীক আঁকোৱালি লৈ মোৰ বুকুত তেওঁৰ কাণখন পাতি দি সুধিলো: "শুনিছানে মোৰ বুকুৰ টপ্‌টপনি? তোমাক কেনেকুৱা লাগিছে?"

"শুনিছো; মোৰ কলিজাও টপ্‌টপাইছে।"

"এবা তোমাৰ মূৰৰ চুলিবোৰৰ সুঘ্ৰাণ পাই মোৰ কলিজা নাচি উঠিছে। আৰু মোৰ চুলিবোৰ তোমাৰ আঙুলিৰ পৰশত সজীৱ হৈ উঠিছে।"

ৰূপালীৰ মুখখন ওপৰলৈ তুলি মই মোৰ ওঁঠ তেওঁৰ ওঁঠত লগাই দি ক'লো: "তোমাৰ নিশ্বাসৰ লগত মোৰ প্ৰশ্বাস একাকাৰ হৈ গৈছে ৰূপালী ; তোমাৰ ছবি মোৰ অন্তৰত মচিব নোৱাৰাকৈ সাঁচ বহি আছে। এই সময়ত অইন চিন্তা আঁতৰ কৰা। আহা, আমি দুয়ো দুয়োবো মাজত লীন হৈ যাওঁ।"

ৰূপালীয়ে মোক জোৰকৈ সাবটি ধৰি উত্তেজিত হৈ ক'লে: "মই অকলে থাকিব নোৱাৰোঁ; মই আপোনাৰ লগত থাকিব বিচাৰোঁ। মোক আপোনাৰ লগত ৰাখিব?"

ৰূপালীৰ চুলিবিলাক মই মোৰ চকু-মুখত সিঁচি দি ক'লো: "ৰূপালী, এই নৈখন, সৌ পাহাৰখন, এই জোনাকৰ সন্ধিয়া, আকাশৰ জোনটো সকলোবে লগত আমাৰ আত্মা মিলি গৈছে। তোমাৰ আৰু মোৰ আত্মা এক হৈ গৈছে। আমি আৰু এবা-এৰি নহওঁ।"

ৰূপালীয়ে মাথোন "উঁ" উচ্চাৰণ কৰি মোৰ দেহত লিপিত খাই

লাগি ধৰিলে। কিমান সময় আমি সেইদৰে থাকিলো, ক'ব নোৱাৰিলোঁ। মাথোন তেওঁৰ চকু-মুখত মোৰ ওঁঠৰ চুমা পৰি থাকিল। হঠাতে ৰূপালীয়ে সুধিলে: "মানসীক মই লগ পামনে ডাক্তৰদা? দেউতাই মোৰ আৰু মানসীৰ নামত উইল কৰি দিয়া সকলো সম্পত্তি মই মানসীৰ নামতে নামজাৰি কৰি দিছোঁ।"

ৰূপালীৰ চুলিৰ ওপৰত মোৰ গাল থৈ মই ক'লোঁ: সম্পত্তিৰে কি হ'ব? আমাক মৰম স্নেহ লাগে। মানুহৰ মগজুৰহে সঙ্ক-ৰব আছে; পৰিবেশৰ বাবে মানুহ সক বা বৰ হ'ব নোৱাৰে। আৰু মগজুৰো বিকাশ হ'ব পাৰে।"

মোৰ মুখখন তেওঁৰ দুহাতৰ মাজত লৈ এইবাৰ তেওঁ ক'লে: "জানো, সম্পত্তিবোৰ ভ্ৰম—বিপৰ্যয়ৰ কাৰণ; অহংকাৰ পতনৰ কাৰণ। মোক একো নালাগে। মানসীয়ে সেইবোৰ যি কৰে কৰিব। কিন্তু তাই আহিবনে নাহে? তাই ক'ত আছে? তাইক মই ক'ত লগ পাম? তাইক মই মোৰ বুকুত সাবটি লব বিচাৰোঁ।"

ৰূপালীয়ে পুনৰ কান্দিবলৈ ধৰিলে। মই তেওঁৰ দুয়ো কান্ধত হাত থৈ ক'লোঁ: "নাকান্দিবা, মই সকলো জানো। মানসীৰ কথা শুনিবলৈ তোমাৰ মন ব্যাকুল হৈছে নহয়? শুনা, আমাৰ মানসী বহুত ডাঙৰ মানুহ হ'ল। তাই জৱাহৰলাল নেহৰু বিশ্ববিদ্যালয়ৰ-পৰা নিউক্লিয়াৰ ফিজিক্‌চ্‌ত প্ৰথম স্থান লাভ কৰি এতিয়া লণ্ডনত গৱেষণা কৰি আছে। তাই ঘূৰি আহিবৰ হ'ল।"

উৎফুল্লিতা হৈ ৰূপালীয়ে ক'লে: "লণ্ডনত? গৱেষণা কৰি আছে?"

ৰূপালীয়ে আনন্দত আকৌ মোক সাবটি ধৰিলে। কিন্তু মানসী যোৱাৰ আগদিনাখনৰ সকলো দৃশ্য মনত পৰি মই বিষাদ মনেৰে ক'লোঁ: "তাইৰ লগত বিক্ৰম গৈছে — চাৰ্জন ৰজতমোহনৰ ল'ৰা। মানসীক তাৰ হাতত মই অৰ্পণ কৰিছোঁ। লণ্ডনলৈ যোৱাৰ আগেয়ে সিহঁতৰ engagement হৈ গৈছে। ঘূৰি অহাৰ পিছত সিহঁতৰ

দিয়া হুবি)। কিন্তু মোৰ পৰিশ্ৰম দেখি, যাৰ মৃত্যুৰ পাছত মোক চোৱা-চিতা কৰোঁতা কোনো নাই বাবে তাই মোক এৰি যাব খুজিছিল। তাই যোৱাৰ পাছতে মোৰ এনেকুৱা হ'ল। মই বৰ দুৰ্বল হৈ পৰিলোঁ। সেয়েহে এতিয়া তালৈ মই কোনো খবৰ পঠোৱা নাই।"

কথাখিনি কৈ কৈ মই পুনৰ দুৰ্বল অনুভব কৰিলোঁ। কলিজাত হেঁচা অনুভৱ কৰিলোঁ।

"তাইৰ যুৰি অহাৰ সময় হৈছে যেতিয়া আপোনাৰ অসুখ বুজি তাইলৈ তাঁৰ পঠিয়াও?"

মই উচপ খাই উঠিলোঁ। বুকুখন হুমহুমাই গ'ল। ৰূপালীৰ হাতত খামুচি ধৰি মই ক'লোঁ: "নহয় নহয়; তুমি সেই কাম ভুলতেও নকৰিবা। তাই এনেয়েও আহিব। কিন্তু মোৰ অসুখৰ টেলিগ্ৰাম পালে তাই নিজে জীয়াই নাথাকিব। তুমি নাজানা, মোৰ মাতকৈ তাই মোৰ বেছি আদৰ-যত্ন লৈছিল। তাই নাথাকিলে মোৰ এই লিখাবোৰ সম্ভৱ নহ'লহেঁতেন। তাইৰ লণ্ডন যাত্ৰাৰ দিন ঠিক হোৱাৰ পাছত মুখত টিউমাৰ হৈ মা ঢুকাল। সেয়েহে মোক অকলে এৰি যাবলগীয়া হোৱাত তাইৰ চকুত টোপনি নাইকিয়া হৈছিল। তাই গুচি গ'লে মোৰ স্বাস্থ্য কি হ'ব তাক তাই অনুমান কৰিব পাৰিছিল; তাই বৰকৈ কান্দিছিল। এয়াৰপোৰ্টত বলিয়াৰ দৰে তাই মোৰ ডিঙিত ধৰি কান্দিছিল। বিক্ৰমে তাইক টানি মোৰ গাৰপৰা এৰুৱাই নিব লাগিছিল। আৰু কান্দি কান্দি এয়াৰফিল্ডৰ মাজে মাজে গৈ গৈ তাই উৰাজাহাজৰ দুৱাৰদলিতে উজুতি খাই পৰি গৈছিল। বিক্ৰমে তাইৰ বাউসীত ধৰি ভিতৰলৈ লৈ গৈছিল।"

একেলেথাৰিয়ে কথাখিনি মই কৈ পেলালোঁ। আৰু ভীষণভাৱে ভাগৰি পৰিলোঁ। বুকুখনত কিহবাই হেঁচা মাৰি ধৰা যেন পালোঁ। ৰূপালীৰ গাত মোৰ মূৰটো হালি পৰিল। মোৰ বুকুখনত মই খামুচি ধৰিলোঁ। মুখেৰে মোৰ "আঃ" শব্দ এটা ওলাই আহিল। ৰূপালী ভয়ত

হিমাদ্রি উঠিল: "কি হ'ল আপোনাক ?"

ৰূপালীয়ে মোৰ মূৰটো পুনৰ তেওঁৰ কোলাত* পেলাই ল'লে। মই তেওঁৰ ফালে চাই ক'লোঁ: "মোৰ বুকুখন খৰা ৰূপালী। মোৰ বুকুত কি হৈছে মই ক'ব নোৱাৰোঁ।"

ৰূপালীয়ে মোৰ বুকুখন আলফুলকৈ পিছি দিবলৈ ধৰিলে। মোৰ মূৰ গধুৰ যেন অনুমান হ'ল। মই ক'লোঁ: "চকুৰে মই ধোঁৱা ধোঁৱা দেখিছো।"

ৰূপালীয়ে মোক থিয় কৰাই দি নিজেও থিয় হৈ তেওঁৰ কাষত মোক ভেজা দিবলৈ দি ক'লে: "ইয়াৰপৰা গুচি যাওঁ আহক; আপুনি বৰ অসুস্থ।"

কিন্তু ৰূপালীয়ে মোক কেনেকৈ ক'লৈ লৈ আহিল মই ক'ব নোৱাৰিলোঁ। কাৰণ মোৰ মূৰ ঘূৰি গৈছিল ।

হঠাৎ চকু মেলি দেখোঁ যে মই বিছনাত শুই আছোঁ। চকু ঘূৰাই চাই দেখোঁ যে এইটো মোৰ কোৱাৰ্টাৰ নহয়। আকৌ দেখিলো হিমু আৰু ৰূপালী মোৰ ওচৰত বিছনাত বহি আছে আৰু মোৰ বাঁওফালে ডাক্তৰ এজন বহি মোক পৰীক্ষা কৰি আছে। ডাক্তৰে হিমু আৰু ৰূপালীক কিবাকিবি নিৰ্দেশ দি ওলাই গ'ল: "মোক ক'লৈ আনিলা, হিমু ?"

"ভাল পাইছেনে ককাইদেউ ?"

"ৰূপালী, এইটো কাৰ ঘৰ ?" ৰূপালীয়ে মোৰ ওচৰলৈ আহি ক'লে: "আপুনি মানসীৰ ঘৰত আছে। আপোনাৰ গাত জ্বৰ আছে, কথা নক'ব।"

"মানসীৰ ঘৰ ?"

আচৰিত হৈ মই উঠি বহি চাৰিওফালে চকু ফুৰাই চাই বুজি পালো যে এইটো ৰূপালীহঁতৰ ঘৰ, যিটো ঘৰলৈ বহুবছৰ আগেয়ে মোৰ অহা-যোৱা চলিছিল। মই বিছনাৰপৰা নামিব খুজিলো। হিমাদ্ৰীয়ে

আওৱাই আহি মোক নামিবলৈ বাধা দি ক'লে: "নানামিব ককাইদেউ, আপুনি বৰ অসুস্থ।"

"মই মোৰ কোৱাৰ্টাৰলৈ যাব লাগে। তাত ৰতন আছে। সি মোৰ যত্ন লব। মই ইয়াত থাকিব নোৱাৰোঁ।"

"এতিয়া যাব নোৱাৰে। মই আপোনাৰ যত্ন লব নোৱাৰো নেকি, ককাইদেউ? বাৰু আপুনি ইয়াতে আউজি লওক।" এইবুলি হিমাদ্ৰীয়ে কেইটামান গাৰু লগলগাই মোক আউজিবলৈ দিলে।

হঠাতে বিছনাৰ আনটো মূৰে থিয় হৈ থকা ৰূপালীয়ে কান্দি কান্দি কবলৈ ধৰিলে: "আপুনি ইয়াৰপৰা নাযাব। এইটো মোৰ ঘৰ নহয়। এই সকলোবোৰ মানসীৰ। এইবোৰৰ ওপৰত মোৰ কোনো অধিকাৰ নাই।"

মই মনে মনে থাকিলোঁ।

হিমাদ্ৰীয়ে ক'লে: "মানসীলৈ তাঁৰ পঠিয়ালোঁ।"

এই কথা শুনি মই জিকাৰ খাই উঠিলোঁ। ভয়ত মোৰ মুখৰ পৰা ওলাই আহিল: "কি? ৰূপালী তুমি?"

হিমাদ্ৰীয়ে ক'লে: "আপোনাৰ অসুখ বুলি তাঁৰ পঠিওৱা নাই ককাইদেউ। মাথোন আপুনি ইয়াত আছে আৰু তাই ইয়ালৈ আহিব লাগে বুলি পঠিয়ালোঁ।"

অলপ স্বস্তিৰ নিশ্বাস পেলালোঁ। হিমাদ্ৰীলৈ চাই ক'লোঁ: "বিক্ৰমে মানসীক অকলে আহিব নিদিয়ে; বিক্ৰমলৈও তাঁৰ পঠিওৱা আৰু চাৰ্জন ৰজতমোহনলৈ তেওঁৰ হস্পিতালৰ চেম্বাৰৰ ঠিকনাত মোৰ অসুখ বুলি তাঁৰ পঠিওৱা। চাৰ্জনে সকলো জানে; তেখেতে মানসী আৰু বিক্ৰমক অসুখৰ কথা নকয়।"

হিমু তৎক্ষণাৎ ঢাপলি মেলিলে।

ৰূপালী আৰু হিমাদ্ৰী মোৰ শুশ্ৰূষাত উঠিপৰি লাগিছে। প্ৰত্যেক দিন ডাক্তৰ আহিছে, মোক পৰীক্ষা কৰিছে আৰু গুচি গৈছে।

মোৰ কি হৈছে মই কিন্তু নাজানিলোঁ। সুখিলে সিহঁতে মাথোন কয় যে সীমাহীন পৰিশ্ৰমৰ ফলত মই দুৰ্বলতাত ভুগিছো। সিহঁতে মোক আনন্দত ৰাখিবলৈ যত্ন কৰি আছে। কোৱাৰ্টাৰলৈ মোক যাব নিদিয়ে: ডিপাৰ্টমেণ্টলৈ যাব নিদিয়ে। মোৰ ছুটীৰ বাবে হিমাদ্ৰীয়ে সকলো ব্যৱস্থা নিজেই কৰিছে। আবেদন-পত্ৰ লিখি মোৰ হতুৱাই চহী কৰাই নিছে। ৰূপালীয়ে মোক লিখা কাম কৰিব নিদিয়ে; লিখি লিখিয়েই হেনো মোৰ সকলো শেষ হৈ গ'ল। সিহঁতে মাথোন মোক কিতাপ পঢ়িবলৈ দিছে; মোৰ কোৱাৰ্টাৰৰপৰা মোৰ সমস্ত কিতাপ-পত্ৰ আৰু মোৰ লাগতিয়াল বস্তু সিহঁতে লৈ আহিছে। মই এদিন ৰূপালীক ক'লো যে মই যদি লিখিব নোৱাৰো, তেন্তে মোৰ আধালিখাবিলাক মোৰ মৃত্যু হ'লে কোনে লিখি উলিয়াব আৰু মোৰ প্ৰকাশ কৰিবলগীয়াবোৰ কি হ'ব? ৰূপালীয়ে তেওঁৰ হাতেৰে মোৰ মুখখন ঢাকি ধৰি ক'লে: "প্লিজ, সেই কথা মুখত নানিব। আপুনি ভাল হ'লে সেইবোৰ চিন্তা কৰিব পাৰিব।"

মোৰ শুশ্ৰূষা কৰি কৰি ৰূপালীয়ে দিন-ৰাতি একাকাৰ কৰি দিছে। কেতিয়াবা মাজনিশা আৰু কেতিয়াবা শেষনিশাও মই ৰূপালীক মোৰ ওচৰত বহি থকা দেখিবলৈ পাওঁ। তাকে দেখি মই বুজিবৰ চেষ্টা কৰো আচলতে মোৰ কি অসুখ হৈছে। কিন্তু ৰূপালী আৰু হিমাদ্ৰীয়ে সেই কথা বুজিবৰ সুবিধা মোক নিদিয়ে।

এদিন দিনৰ এঘাৰমান বজাত ৰূপালীয়ে মোৰ বিছনাৰ কাপোৰ-বোৰ সলাই নতুন কাপোৰ পাৰি দিছে আৰু মোক আংগুৰৰ ৰস খাবলৈ দি আছে। এনেতে বাহিৰৰপৰা হিমুৱে চিঞৰিলে: "ৰূপালী বাইদেউ, মানসীহঁত আহিছে।"

লগে লগে মই বিছনাৰপৰা উঠিব খোজাত ৰূপালীয়ে বাধা দি ক'লে: "উঠিব নালাগে; মানসী আপোনাৰ ওচৰলৈ এতিয়াই আহিব। গাৰুত আউজি বহি থাকক।"

ৰূপালী গুচাই গ'ল। বাহিৰত মই তেওঁলোকৰ মাত শুনিলোঁ।
ৰূপালীয়ে মাতিছে: "মানসী আহ; মোৰ বাহুৰ মাজলৈ আহ মানসী;
ভনী মোৰ।"

মানসীৰ মাত: "ৰূপালী বাইদেউ। বাইদেউ। বাইদেউ।" বুজিলোঁ
মানসী ইতিমধ্যে ৰূপালীৰ বাহুবন্ধনত সোমাই পৰিছে

মানসীৰ মাত শুনিলো: "ককাইদেউ ক'ত?"

মই তৎক্ষণাৎ উঠিব খুজিলোঁ। তাই লণ্ডনৰপৰা ঘূৰি আহিছে;
আৰু মই বহি আছোঁ। কিন্তু লগে লগেই মানসী, বিক্রম, চার্জন
ৰজতমোহন আৰু হিমাদ্রী সোমাই আহিল। ৰূপালী মানসীৰ লগে
লগে আহিল। মানসীয়ে একমুহূর্ত থিয় হৈ মোৰ ফালে চালে। মই
তাইৰ ফালে চাই হাঁহিব খুজিলো; কিন্তু তাই "ককাইদেউ" বুলি
দৌৰি আহি মোৰ ডিঙিত আঁকোৱালি ধৰি কান্ধত মূৰ পেলাই
কান্দিবলৈ ধৰিলে। তাই ক'বলৈ ধৰিলে: "আপোনাৰ স্বাস্থ্য আপুনি
কি কৰি পেলালে ককাইদেউ; আপুনি মোৰ কথা নুশুনিলে,
ককাইদেউ।"

তাই এনেকৈ কান্দিব ধৰিলে যে মই উত্তেজিত হৈ গ'লো।
মই তাইৰ মূৰটো আগলৈ আনিবৰ চেষ্টা কৰি ক'লোঁ: "মানসী,
নাকান্দিবিচোন, মই ভাল হৈ গৈছো।" কিন্তু তাই "ককাইদেউ"
"ককাইদেউ" বুলি মোৰ কান্ধত পৰি কান্দি থাকিল। তাইৰ কান্দোন
শুনি থাকোঁতে মোৰ বুকুখনত হঠাতে জোকাৰণি লাগিল। বুকুখনত
কিহবাই চেপি ধৰা যেন পালো। বুকুত খামুচি ধৰি মই হালি যাব
ধৰাৰ লগে লগে ৰূপালীয়ে মানসীক টানি লৈ গৈ ক'লে: ককায়েৰাৰ
ওচৰত ইমানকৈ নাকান্দিবি মানসী, তেওঁৰ অসুখ।"

"ৰূপালী" বুলি চিঞৰি মই বিচনাত বাগৰি পৰিলো। চার্জন
ৰজতমোহনক হঠাৎ মোৰ ওচৰত দেখা পালো। বুকুত ধৰি মই
চার্জনৰ ফালে চাই থাকোঁতে মোৰ মূৰ ঘূৰি গ'ল ...।

চকুমেলি দেখোঁ, আটাইকেইজন মোৰ চাৰিওফালে থিয় হৈ আছে। মানসীয়ে এইবাৰ মোৰ ফালে চাই হাঁহিছে। মই তাইলৈ হাতখন আগবঢ়াই দিলোঁ। তাই মোৰ হাতত ধৰি মোক গাকত ভেজা দি বহিবলৈ দিলে। চাৰ্জনে মোৰ ওচৰত বহি মোৰ নাড়ীত ধৰি মই জানিব খোজা কথাবোৰ ক'বলৈ ধৰিলে—মানসী আৰু বিক্রম কেতিয়া আহি পালে, আহি পাই মানসীয়ে কি কৰিলে, মোক বিচাৰি ক'লৈ গৈছিল ইত্যাদি। তাৰপাছত ক'লে যে সিহঁতৰ গৱেষণা সম্পূর্ণ হ'ল, ফলাফল বৰ ভাল; তাৰবাবে সিহঁতক বিশ্ববিদ্যালয়ৰ তৰফৰপৰা অভিনন্দন দিয়া হৈছে, সম্বর্দ্ধনা জনোৱা হৈছে; কিন্তু এইবোৰ চলি থাকোঁতেও মানসীয়ে গুৱাহাটীলৈ আহিবলৈ ব্যতিব্যস্ত হৈ আছিল। এইবোৰ কথা শুনি মই মানসীৰ ফালে চাই সন্তুষ্টিৰ হাঁহি মাৰিলোঁ। মানসী আৰু বিক্রমক বিশ্ববিদ্যালয়ে দিয়া এম্‌ব্লেম্ দুটা সিহঁতে মোক দেখুৱালে। সেই দুটা লাৰি-চাৰি চাই মই বৰ গর্ব অনুভৱ কৰিলোঁ।। লগে লগে মানসীয়ে সিহঁতৰ লণ্ডনৰ ফটোগ্রাফবোৰ আনি মোৰ সমুখত হাজিৰ কৰিলেহি। দেখুৱালে লণ্ডন পার্লিয়ামেণ্ট, 'বিগ্‌বেন', বৃটিছ মিউজিয়াম, অক্সফোর্ড, গ্লোব থিয়েটাৰ ষ্টেজ, বাকিংহাম পেলেচ, লণ্ডন মহানগৰী, চেক্সপিয়াৰৰ জন্মস্থান ষ্ট্রাটফোর্ড, চেণ্ট পিটাৰ্চ চাৰ্চ ইত্যাদি। মোৰ মনটো বৰ ফৰকাল লাগি গ'ল। অলপ পাছত সকলোকেইটি খোৱামেজলৈ উঠি গ'ল। ৰূপালী মোৰ লগত থাকিল।

ৰূপালী আৰু মানসী মোৰ শুশ্রূষাত ব্যস্ত হৈ পৰিল। চাৰ্জন ৰজতমোহন অহাৰ পাছত মোৰ ওচৰলৈ আৰু বেলেগ ডাক্তৰ অহা নাই। তেখেতে সদায় ৰাতিপুৱা আৰু ৰাতি শোৱাৰ সময়ত মোৰ বুকু পৰীক্ষা কৰে। মোৰ কি হৈছে সুধিলে কিন্তু কেৱল দুর্বলতা বুলিহে কয়। তেখেতে মোৰ লগত মানসী আৰু বিক্রমৰ ভৱিষ্যৎ কাৰ্য্যপন্থাৰ বিষয়ে আলোচনা কৰে। এবাৰ তেখেতে ক'লে যে

সিহঁতৰ বিয়াখন তেখেতে ইয়াতে পাতি দিব; মই কষ্ট কৰি আৰু দিল্লীলৈ যাব নালাগে। মই সন্মতি দিলোঁ। ইতিমধ্যে ৰূপালী আৰু মানসীয়ে অহৰ্নিশে কৰা পৰিশ্ৰমৰ ফলত মোৰ শৰীৰ ভাললৈ আহিল; চাৰ্জনৰ পৰামৰ্শতে দৰব আৰু পথ্য খোৱাৰ ফলত মই শৰীৰত শক্তি পালোঁ; শৰীৰটো বৰ সুস্থ অনুভৱ হ'ল। অনায়াসে ইফালে-সিফালে ঘূৰি ফুৰিব পৰা হ'লোঁ—ফুলনিলৈ যাওঁ, ৰাস্তালৈ ওলাই যাওঁ আৰু হিমাদ্ৰীয়ে মাজে মাজে মোক গাড়ীৰে ফুৰাবলৈ নিয়ে। কিন্তু ডিপাৰ্টমেণ্টলৈ যাব দিয়া নাই। আৰু সিহঁত এজনৰ পাছত এজন অহৰ্নিশে মোৰ লগে লগে থাকে।

এনেতে এদিন চাৰ্জনে মানসী আৰু বিক্ৰমৰ বিয়াৰ দিন ঠিক কৰাৰ কথা ক'লে। লগে লগে হিমাদ্ৰীয়ে চিঞৰি কৈ উঠিল: "বঢ়িয়া কথা: তাৰ লগতে ককাইদেউ আৰু ৰূপালী বাইদেউৰ বিয়া হ'ব লাগে।"

মানসীয়ে লগে লগে হাঁহি হাঁহি হাতচাপৰি বজালে। মই ক'লোঁ: হিমু, এনেকুৱা চিন্তা তোমাৰ মগজুলৈ কেনেকৈ আহিল?"
কিন্তু চাৰ্জনে ক'লে: হিমুৱে উচিত কথাকে কৈছে প্ৰফেচাৰ। বহুদিন আগেয়ে হ'বলগীয়া আছিল বাবে কেৱল নহয়। ইয়াৰ প্ৰয়োজনীয়তাও যথেষ্ট।"

মই ক'লোঁ: যেতিয়াৰ যিটো কাম তেতিয়া নকৰিলে পিছত কৰি লাভ নাই।"

মানসীয়ে ক'লে: "এয়া লাভ-লোকচানৰ কথা নহয়, প্ৰয়োজনৰ কথা।"

মই ক'লোঁ: মনে মনে থাক মানসী।"

বিক্ৰম আৰু হিমাদ্ৰীয়ে তুলি ধৰিলে: আমি মনে মনে নাথাকো। ৰূপালী বাইদেউ আৰু ককাইদেউৰ বিয়া হ'ব লাগিব।"

হিমুৱে ক'লে: মই ৰূপালী বাইদেউৰ অভিভাৱক। মোৰ ছুটী

শেষ হোৱাৰ আগেয়ে মই বিয়া পাতি দিম।"

মোৰ আপত্তি নুশুনি আটাইকেইজনে দহ দিনৰ ভিতৰত বিয়াৰ দিন ঠিক কৰি পেলালে। আনহাতে মোৰ শাৰীৰিক সুস্থতালৈ লক্ষ্য কৰি মই ভাবিবলৈ ধৰিলোঁ যে মোৰ কোনো ডাঙৰ অসুখ হোৱা নাই কিজানি; মোৰ বুকুৰ ভিতৰৰ অসুখটো কিজানি মোৰ মনৰ এটা শংকাজনক প্ৰক্ৰিয়াহে আছিল। তথাপি মই নিশ্চিন্ত হ'ব পৰা নাই কাৰণ মোৰ শাৰীৰিক উন্নতি হোৱা সত্ত্বেও ইহঁতকেইজন সদায় এজনৰ পাছত এজন মোৰ লগত লাগি থাকে; ইহঁতে মোক এখন্তেকো অকলে থাকিব নিদিয়ে। হিমাদ্ৰীয়ে মোৰ বিছনাৰ ওচৰত তাৰ বাবে এখন বিছনা পাতি লৈছে; দিনৰ ভাগত সেইখন তুলি থৈ দিয়ে। ৰাতি মানসী, ৰূপালী মোৰ ওচৰৰপৰা গ'লেই সি আহি মোৰ ওচৰ চাপে। সিহঁতৰ এই কাৰ্যবোৰে মোক ভাবিবলৈ বাধ্য কৰালে যে মোৰ শাৰীৰিক উন্নতি হ'লেও নিশ্চয় মোৰ কলিজাৰ দুৰ্বলতা অক্ষুণ্ণ আছে। সেয়েহে সকলোৱে মোৰ বিয়াৰ বাবে প্ৰস্তুত হোৱাত মই কিছু চিন্তিত হ'লোঁ। ৰূপালীয়ে বাৰু এই বিয়াত কিয় সম্মত হ'ল মই বুজি নাপালোঁ। মোৰ যদি হঠাৎ মৃত্যু হয় তেতিয়া ৰূপালীয়ে কি কৰিব? কিন্তু সিহঁতে কোনোৱে মোৰ কথা নুশুনিলে। মানসীয়ে তেজপুৰৰ খুড়াহঁতলৈ আমাৰ বিয়াৰ খবৰ জনাই টেলিগ্ৰাম পঠিয়াই দিলে।

### ঊনৈশ

বিয়ালৈ মাত্ৰ চাৰিদিন বাকী আছে।
সিদিনা মই ডিপাৰ্টমেন্টলৈ যাবলৈ মনস্থ কৰি ৰাতিপুৱা ন মান বজাত গা ধুই বহা কোঠাত আৰামী চকী এখনত বহি ফৰাচী লিখক এজনৰ কিতাপ এখন পঢ়ি আছোঁ। ভাবিছো দুপৰীয়া খাই উঠি ডিপাৰ্ট-

মেণ্টলৈ যাম। ৰূপালী মোৰ ওচৰত বহি আছিল। তেওঁ উঠি যোৱাৰ কন্তেক পাছত হিমাদ্ৰী সোমাই অহাত মই ক'লোঁ: "হিমাদ্ৰী, এইবোৰ বন্ধ কৰাচোন।"

"কি ককাইদেউ?"

মানসীৰ বিয়া হৈ যাওক: মোৰ আৰু ৰূপালীৰ বিয়া বন্ধ কৰা।"

"এতিয়া নহ'ব ককাইদেউ। এইক্ষেত্ৰত মই আপোনাৰ বাধ্য হ'ব নোৱাৰিলোঁ। ভাই বুলি মাৰ্জনা কৰিব।"

"হিমাদ্ৰী, হাঁহি উঠা কাণ্ড নকৰিবা। মোৰ কপালৰ আগৰ চুলি চোৱা। আনহাতে মই বেমাৰী। মিছাতে ৰূপালীৰ জীৱনটো...।"

হিমাদ্ৰীয়ে মোক বাধা দি ক'লে: "ককাইদেউ, এইখন বিয়াই ৰূপালী বাইদেউৰ জীৱনলৈ এতিয়া কোনো দুৰ্যোগ আনিব নোৱাৰে। দুৰ্যোগ আহিছিল এইখন বিয়া নোহোৱা বাবেহে।"

"কিন্তু তোমালোকে মোক নক'লেও মই সকলো বুজি পাওঁ। মই এজন Heart patient, এই কথা জানি শুনি তোমালোকে...।

আৱশ্যকতকৈ বেছি গহীন হৈ হিমাদ্ৰীয়ে ক'লে: "ককাইদেউ, ৰূপালী বাইদেউৰ একান্ত ইচ্ছাতহে এই বিয়া পতা হ'ব।" এইবুলি কৈ হিমাদ্ৰী ভিতৰ সোমাই গ'ল। মই আচৰিত হ'লোঁ—ৰূপালীৰ একান্ত ইচ্ছাত? কিন্তু ৰূপালীয়ে জানে মোৰ কি হৈছে! তথাপি তেওঁ..। মই বৰ চিন্তিত হ'লোঁ। কিতাপখন জপাই বহি থাকিলোঁ। মানসী সোমাই আহি মোৰ সমুখত এডাল সোণৰ চেইন দাঙি ধৰিলে। চেইনডালৰ লকেটটো সৰু; কিন্তু লণ্ডনৰ 'বিগ বেন'ৰ আকৃতিত সজা এটা ধুনীয়া লকেট। মই সুধিলোঁ: "এইডাল লণ্ডনৰপৰা আনিছ?"

তাই মুৰ তুপিয়াই ক'লে: "আপোনাৰ বাবে।"

"মোৰ বাবে? মই কি কৰিম চেইনেৰে?"

"আপুনি যদি নিপিন্ধে, ৰূপালী বাইদেউক দিব।"

"তই নিজে ৰূপালীক নিদিয় কেলৈ?"

তাই মোৰ লিঠিৰ কালে থিয় হৈ চেইনডাল পিন্ধাই দিবলৈ অহাত মই তাইৰ হাত দুখন টানি আনিলো। তাইৰ মুখখন মোক কান্ধত লাগিল। মই ক'লো: "মানসী, তোৰ লণ্ডন যাত্ৰাৰ মুহূৰ্তটো মোৰ জীৱনৰ এটা terning point ভাব হৈছিল, এতিয়াও সেই ভাব হৈ আছে যে মই তোক চিৰদিনৰ বাবে মোৰ ওচৰৰপৰা পঠিয়াই দিলোঁ বিক্ৰমৰ ওচৰলৈ। কিন্তু মোৰ বৰ ভয় হৈ আছে।"

তাই মোৰ বুকুৰ কামিজটো লিৰিকি বিদাৰি সুধিলে: "কি ভয় ককাইদেউ?"

মই তাইৰ মূৰটো মোৰ কান্ধত হাতেৰে চেপি ধৰি ক'লোঁ: "বোজা নমাই দিলো; এতিয়া মোৰ প্ৰেৰণাৰ মৃত্যু হোৱাৰ ভয়। মোৰ লিখনিয়ে সদায় তোৰ উপস্থিতি বিচাৰে।" মই তাইৰ হাত দুখন মোৰ হাতৰ মাজত ললোঁ।

"আপোনাৰ প্ৰকৃত প্ৰেৰণা এতিয়াহে আহিছে ককাইদেউ।" এইবুলি তাই চেইনডাল মোৰ ডিঙিত পিন্ধাই দিলে।

মানসীৰ কথাত মই পতিয়ন যাব নোৱাৰিলোঁ। কপালীৰ সত্তা মোৰ সত্তাৰ লগত মিলি গৈছে; এইবাৰ কপালীক বিচাৰি নাপালে মোৰ মৃত্যু নিশ্চিত আছিল। সেয়া ঠিক কথা। কপালীৰ হাতৰ পৰশে মোৰ জীৱন ৰক্ষা কৰিলে। কিন্তু মোৰ সাহিত্যৰ প্ৰেৰণা কোন? মানসীৰ লগত কটোৱা প্ৰতিটো পলৰ ছবি মুহূৰ্ততে মোৰ মানসপটত ভাহি উঠিল। মোৰ সাহিত্য সত্তাই সদায় মানসীক কিয় বিচাৰে সেয়া তাই নাজানে। মানসীৰ মাত শুনিলোঁ: "ককাইদেউ, এইডাল চেইন পিন্ধি প্ৰথমে দৰা হ'ব লাগিব; তাৰ পাছত কপালী বাইদেউক দিব।"

তাইৰ কথা শুনি হঠাতে মোৰ খং উঠি আহিল। চেইনডাল ডিঙিৰ পৰা উলিয়াই দলিয়াই দি মই ক'লোঁ: "তইঁতে মোক বলিয়া নকৰিবি। মোক অকলে থাকিবলৈ দে।"

এনেতে ৰূপালীয়ে এগিলাচ গাখীৰ লৈ আহি মোৰ সমুখত দাণ্ডি ধৰি ক'লে: "এয়া, গাখীৰ খাওক।"

ৰূপালীৰ ফালে চালোঁ। তেওঁৰ চকু-মুখত, তেওঁৰ চেহেৰাত পৱিত্ৰ প্ৰেমৰ শিখাবোৰ প্ৰকট হৈ ফুটি উঠিছে। মই বুজি পালোঁ ৰূপালীৰ প্ৰেমে মোক জীয়াই ৰাখিছে; তেওঁৰ অবিহনে মোৰ জীৱন বৃথা। কিন্তু তেওঁ মোৰ লিখনিত প্ৰেৰণা যোগাব নোৱাৰে কিয়? তেওঁ মাথোন মোক ভাল পাব পাৰে; মোৰ কাৰণে ত্যাগ স্বীকাৰ কৰিব পাৰে। বিয়াৰ পাছত যদি মোৰ মৃত্যু হয়, তেন্তে তেওঁ হয়তো মোৰ সমাধিত পৰি মৰি থাকিব। কিন্তু তেওঁৰ ত্যাগৰ কোনো মূল্য নাথাকিব। এইদৰেই দুটা প্ৰাণীৰ জীৱন শেষ হৈ যাব। তেনেহ'লে এই দুটা প্ৰাণী মিলিত হৈ পৃথিৱীত কি এৰি থৈ যাব? পৃথিৱীৰ মানুহক কি দি থৈ যাব? দি থৈ যাব মাথোন শূন্যতা। ৰূপালী আৰু মোৰ মিলন মানৱজাতিৰ কোনো কামত নাহিব। জীৱনৰ সুন্দৰ দিনবোৰ আমি দুজনৰ বাবে নিষ্ফল হৈ গ'ল; এতিয়া বাকী আছে মাথোন উকা প্ৰেম। মোৰ লিখাৰ বাবেও ৰূপালীয়ে প্ৰেৰণা যোগাব নোৱাৰিলে। আৰু আজি মানসী গুচি যাবলৈ ওলাইছে মোৰ একমাত্ৰ প্ৰেৰণাৰ এনাজৰীডাল ছিন্ন কৰি থৈ। দেখিলোঁ ৰূপালী মোৰ সমুখত থিয় হৈ আছে; হাতত গাখীৰৰ গিলাচ। মই তেওঁৰ ফালে এবাৰ চাই উঠি মোৰ কোঠালৈ গুচি আহিলো। বিছনাত বাগৰি গাকত মুখখন গুজি দিলোঁ। পিঠিত অনুভৱ কৰিলো ৰূপালীৰ হাতৰ পৰশ।

"কি হৈছে আপোনাৰ? গাখীৰ নাখায়?"

"নাখাওঁ; মই ইয়াত থাকিব নোৱাৰো। মই মোৰ কোৱাৰ্টাৰলৈ গুচি যাব লাগিব।"

ৰূপালীয়ে মোৰ গাত ধৰি মোক তেওঁৰ ফালে মুখ ঘূৰাবলৈ বুলি টানি টানি সুধিলে: "কি হৈছে মোক বুজাই কওকচোন। ইমান

খং উঠিল কেলেই ?”

মানসীৰ মাত শুনিলো : “ৰূপালী বাইদেউ, ককাইদেউৰ মোৰ ওপৰত খং উঠিছে। মই এই চেইনডাল পিন্ধি দৰা হ’ব লাগিব বুলি কৈছিলোঁ।”

“বুজিছো ; খং তেনেহ’লে তোৰ ওপৰত নহয়, মোৰ ওপৰতহে। বাৰু চেইন পিন্ধিব নালাগে, গাখীৰখিনি খাওক।”

ৰূপালীৰ হাতখন একৰাই দলিয়াই দি মই ক’লোঁ : “নাখাওঁ। মই ইয়াত থাকিব নোৱাৰোঁ। ইয়াত থাকিলে মোৰ উশাহ বন্ধ হৈ যাব।”

ৰূপালীৰ কথা মোৰ কাণত পৰিল : “তেন্তে মইয়েই গুচি যাওঁ। মানসী তোৰ ককায়েৰে মোৰ বাবে অশান্তি পাই থাকিব নালাগে। তইয়েই তেওঁক চাবি।”

ৰূপালী মোৰ কোঠাৰপৰা ওলাই গ’ল।

মানসী মোৰ ওচৰলৈ আহি ক’লে : “ককাইদেউ, আপুনি ভাল কাম নকৰিলে।”

মোৰ বিয়াখন বন্ধ কৰ। তইঁতে ইয়াত এখন farceৰ সৃষ্টি নকৰিবি।”

“আপোনাৰ একান্ত অনিচ্ছাত বিয়া পাতিব নালাগে। কিন্তু বিয়া নহ’লে আপুনি মোৰ লগত দিল্লীলৈ ঘূৰি যাব লাগিব।”

“মই আকৌ কিয় দিল্লীলৈ যাম ?”

“আপুনি মোৰ লগত দিল্লীলৈ যাব লাগিব। কাৰণ মই আপোনাক ইয়াত অকলে এৰি থৈ যাব নোৱাৰোঁ।”

মোৰ চিন্তা হ’ল। মই অকলে থাকিব নোৱাৰোঁ, এইটো ঠিক কথা। কিন্তু মই গুচি গ’লে ৰূপালী পুনৰ অকলশৰীয়া হ’ব। খন্তেক ভাবি মই মানসীক ক’লোঁ : “মানসী, আমি গুচি গ’লে ৰূপালী অকলশৰীয়া হ’ব। তেওঁক আমাৰ লগত লৈ যাওঁ বল।”

“ৰূপালী বাইদেউ গুৱাহাটী এৰি ক’লৈকো নাযায়।”

"কিয় নাযায় মানসী?"

"তেওঁ কৈছে, তেওঁৰ জীৱনৰ সুন্দৰ মুহূৰ্তবোৰ গুৱাহাটীৰ লগত জড়িত হৈ আছে। এই ঠাই তেওঁ এৰিব নোৱাৰে; সেই স্মৃতি লৈ তেওঁ জীয়াই থাকিব বিচাৰে।"

ভাবিলো, এবাৰ ৰূপালীক এৰি থৈ গৈ মই ভুল কৰিছিলোঁ। এতিয়া তেওঁক ইমান অকলশৰীয়া কৰি মই কিয় এৰি গুচি যাম? মই গুচি গ'লে এইবাৰ তেওঁ জীয়াই নাথাকে। মানসীক ক'লোঁ: "মানসী, তেনেহ'লে মইয়ো দিল্লীলৈ নাযাওঁ। তেওঁক অকলে এৰা উচিত নহ'ব।"

"তেতিয়াহ'লে আপুনি কোৱাৰ্টাৰত অকলে থাকিব নোৱাৰে। এই ঘৰত ৰূপালী বাইদেউৰ লগত থাকিব লাগিব। আপুনি তেওঁক অকলশৰীয়া কৰিব নোখোজে আৰু তেওঁৰ লগত একেলগে থাকিবও নোখোজে। এইটো আকৌ কেনে কথা?"

"মই কোৱাৰ্টাৰত থাকিলে তেওঁ ক'ত থাকিব? নহয়, নহয়, মানসী, মই বাৰু তেওঁক মোৰ লগতে ৰাখিম।"

"তেন্তে বিয়া হ'ব লাগিব। বিয়া নোহোৱাকৈ ৰূপালী বাইদেউ কিয় থাকিব আপোনাৰ লগত?"

"মই নামাতিলোঁ। তাই মোৰ ওচৰত বহি কৈ গ'ল: "ককাইদেউ এই ঘৰ-সম্পত্তি মই ৰূপালী বাইদেউৰ পৰা কিয় গ্ৰহণ কৰিছো জানে?"

"নাজানো; তোৰ সম্পত্তিৰ লোভ কিয় হ'ল মই কেনেকৈ জানিম? মই সেই কথা ভাল পোৱা নাই।"

"আপোনাৰ বাবে গ্ৰহণ কৰিছো। কাৰণ আপুনি ৰূপালী বাইদেউৰ ঘৰত নাথাকে। আপোনাৰ ভনীৰ ঘৰত আপুনি নিশ্চয় থাকিব। যদি নাথাকে তেন্তে মোক আপোনাৰ ছত্ৰছায়াত ৰাখি কিয় ইমান ডাঙৰ কৰিলে? ককাইদেউ, আপুনি এই ঘৰত থাকিব লাগিব আৰু

আপোনাৰ এই অৱস্থাত একমাত্ৰ ৰূপালী ৰাইদেউৰ প্ৰয়োজন।"

মই খন্তেক মৌন হৈ থাকি অৱশেষত ক'ব খুজিলোঁ: "কিন্তু—ৰকিন্তু মোৰ ···।"

মানসীয়ে তৎক্ষণাৎ ক'লে: "ককাইদেউ, বিয়া হৈ সংসাৰ কৰাটো আৱশ্যকীয় কথা। কাৰণ জীৱন মানেই সৃষ্টি। কিন্তু কেৱল সংসাৰ কৰাটোৱে জানো বিয়াৰ একমাত্ৰ উদ্দেশ্য? তেনেহ'লে বিয়াৰ লগতে প্ৰেম কিয় জড়িত হৈ আছে? যি মানুহ কেৱল এটা automation, তেওঁহে কেৱল সংসাৰ কৰাৰ কথা ভাবে। Matter and Spirit, Reason and will—এইবোৰ শিক্ষা মই আপোনাৰপৰাহে পাইছিলো।

মানসীয়ে মোৰ বাউসীত ধৰি পুনৰ ক'লে: "আজি নিজৰ ক্ষেত্ৰত আপুনি কিয় বুজা হৈছে ককাইদেউ?"

মানসীৰ হাতখন একৰাই দি মই ক'লোঁ: "অৰ্থাৎ তই ক'ব খুজিছা যে মই মাথোন এটা Spirit, তেনেহ'লে মোৰ শৰীৰটোও নাইকিয়া হৈ যোৱা উচিত। যিহেতু চিৰন্তন জীৱন প্ৰবাহত মই কোনো অৰিহণা যোগাব নোৱাৰোঁ, মোৰ শৰীৰ কিয় বৰ্তি থাকিব লাগে? প্ৰেমৰ লগতে সৃষ্টি যদি জড়িত হৈ নাথাকিলহেঁতেন, তেনেহ'লে মানৱৰ জীৱনপ্ৰবাহ বন্ধ হৈ গ'লহেঁতেন, যিদৰে মোৰ জীৱনপ্ৰবাহ বন্ধ হৈ গৈছে। এৰা, মই কেৱল এটা Spirit হৈহে আছো। মোৰ আনটো দিশ হেৰাই গৈছে; তেনেহ'লে সমন্বয় কিদৰে হ'ব? মোৰ জীৱনৰ আৰম্ভণিতেই মোৰ জীৱনৰ সামৰণি। এয়াই মোৰ জীৱন।"

মোৰ মন ভাৱাক্ৰান্ত হৈ উঠিল। কপালত হাত দি তললৈ মুৰ কৰি মই বহি থাকিলোঁ। মানসী থিয় হৈ মোৰ মুখটো দাঙি সজল নয়নেৰে মোৰ চকুলৈ চালে। তাইৰ ওঁঠযুৰিও কঁপিছে। তাই মাতিলে: "নহয় ককাইদেউ, সেয়া নহয়।"

উত্তেজিত হৈ মই ক'লোঁ: "তেনেহ'লে মোৰ বুকুৰ ভিতৰত কি

হৈছে নকৰ কেলৈ ? চাৰ্জন বজ্ৰতমোহনে মোৰ বুকু সদায় কিয় পৰীক্ষা কৰে ? তইঁতে মোৰপৰা কি কথা লুকুৱাইছ ?”

মানসীয়ে মোৰ বাউসীত ধৰি মোক শুৱাই দি ক'লে : “উত্তেজিত নহ'ব ককাইদেউ। আপোনাৰ একো হোৱা নাই নহয়। ঘৰৰ ডাক্তৰ থাকিলে তেনেকুৱা কৰেই। আপুনি আজি ডিপাৰ্টমেণ্টলৈ যাবলৈ ওলোৱা নাই জানো ?” কিন্তু তাইৰ চকু-মুখত এক অস্থিৰতা আৰু অসহায়তাৰ চিন ফুটি উঠা যেন মোৰ অনুমান হ'ল। মই বেৰৰ ফালে মুখ ঘূৰালো।

হঠাৎ মোৰ ভাব হ'ল মই সঁচাকৈ এটা spirit ত পৰিণত হৈছো ; কিন্তু বাস্তৱ জগতক মই এৰিব নোখোজো। ৰূপালীক লগ পোৱাৰ লগে লগে মোৰ জীৱনৰ প্ৰতি স্পৃহা জাগিছে, বিচাৰিছো মোৰ জীৱনৰ continuation। কিন্তু ইহঁতে নক'লেও মই জানো যে মই এজন হৃদৰোগী। চাৰ্জন বজ্ৰতমোহনে মোৰ বুকু সদায় পৰীক্ষা কৰে আৰু ইহঁত সকলোৱে চাৰ্জনৰ পৰামৰ্শ মতেহে মোৰ যত্ন লৈ আছে—ইহঁতে, ইহঁতে মোক সকলোধৰণৰ উত্তেজনাৰপৰা আঁতৰত ৰাখিবলৈ চেষ্টা চলায়। মোৰ সৈতে বিয়া হ'ব খুজি ৰূপালীয়ে বাৰু এতিয়া কি বিচাৰে ? এতিয়া তেওঁক মই কি দিব পাৰো ? কেৱল প্ৰেম। তেন্তে আমাৰ মিলন কেৱল আমি দুজনৰ পাৰমাৰ্থিক সন্তুষ্টিৰ বাবে; আমাৰ মিলন মানৱজাতিৰ কোনো কামত নাহিব। কিয়নো আমাৰ মান বা বৃদ্ধি অসম্ভৱ। এইবোৰ ভাব অহাৰ লগে লগে মোৰ নিজৰ ওপৰত খং উঠি আহিল, মোৰ হৃদযন্ত্ৰৰ বেমাৰটোৰ ওপৰত খং উঠি আহিল। মুখখন ঘূৰাই মানসীয়ে কি ভাবি আছে চাব খুজিলো। কিন্তু দেখিলো ৰূপালী মোৰ ওচৰত বহি মোলৈ লক্ষ্য কৰি আছে। মানসী কেতিয়া উঠি গুচি গ'ল মই ক'ব নোৱাৰিলো।

ৰূপালীৰ চকু-মুখত প্ৰতিভাত হৈ আছে প্ৰবৃত্তিবিহীন প্ৰেমৰ শিখাবোৰ, নিজক বিলাই দিয়াৰ প্ৰতিশ্ৰুতিবোৰ, প্ৰেমিকৰ বাবে নিজক উছৰ্গা কৰাৰ হেঁপাহবোৰ।

এৰা, ঈশ্বৰ আৰু প্ৰকৃতিৰ মহান প্ৰেমে মহামিলনৰ জৰিয়তে বিশ্বৰ সৃষ্টি কৰিলে। কাৰণ প্ৰেমৰ সাৰ্থকতা সৃষ্টিত। কিন্তু আমি এই জীৱনত সৃষ্টিৰ সাৰ্থকতা লাভ কৰিব নোৱাৰিলোঁ। কিন্তু আমাৰ প্ৰেমৰ মৃত্যু নাই। আৰু হয়তো বহুতো জীৱন আমাৰ বাবে বাট চাই আছে। তেন্তে মই ৰূপালীৰ মনত কিয় আঘাত দিবলৈ ওলাইছোঁ? ইমান দিনৰ মূৰত তেওঁক বিচাৰি পোৱাৰ পাছত মই আৰু ভুল কৰা উচিত নহ'ব। তেওঁ আৰু গুচি যাব নোৱাৰে; মই যাবলৈ নিদিওঁ। আমি ইজনে সিজনৰ বাবেহে জীয়াই আছোঁ। কিন্তু দেখিলোঁ মই উদাস হৈ বহি থকা দেখি তেওঁ পুনৰ যাবলৈ ওলাল। মই ব্যস্তভাৱে মাতিলোঁ: "ৰূপালী, নাযাবা।"

তেওঁ ঘূৰি চালে। মই আকৌ মাতিলোঁ: "আহা, মোৰ ওচৰলৈ আহা।" তেওঁ আগবাঢ়ি অহাত মই তেওঁক ওচৰত বহুৱাই ললোঁ। কান্ধত ধৰি তেওঁক চপাই লৈ তেওঁৰ মুখখন দাঙি চকুলৈ চাই চাই মই ক'লোঁ: "বিয়া হ'লে তুমি ভালপাবা নহয়? তোমাৰ মনৰ ইচ্ছা পূৰণ কৰাৰ বাবে বিয়া হম। কাৰণ, মই তোমাক অকলে এৰিব নোৱাৰোঁ। তুমি মোৰ লগত থকাটো ময়ো বিচাৰোঁ। কিন্তু, মোৰ মৃত্যু হ'লে তুমি কি কৰিবা? তোমাক অকলে এৰি মই মৰিবও নোখোজোঁ ৰূপালী!"

ৰূপালী মোৰ বুকুত সোমাই মোক সাবটি ধৰিলে। মই তেওঁৰ মুখখন মোৰ মুখৰ ওচৰলৈ আনি ক'লোঁ: "ৰূপালী, আমি দুয়ো একেলগে মৰিব নোৱাৰোনে? তোমাৰপৰা যি বিচাৰিছিলোঁ, পলমকৈ হ'লেও মই পাইছোঁ। নাৰী হৈ তুমি যি হেৰুৱালা তাক পুনৰ্জীৱনত সোনকালে লাভ কৰাৰ বাবে আমি দুয়োৰে একেলগে সোনকালে মৃত্যু হোৱা উচিত।"

ৰূপালীয়ে নামাতিলে। মই তেওঁক উঠাই দি ক'লোঁ: "এতিয়া উঠা, মোৰ কপালৰ আগৰ পকা চুলিকেইডাল উঘালি দিয়া। মই ডিপাৰ্টমেণ্টলৈ যাম।"

তেওঁ থিয় হৈ মোৰ পকা চুলিকেইডাল উঘালিবলৈ ধৰিলে।

# বিহু

ধুমধামেৰে বিয়াৰ দিন চলিল। তেজ-পুৰৰ খুড়া-খুড়ীহঁতো আহি পাইছে। ৰূপালীক গা-মূৰ পিহি মৰম কৰিছে। মোৰ লগৰ সহকৰ্মী আৰু বহুত ছাত্ৰ-ছাত্ৰীয়েও বিয়াৰ দিনাখন বহুত আনন্দ উৎসৱ কৰিলে। মোৰ বিয়াৰ পিছদিনাখন মানসীৰ বিয়া সংঘটিত হ'ল। মই মাথোন নিৰ্বিকাৰ নীৰৱ দৰ্শক হৈ বহি থাকিলোঁ। হুকুৰি চাৰি বছৰীয়া মোৰ এই ৰিক্ত জীৱনটো মাথোন বিয়া নামৰ সামাজিক অনুষ্ঠান এটাই কিদৰে সিক্ত কৰিব পাৰিব? তথাপি ৰূপালীক মোৰ ওচৰত ধৰি ৰখাৰ যদি এইটোৱে একমাত্ৰ উপায় তেন্তে ইয়াক মই অৱলম্বন কৰিব লাগে। সেয়েহে এই জীৱনৰ ভৱিষ্যতৰ সোপান অনিশ্চয়তাৰ গৰ্ভত লীন হোৱা দেখা পায়ো ৰূপালীক ধৰি ৰখাৰ ব্যৱস্থা হাতত লৈছো। জীৱনৰ পাছত জীৱনজুৰি এই বান্ধোন যেন কটকটীয়া হৈ ৰয়! কাৰণ আৰু কোনো জীৱনতে বিচ্ছেদ সহিব মই নোৱাৰিম!

বিয়া পাৰ হৈ গ'ল। ৰূপালীক নিৰীক্ষণ কৰি কৰি মই বুজি পালোঁ যে তেওঁৰ চকুত, ওঁঠত আৰু হাঁহিত পৰিস্ফুট হৈ উঠিছে কেৱল এক সন্তুষ্টি আৰু সাৰ্থকতাৰ চিন। যেতিয়াই তেওঁ মোৰ ওচৰ চাপিছে তেতিয়াই মই দেখা পাইছোঁ তেওঁৰ সম্পূৰ্ণ চেহেৰাত এক স্বৰ্গীয় প্ৰেমৰ প্ৰতিমূৰ্তি। ৰূপালী যেন ৰূপালী নামৰ মাথোন এটি প্ৰেম। তেওঁৰ ৰূপ, তেওঁৰ আভৰণ আৰু তেওঁৰ অংগ-প্ৰত্যংগ সকলো হ'ল প্ৰেম যমুনাৰ লহৰ। ৰূপালীৰ মাজত মই ভাস্কৰ দত্ত নামৰ মানুহজনৰ অস্তিত্ব নাইকিয়া হৈ যোৱা যেন পাওঁ। মই যেন মই নহয়; মই হৈ পৰিলো ৰূপালীময়। লিখক ভাস্কৰ দত্ত আজি ৰূপালীৰ সত্তাত বিলীন হৈ গ'ল। কিন্তু হঠাতে মানসী মোৰ সমুখত উপস্থিত হ'লে মই উচপ খাই উঠোঁ। মানসীৰ মুখৰ মাত আৰু হাতৰ স্পৰ্শৰ বাবে মোৰ সাহিত্য সত্তা ব্যাকুল হৈ উঠে। প্ৰেমৰ বেদীত কাগজ-কলম বিচাৰি নাপাই ভাস্কৰ দত্ত সন্ত্ৰস্ত

হৈ উঠে। কাগজ-কলম আৰু সাহিত্যিক প্ৰেৰণা বিচাৰি তেওঁ মানসীক ধৰি ৰাখিব বিচাৰে। কিন্তু মানসীৰ বিপৰীতমুখী যাত্ৰা আৰম্ভ হৈ গৈছে। ৰূপালীৰ মাজত বিচাৰিব খুজিলোঁ মই দুটা বস্তু—প্ৰেম আৰু প্ৰেৰণা, মোৰ সাহিত্যিক প্ৰেৰণা।

এটা কাৰণত মোৰ মন আনন্দত নাচি উঠিল। সেইটো হ'ল—ৰূপালীয়ে মোৰ মা-দেউতাৰ ফটো দুখন চিত্ৰকৰৰ হতুৱাই ডাঙৰকৈ আঁকাই আনি আমাৰ কোঠাৰ বেৰত ওলোমাই ৰাখি ফুলৰ মালাৰে সুশোভিতা কৰি তাত ধূপ-ধূনা দিবলৈ আৰম্ভ কৰিলে। তাকে চাই চাই ভাবিলো ৰূপালীয়ে এইবাৰ মোৰ সাহিত্য সত্তাক অন্তৰ উজাৰি আদৰণি জনাইছে। দুটা বস্তু ৰূপালীৰ মাজত বিচাৰি পোৱাৰ হৈঁপাহত মই আপ্লুত হৈ গলোঁ। মা-দেউতাক সেৱা কৰি থাকোঁতে মই ৰূপালীৰ পিছফালে থিয় হৈ তেওঁক আঁকোৱালি ধৰি তেওঁৰ হাত দুখন মোৰ হাতৰ মাজত সুমুৱাই তেওঁৰ লগত একেলগে মা-দেউতাক সেৱা কৰিলোঁ। কইনাৰ সাজ পিন্ধি থকা ৰূপালীক তেতিয়া মোৰ অপূৰ্ব লাগিল। বহুবছৰৰ আগৰ অপূৰ্ব সন্ধিয়াবোৰলৈ মোৰ মনত পৰিল।

ৰূপালীৰ স'তে যুগ্মজীৱনৰ দুটি নিশা পাৰ কৰি দিলো যদিও এসময়ত মানসত দিয়া প্ৰতিশ্ৰুতি পালনেৰে নহয়। কাৰণ মানসীয়ে মোক আশ্বাস দিছে যদিও আৰু চাৰ্জন ৰজতমোহনে আজি দুদিন মোৰ বুকু পৰীক্ষা কৰা নাই যদিও মোৰ কলিজাৰ অৱস্থাৰ প্ৰতি মই সন্দিহান। তথাপি মানসীয়ে মোৰ বুকৰ ভিতৰত একো হোৱা নাই বুলি কোৱা কথাবাৰক সাৰোগত কৰি মই ডিপাৰ্টমেণ্টলৈ গৈছো, বন্ধু-বান্ধৱৰ লগত কথা পাতিছো, হাঁহিছো, লাইব্ৰেৰীলৈ গৈছো, আৰু ডিপাৰ্টমেণ্টৰপৰা ঘূৰি আহি হিমাদ্ৰী, বিক্ৰম আৰু মানসীহঁতৰ লগত ফুৰ্তি কৰিছো; আৰু চাৰ্জন ৰজতমোহনৰ লগত বহুত কথা পাতিছোঁ। আবেলি ফুলনিৰ মাজত ফুৰিছোঁ। মোৰ মনৰ ফুৰ্তি দেখি মানসী আনন্দত আত্মহাৰা হৈ মোৰ ভিতিত ওলমিছে আৰু মৰম বিচাৰিছে। সন্ধিয়াৰ জলপান খাই উঠি মই নিজৰ কোঠাত

খিৰিকিৰ ওচৰত আৰামী চকী এখনত বহি পঢ়িবলৈ বুলি কিতাপ এখন হাতত লৈছোঁ। কোঠাৰ ভিতৰত ৰূপালীক দেখি মই ক'লোঁ: "ৰূপালী, তোমাৰ সংস্কৃত কলেজৰ চাকৰিটো নকৰিলে নহয় জানো? আমাৰ কোনো অভাৱ নাই নহয়।"

"অভাৱৰ কাৰণে চাকৰি কৰা নাই। এবাৰ সোমোৱাৰ পাছত তৎক্ষণাৎ এৰি দিবলৈ মন যোৱা নাই। তাতে ছাত্ৰ-ছাত্ৰী আৰু শিক্ষক-শিক্ষয়িত্ৰীৰ লগত মিলিবৰ সুবিধা পোৱা যায়। আপুনি যদি ভালপোৱা নাই মই এৰি দিম।"

"এৰিব নালাগে বাৰু। কিন্তু মই আজিৰপৰা আকৌ লিখিবলৈ আৰম্ভ কৰিব খুজিছোঁ। তুমি মোক সহায় কৰিবানে? অৰ্থাৎ মই কৈ যাম তুমি লিখি যাবা। তোমাৰ আমনি লাগিলে মই লিখিম। তেতিয়া-হ'লে মই একেবাৰে বহি থাকিবলগীয়া নহয়।"

ৰূপালীয়ে হাঁহি মাৰি মোৰ ওচৰলৈ আহি মোৰ গাত আউজি ক'লে: "মই নিশ্চয় সহায় কৰিম। সংস্কৃত কলেজত ভৰ্তি হোৱাৰ পাছতে আপোনাৰ এসময়ৰ কথা এষাৰে ৰবকৈ মোৰ মনত খুন্দিয়াইছিল। আপুনি কৈছিল নহয় প্ৰেমৰ বিষয়ে লিখিবলৈ। মই লিখি লিখি ফালি পেলাইছিলো; আকৌ লিখিছিলো। অৱশেষত মোৰ ত্ৰুটিমান গল্প কলেজ আলোচনীত প্ৰকাশ হৈছিল।"

মই তেওঁৰ থুঁতৰিত ধৰি ক'লোঁ: "এয়াহে ভাস্কৰ দত্তৰ অৰ্ধাংগিণী!" "কিন্তু আপুনি আৰু কিছুদিন জিৰণি লব লাগিব। আপোনাৰ মগজু আগতে বহুত পৰিশ্ৰম হৈ গ'ল। এতিয়া সেই অনুপাতে জিৰণিৰ প্ৰয়োজন।"

মই তেওঁক টানি মোৰ আঁঠুৰ ওপৰত পেলাই লৈ মোৰ সোঁহাতৰ ওপৰত তেওঁৰ মূৰটো দাঙি ধৰি মোৰ নাক তেওঁৰ নাকত লগাই দি ক'লোঁ: "my love! my life! my encourgement, my everything! আমি দুয়োৰো যুটীয়া প্ৰচেষ্টাত যি লিখনি ওলাব সেয়া হ'ব আমাৰ সন্তান,

আমাৰ continuation··· ।"

ৰূপালীয়ে হাঁহিলে আৰু "উ" উচ্চাৰণ কৰিলে। খন্তেক পাছত ঘপ্‌কৈ থিয় হৈ তেওঁ ক'লে: "মই আপোনাৰ খোৱাৰ যোগাৰখিনি কৰি ৰঘুকাইক দিহা লগাই দি আহিমদেই। অইন আচহুৱা চিন্তাবোৰ নকৰিব।" ৰূপালী ওলাই গ'ল।

মই ভাবিব ধৰিলো যে মোৰ লিখনিৰ মাজত মই হয়তো জীয়াই থাকিব পাৰিম। কিন্তু সেই লিখনিৰ বিকাশ সাধন কোনে কৰিব? দেউতাৰ আধকৰা কাম মই কৰিলোঁ; মোৰ আধকৰা কাম কোনে কৰিব? এনেতে মানসী সোমাই আহিল। দেখিলোঁ তাইৰ গোটেই শৰীৰ গহনা আৰু চিক্‌মিকিয়া পোছাকেৰে জল্‌মলাই আছে। তাইৰ বিয়াৰ বাবে মই তাইক আঙুঠি এটা আৰু ডিঙিৰ চেইন এডালহে দিছিলোঁ। ৰূপালীয়ে তেওঁৰ ফালৰপৰা তাইক কংকন আৰু কৰীয়া দিছিল। কিন্তু আজি দেখিলোঁ তাইৰ দুহাতত চাৰিটা আঙুঠি, দুহাতত পৰিপূৰ্ণ খাৰু, ডিঙিত কৰী আৰু মুকুতা খটোৱা বহল চেপেটা চেইন আৰু এজোৰ চিক্‌মিকীয়া পোছাক পিন্ধি আহি তাই মোৰ ওচৰত থিয় হৈ বিয়াৰ ফটোগ্ৰাফবোৰ মেলি ধৰি ক'লে: "ককাইদেউ, আপোনাৰ ফটোবোৰ বৰ ধুনীয়া হৈছে।"

ফটোৰ ফালে নাচাই মই তাইৰ হাত দুখন দাঙি ধৰি ডিঙিৰ চেইনবোৰ কাপোৰৰ ওপৰত উলিয়াই লৈ হাঁহি মাৰি ক'লোঁ: "তোক মই এই বেশত scientist বুলি ক'ব নোৱাৰোদেই।"

দেখিলোঁ তাইৰ চকু-মুখত এক অসাধাৰণ দীপ্তি প্ৰকাশ পাইছে। তাইৰ সুখত মইয়ো সুখী যেন অনুভৱ কৰিলোঁ। তাইক মোৰ কাষলৈ টানি আনিলো; আৰু তাইৰ কোমৰত মোৰ মুখখন গুজি দিলোঁ।

"বিক্ৰমৰ ইচ্ছামতে এইবোৰ মই ঘৰত থকা সময়খিনিত পিন্ধি থাকিব লাগিব; গৱেষণাগাৰত কাম কৰা সময়ত খুলি থব লাগিব।"

এৰা, যোৱা কালিৰ পৰা সিহঁত দুয়ো নতুন সৃষ্টিৰ পথত নামিছে। মনৰ আনন্দ আৰু সন্তুষ্টিত মই মানসীক মোৰ কাষলৈ চপাই লৈ ক'লোঁ:

"মানসী, মোৰ উদ্দেশ্য আছিল যে মই যিটো হেৰুৱাইছো তই সেইটো লাভ কৰিব লাগিব। আৰু এয়া আজি আমি কৃতকাৰ্যতাৰ চূড়ান্ত উপনীত হৈছো। মই জানো তোৰ সমস্ত সত্তা মোৰ আদৰ্শৰে আচ্ছন্ন হৈ আছে। তইঁতৰ সৃষ্টিয়ে মানৱ সমাজক material আৰু spiritual দুয়োটা দিশত আগুৱাই যাবলৈ সহায় কৰিব।"

মানসীয়ে হাঁহিলে। মই তাইৰ হাতখন মোৰ ওঁঠত লগাই ক'লোঁ: "তোৰ মাজতে প্ৰকৃতি আৰু কলা, matter আৰু spirit ৰ মিলন ক্ষেত্ৰৰ ৰচনা মই কৰি গ'লো।" মানসীয়ে মিচিকিয়াই হাঁহি মোৰ ওচৰত আঁঠু কাঢ়ি বহি মোৰ কোলাৰ ওপৰত ফটোবোৰ চাবলৈ ধৰিলে। তাইৰ মূৰৰ চুলিবোৰ লিৰিকি বিদাৰি ওপৰলৈ মুখ কৰি চকীখনত মূৰ পেলাই মই ভাবিব ধৰিলো মোৰ আধা লিখা হৈ ৰৈ থকা লিখনিবোৰ সমাপ্ত কৰাৰ কথা।

শেষাৰ্ধ

ভাস্কৰ দত্তই সুদূৰপ্ৰসাৰী সাহিত্যিক সম্পূৰ্ণতাৰ আশাৰ পুষ্পপাত্ৰৰে তেওঁৰ হৃদৰোগৰ প্ৰজ্জ্বলিত যজ্ঞত পূৰ্ণাহুতি দিলে। যুগ্মজীৱনৰ চাৰি নিশাৰ ৰাতিপুৱা ভনীয়েক মানসীয়ে বিক্ৰমৰ লৈতে বিদায় লোৱাৰ সময়ত তেওঁৰ সাহিত্যিক প্ৰেৰণাৰ এনাজৰীডাল ছিগি যোৱাৰ বেদনাই তেওঁ কলিজাৰ আঁহবোৰ থকা-সৰকা কৰি পেলালে—হৃদয়ৰ দুৰ্বলতাই মগজুৰ বোধশক্তিক অতিক্ৰম কৰি গ'ল; অন্তৰ আৰু মগজুৰ ভাৱসাম্য ৰক্ষা সম্ভৱ হৈ নুঠিল। এসময়ত প্ৰশান্ত বৰুৱা, আৰতি, ৰূপালী আৰু মাজুলীৰ সত্ৰাধিকাৰৰ অন্তৰ আৰু মগজুৰ প্ৰতিদ্বন্দ্বিতাই ঘূৰ্ণীয়া কৰিছিল সামাজিক ভেটি। কিন্তু হৃদৰোগী ভাস্কৰ দত্তই শেষ মুহূৰ্তত অন্তৰ আৰু মগজুৰ মিলন ঘটাবলৈ অসমৰ্থ হোৱাত চিতা সাজিলে নিজে নিজৰে সাহিত্যৰ

হোমাগ্নিৰে। তেওঁ মাথোন তেওঁৰ লিখনিবোৰক অন্তৰ আৰু মগজুৰ ভাৰসাম্য ৰক্ষা কৰাৰ মূলমন্ত্ৰ হিচাপে সমাজত প্ৰতিষ্ঠিত কৰি থৈ তেওঁৰ শৰীৰটোক সামাজিক অবিচাৰৰ জুইত আহুতি দি পঞ্চভূতত মিলি গ'ল।

এখন মিনিট্ৰাকৰ ভিতৰত ওখকৈ বেদী সাজি শুভ্ৰ বগা কাপোৰৰ কোমল তুলি আৰু গাৰুৰ ওপৰত ভাস্কৰ দত্তৰ মৃত্যদেহটো শুৱাই থোৱা হ'ল। মৃতদেহটো ঢাকি থোৱা শুভ্ৰ বগা কাপোৰৰ ওপৰত ৰং-বিৰঙৰ ফুল ছটিওৱা হৈছে, মাল্য প্ৰদান কৰা হৈছে। মূৰ-শিতান আৰু ভৰি-শিতানত সুগন্ধি ধূপ-ধুনা জ্বলোৱা হৈছে। আত্মহুতিৰ প্ৰশান্তিৰে মুদ খাই থকা চকুযুৰি আৰু প্ৰেৰণাদায়ক ওঁঠৰ ভাঁজবোৰ যেন ভৰি পৰিছে। গাড়ীৰ চাৰিওফালে অজস্ৰ মানুহৰ সমাগম। সকলোফালৰপৰা ফুলৰ মালা আহি মৃতদেহৰ ওপৰত পৰিছে। মানসীয়ে মূৰ-শিতানত বহি বাৰে বাৰে কাপোৰ গুচাই মৃতদেহৰ মুখখন চাইছে আৰু কান্দিছে। মূৰৰ আনটো ফালে বিক্ৰম সিং বহিছে। তেওঁৰ চকুবোৰো উখহিছে। ৰূপালীয়ে ভৰি-শিতানত বহি মৃতদেহৰ দুভৰিৰ মাজত মুখ লুকুৱাই কান্দি আছে। হিমাদ্ৰী বৰাই ৰূপালীৰ ওচৰত চকুপানী মচি মচি বহি আছে। চাৰ্জন ৰতজমোহন মৃতদেহৰ মূৰৰ ফালে মাটিত থিয় হৈ মৃতদেহটোৰ মূৰত ধৰি ধৰি খোজ কাঢ়ি কাঢ়ি গাড়ীৰ লগে লগে আহি থকা দেখা গৈছে। অসংখ্য মানুহ মিনিট্ৰাকৰ সগে লগে আহি আছে। এইদৰে বিশ্ববিদ্যালয়ৰ আটাইবোৰ ৰাস্তাৰে গতি কৰি আহি মিনিট্ৰাকখন বিশ্ববিদ্যালয়ৰ প্ৰধান তোৰণৰ তলিত খন্তেক ৰৈছে। তাত কিছুমান ছাত্ৰ-ছাত্ৰীয়ে মৃতদেহৰ ওপৰত ফুল ছটিয়াইছে। তাৰপাছত ভাস্কৰ দত্তৰ ডিপাৰ্টমেন্টৰ সমুখেৰে ট্ৰাকখন আগুৱাই গ'ল আৰু অৱশেষত গৈ গৈ গাঁৱৰ ৰাস্তা পালেগৈ। সদৌ শেষত মানসী ভৱনৰ সমুখত ট্ৰাকখন ৰৈ গ'ল। এইখিনিতে মৃত ভাস্কৰ দত্তৰ তেজপুৰৰ খুড়াক আৰু খুড়ীয়েক মৃতকৰ ওচৰলৈ আগবাঢ়ি আহিল আৰু মৃতকৰ কপালত চুমা খাই কান্দিলে।

তেওঁলোকৰ দুজন ল'ৰাই মৃতকৰ মুখৰ ফালে চাই মৃতকৰ তবিত সেৱা কৰি ফুল ছটিয়ালে। তাতেই নামতি অঞ্চলৰ কেইবাজনো মানুহ আগবাঢ়ি আহি মৃতকৰ শৰীৰত ফুলৰ মালা প্ৰদান কৰিলে। মানসী ভৱনটো ৰূপালীয়ে মানসী-ভৱন নামে নামকৰণ কৰিছিল। সেই বাসভৱনৰ পশ্চিমফালৰ বাগিচাখনত মৃতদেহৰ সৎকাৰৰ ব্যৱস্থা কৰা হ'ল। মৃতদেহ দাহনৰ সময়ত মৃতদেহটো চিতাত তুলি দিয়াৰ লগে লগে মানসীৰ অসহায় চিৎকাৰ শুনিবলৈ পোৱা গ'ল। ৰূপালীয়ে মানসীক সাবটি ধৰি থকা দেখা গ'ল ··· ।

ইয়াৰ কেইদিনমান পাছত দেখা গ'ল, মানসী ভৱনৰ সমুখৰ বহল মিহি ঘাঁহনিডৰাত বহি শাৰী শাৰী দুখীয়া-নিছলাই আহাৰ খাইছে। মানসী ভৱনৰ বহল বাৰাণ্ডাত চকী-মেজ পৰা আছে। তাতে বহি আছে কেইবাজনো বিশ্ববিদ্যালয়ৰ অধ্যাপক, মৃত ভাস্কৰ দত্তৰ খুড়া-খুড়ী, মানসী, ৰূপালী আৰু বিক্ৰম সিং। হিমাদ্ৰী বৰা আৰু ভাস্কৰ দত্তৰ খুড়াকৰ ল'ৰা দুজনে আহাৰ খাই থকা মানুহবোৰৰ তদাৰক কৰিছে। বাৰাণ্ডাত আৰু এখন ডাঙৰ মেজৰ ওপৰত জাপ জাপ নতুন কাপোৰ সজাই থোৱা দেখা গৈছে। শাৰী শাৰীকৈ বহি থকা মানুহবোৰৰ সমুখত দুয়োফালে দুডোখৰ খালী ঠাইত দুখন বহল কাপোৰ পাৰি থোৱা আছে। এনেতে মাইকত মানসীৰ মাত শুনিবলৈ পোৱা গ'ল: 'মোৰ মৰমৰ ভাই-ভনী আৰু ককাই-বাইদেউসকল, আপোনা-লোকে খোৱা শেষ হোৱাৰ লগে লগে হাত-মুখ ধুই আহি আপোনালোকৰ সমুখত পাৰি থোৱা পূবফালৰ কাপোৰৰ ওপৰত বহিব। তাৰপাছত মই মাতিবলৈ আৰম্ভ কৰাৰ লগে লগে এজন এজনকৈ আহি মোৰ হাতৰপৰা একোখনকৈ কাপোৰ গ্ৰহণ কৰি পশ্চিমফালে পাৰি থোৱা কাপোৰৰ ওপৰত বহিবগৈ। গণ্ডগোল নকৰিব। খাই উঠি পৰিপাটীকৈ বহিব। আৰু কাপোৰ লবলৈ এজন এজনকৈহে আহিব।"

দুখীয়া-নিছলাবোৰে এজন এজনকৈ খাই উঠি ঘৰৰ পাছফালে হাতমুখ

খুই আছি থাকোঁতে বাৰাণ্ডাৰ একোণত সজাই থোৱা ভাস্কৰ দত্তৰ প্ৰকাণ্ড অইল পেইন্টিং এখনৰ ফালে চাইছে আৰু মূৰ দোঁৱাই নমস্কাৰ কৰি আহ আহি কাপোৰৰ ওপৰত বহিছে। অইল পেইন্টিংখনৰ ওপৰত ফুলৰ মালা আৰু তলত শলিতা আৰু ধূপ-ধুনা জ্বলাই দিয়া আছে। তাৰপাছত মানসীয়ে এজন এজনকৈ মানুহক কাপোৰ বিলাই যাবলৈ ধৰিলে···।

ইয়াৰ পিছদিনাখন সেই একেই বাৰণ্ডাত চকী-মেজ পৰা আছে। তাত বহি আছে ডি চি অফিচৰ ছাব ৰেজিষ্ট্ৰাৰ, দুজন উকীল, এজন মহৰি আৰু দুই-তিনিজন সাক্ষী দিয়া মানুহ। তেওঁলোকৰ লগত আনফালে বহি আছে বিক্ৰম, হিমাদ্ৰী, ভাস্কৰ দত্তৰ খুড়া-খুড়ী, তেওঁলোকৰ দুজন ল'ৰা, ৰূপালী আৰু মানসী। বাৰাণ্ডাৰ এচুকত মাটিত বহি আছে প্ৰায় ষাঠি বছৰমান বয়সৰ বৃদ্ধ ৰঘুকাই আৰু তেওঁৰ পৰিয়াল। মানসীয়ে এইবাৰো কথা কোৱা শুনিবলৈ পোৱা গ'ল: "গোটেই প্লটটো আমি স্কুলঘৰৰ নামতে দলিল কৰি দিওঁ। স্কুলঘৰটো দক্ষিণ মুৱাকৈ বান্ধিব লাগিব। পশ্চিমফালে বাগিচাৰ সোমাজত সমাধিটো থাকিব। বাগিচাৰ ওচৰত থকা এই বাসস্থানটো ৰূপালী বাইদেউৰ নামত থাকিব।"

ৰূপালীয়ে ক'লে: "নালাগে মানসী ; ইয়াৰ নাম মানসী ভৱন হৈয়ে থাকক। সমাধিৰ মুখামুখি এটা কোঠাত মই থাকিম।"

এইবাৰ ৰূপালীয়ে ৰঘুকাইক মাতিলে: "ৰঘুকাই, আগবাঢ়ি আহা।"

ৰঘুকাই আগবাঢ়ি আহিলত ৰূপালীয়ে ক'লে: "ৰঘুকাই আমাৰ বৰ বিশ্বাসী। তেওঁৰ বিয়াৰ আগৰপৰাই তেওঁ এইখন ঘৰত আছে কিন্তু দুৰ্ভগীয়া ৰঘুকাইৰ ঘৰবাৰী নাই। গাঁৱত হেনো এটা খেৰী ঘৰৰে সৈতে দুকঠা মাটি আছিল ; তাকো ভায়েকে লৈছে। বৰ্তমান এই ঘৰৰ পাগ-ঘৰৰ লগত লগলগা এটা কোঠাত সিহঁত আছে। কিন্তু সেই কোঠাটোৰে সিহঁতক এতিয়া নুজুৰে। কাৰণ তেওঁৰ ল'ৰাও ডাঙৰ হৈছে। সিহঁতক এটা ঘৰৰ প্ৰয়োজন।"

মানসীয়ে সুধিলে: "বাৰু, দক্ষিণফালে যে তামোল-নাৰিকলৰে সৈতে

বাৰীখন আছে, তাত কিমান মাটি আছে ৰূপালী বাইদেউ ?”

ৰূপালীয়ে ক’লে : “ডেৰবিঘামান হ’ব। কিন্তু তাৰে ওচৰত অলপ খালী ঠাইও আছে। সেইখিনিৰে সৈতে ডুবিঘা হ’ব।”

মানসীয়ে ক’লে : “তেনেহ’লে খালী ঠাইখিনিৰে সৈতে তাৰে আটাইখিনি মাটি ৰঘুকাইক দিয়া হ’ল। তামোল-নাৰিকলৰ বাৰীৰে তোমাৰ ল’ৰাটোৰ সতি-সন্ততিৰ দিনবোৰো যাব ৰঘুকাই। মাথোন খালী ঠাইখিনিত তোমাক এটা ডাঙৰ খেৰী ঘৰ সাজি দিম। ঘৰ সজা মানুহ যোগাৰ কৰা। আৰু স্কুল ঘৰটো হ’লে তোমাৰ ল’ৰাই ইয়াত চকীদাৰৰ কাম এটাও পাব। আৰু তুমি নিজে এইখন ঘৰ আৰু ৰূপালী বাইদেউৰ ৰক্ষণাবেক্ষণৰ দায়িত্ব ল’ব লাগিব। বাইদেউৰ সম্পূৰ্ণ দায়িত্ব তোমাৰ ওপৰত থাকিল।”

ৰঘুকায়ে ক’লে : “সেই দায়িত্ব মই আগ্ৰহেৰে লম আইটি।”

মানসীয়ে ক’লে : “অকল সেয়েই নহয় ৰঘুকাই, তুমি কাম কৰিব নোৱাৰা হ’লে তোমাৰ ল’ৰা আৰু তাৰ পৰিয়ালে বাইদেউৰ সুৰক্ষাৰ দায়িত্ব লব লাগিব।”

ৰঘুকায়ে আনন্দত মানসীৰ ভৰিত ধৰিলে। মানসীয়ে ভৰি আঁতৰাই নি বাধা দিলে। ৰঘুকায়ে তাৰ পঁচিশ বছৰমান বয়সৰ হোজা ল’ৰাটোক আৰু তাৰ নিজৰ তিৰোতাক মাতি ক’লে : “কি চাই আছ তহঁতে ? আহ আইটিহঁতৰ ভৰিত পৰ। আমাৰ আইটিহঁত মানুহ নহয়, দেৱীহে।”

সিহঁত আহি মানসী আৰু ৰূপালীৰ ভৰিত পৰি সেৱা কৰিলে।

মানসীয়ে ব্যৱস্থা কৰা মতে উইল কৰা হৈ গ’ল। তাৰ পাছত মানসীয়ে ৰূপালীক সাৱটি ধৰিলে। বিক্ৰমে আহি ৰূপালীক সেৱা কৰিলে। তেজপুৰৰ ভাস্কৰ দত্তৰ ভাই দুজনেও ৰূপালীক সেৱা কৰিলে।

মানসীয়ে ক’লে : “বাইদেউ, তুমি ইয়াত অকলে থাকিব নালাগে। আমাৰ লগত দিল্লীলৈ আহা। আমি প্ৰত্যেক মাহতে এবাৰকৈ ককাইদেউৰ ওচৰলৈ আহিম। ককাইদেউৰ ভৰিত মাল্যাৰ্পণ কৰিম।

আহা বাইদেউ, আমাৰ লগত আহা।"

ৰূপালীয়ে ক'লে: "মই ইয়াতে থাকিম মানসী। নহ'লে তেওঁ বৰ অকলশৰীয়া হ'ব। জীৱন কালত মই তেওঁৰ যত্ন লব নোৱাৰিলোঁ; তেওঁ বহুত মনোকষ্ট পালে। এতিয়া মই তেওঁক অৱহেলা নকৰোঁ মানসী। মই তেওঁৰ সাহিত্য সেৱাত সহায় কৰিম বুলি কথা দিছিলোঁ। কিন্তু নোৱাৰিলো।"

মানসীৰ চকুৰে সৰ্‌সৰ্‌কৈ চকুলো বৈ আহিল। বাইদেউ বুলি ৰূপালীক সাবটি ধৰিলে। আৰু দুয়োজনীয়ে হুক্‌হুকাই কান্দি উঠিল। সিহঁতক দেখি ৰঘুকাই আৰু বাকীকেইজনেও চকুপানী টুকিলে।

ইয়াৰ কিছুদিন পাছত দেখা গ'ল, সমাধিখন দৌলৰ আকৃতিত ধুনীয়াকৈ আৰু ৰঙীন কৰি সজোৱা হৈছে। দৌলৰ ওপৰত এটা সৰু মঠ আৰু তাৰ ওপৰত সৰু সোণৰ কলচী বহুৱাই থোৱা আছে। সমাধিৰ প্ৰধান ভেটিটোৰ চাৰিওটা কোণত চাৰিটা নক্সাকৰা গোলাকৃতিৰ খুঁটা আৰু খুঁটাৰ ওপৰত চাৰিটা সিংহমূৰ্ত্তি আছে। প্ৰধান মঠটোৰ দুৱাৰখন মেহগনি কাঠেৰে সজোৱা, নক্সা কৰা। চাৰিটা খুঁটাৰ তলত চাৰিডাল ৰঙা গোলাপ ফুল ফুলি আছে। সমাধিৰ দুৱাৰমুখৰ দুয়োকালে ৰঙীন পকাৰ ওপৰত এইদৰে লিখা আছে।

"শিক্ষাবিদ, সাহিত্যিক প্ৰঃ ভাস্কৰ দত্ত।
জন্ম: ১৪ ছেপ্টেম্বৰ, ১৯২৭ ইং চন।
মৃত্যু: ১১ নবেম্বৰ, ১৯৭১ ইং চন।
প্ৰতিষ্ঠাতা: ভনী মানসী দত্ত।"

তাৰপাছত স্কুলঘৰটো উঠিল। প্ৰকাণ্ড স্কুলঘৰটো এইদৰে নামকৰণ কৰা হ'ল: "ভাস্কৰ দত্ত সোঁৱৰণী হাইস্কুল। স্থাপিত: ১৯৭২ চন (ইং)। প্ৰতিষ্ঠাপক: ১। ৰূপালী দত্তবৰুৱা।
২। মানসী দত্ত।

স্কুল ছুটী হোৱাৰ পাছত ল'ৰা-ছোৱালীবোৰ গুচি গৈ নাইকিয়া

হে যোৱাৰ পাছত প্ৰতিদিনে ৰূপালী দত্তবৰুৱাই সন্ধিয়া বগাসাজ পিন্ধি ফুলৰ কৰণিত কিছুমান ফুল তুলি আনে আৰু ফুলৰ বাৰাণ্ডাত বহি এডাল ফুলৰ মালা গাঁঠি লৈ সমাধিলৈ খোজ কাঢ়ি যায়। সমাধিৰ ভেটিটোত প্ৰথমে হালি গৈ তেওঁৰ কপালখন লগাই দিয়ে। তাৰপাছত খালী ভৰিৰে ওপৰলৈ উঠি গৈ দুৱাৰমুখত খন্তেক বৈ নক্সা কৰা দুৱাৰখন খুলি ভিতৰ সোমায়। তাৰপাছত বেদীৰ ওপৰত আঁঠুকাঢ়ি বহি বেদীৰ ওপৰত সজাই থোৱা ফটোখনলৈ কিছুসময় ধৰি ৰ' লাগি চাই থাকে। তাৰপাছত তেওঁ নিজৰ চুলিখিনিৰে সাৰি দিয়েঃ ফটোখনৰ পুৰণি মালাডাল একৰাই আনি একোণত থকা খৰাহী এটালৈ দলিয়াই দিয়ে; নতুন ফুলৰ মালাডাল ফটোখনত পিন্ধাই দিয়ে আৰু বেদীৰ ওপৰত কৰণিত লৈ অহা ফুলবোৰ ছটিয়াই দিয়ে। তাৰপাছত তেওঁ ফটোখনৰ তলত বেদীৰ ওপৰত নিজৰ মূৰটো পেলাই কিছুসময় বৈ থাকে। কিমান সময় তেওঁ এইদৰে বৈ থাকে ক'ব নোৱাৰি। ইয়াৰপাছত উঠি পিছুৱাই পিছুৱাই দুৱাৰমুখলৈ আহে আৰু অৱশেষত দুৱাৰ জপাই তলা বন্ধ কৰি সমাধিৰপৰা নামি আহি সমাধিত সেৱা কৰে আৰু লাহে লাহে তাৰপৰা গুচি যায়।

দোকমোকালিতে ৰূপালী দত্তবৰুৱা নিজৰ কোঠাৰপৰা ওলাই আহে। তেওঁৰ পিঠিত ওলমিপৰা চুলিৰপৰা টোপাটোপে পানী সৰি থাকে; তেওঁক গা ধুই ওলাই অহা বুলি ধৰিব পাৰি। তেওঁ আহি আহি সমাধিৰ ওচৰত মাটিত ৰঘুকায়ে ৰাখি থোৱা এটা বাল্টিৰ পৰা শেঁতাকাপোৰেৰে সৈতে ওচৰত থকা চৰিয়া এটাত অলপ পানী ঢালি লয়। নিজৰ ভৰিৰ বালিবোৰ বাল্টিৰ পানীৰে ধুই তেওঁ চৰিয়াটো লৈ ভিতৰ সোমায় আৰু ভিতৰৰপৰা গোটেই সমাধিটো মচি আনে। তাৰপাছত হাত-ভৰি ভালদৰে ধুই পুনৰ ভিতৰ সোমাই বেদীৰ ওপৰত ধূপ-ধুনা আৰু বন্তি জ্বলাই দি খন্তেক পাছত ওলাই আহে।

আনহাতে প্ৰত্যেক মাহতে এবাৰকৈ মানসী আৰু বিক্ৰম বিমান-কোঁঠৰপৰা খোজ কাঢ়ি আহে। স্কুলঘৰৰ সন্মুখত ৰৈ স্কুলখনৰ নাম ফলকখনৰ ফালে খন্তেক ৰ' লাগি চায়। তাৰপাছত তেওঁলোকে প্ৰথমে বাসভৱনৰ বহা কোঠাত পদাৰ্পণ কৰে। বহা কোঠাটোৰ দুৱাৰ খোলাৰ লগে লগে ভিতৰত এটা প্ৰকাণ্ড আলমাৰীৰ ওচৰত বেৰত এখন ডাঙৰ আয়নাৰ ফ্ৰেমৰ ভিতৰত ভাস্কৰ দত্তৰ এখন ডাঙৰ অইল পেইণ্টিং ওলমি থকা দেখা যায়। মানসীয়ে অইল পেইণ্টিংখনৰ তললৈ গৈ ফটোখন হাতেৰে চুই চায় আৰু নিজৰ মূৰটো ফটোখনৰ তলিত লগাই দিয়ে। তেওঁৰ চকুপানী সৰি পৰে আৰু তেওঁৰ মুখেৰে কঁপি কঁপি "ককাইদেউ" শব্দ ওলাই আহে। তাৰপাছত ফটোখনৰ তলিত থকা ধূপদানিত তেওঁ সুগন্ধি ধূপ জ্বলাই দিয়ে। ফটোখনত সদায় এডাল ফুলৰ মালা ওলমি থাকে। সিহঁত দুয়োজন ঘৰৰ ভিতৰৰপৰা ওলাই সমাধিলৈ বুলি যাত্ৰা কৰে। ভৰিৰ চেণ্ডেল সোলোকাই উঠি গৈ সমাধিৰ দুৱাৰ খুলি দুয়োজনে বেদীৰ ওচৰত মাটিত বহি প্ৰণাম কৰে; সমাধিৰ বেদীত মাল্যাৰ্পণ কৰে। মানসীয়ে সমাধিত মুখখন থৈ কিছুসময় ধৰি চকুলো পেলায় আৰু তাৰপাছত তেওঁলোক ওলাই আহে।

বছৰ বাগৰে। ভাস্কৰ দত্তৰ অপ্ৰকাশিত সম্পূৰ্ণ কিতাপবোৰ প্ৰকাশ হৈ ওলায়। কিন্তু তেওঁৰ আধালিখা লিখনিবোৰ তেওঁৰ আধকৰা জীৱন-ডায়েৰীৰ পাত হৈ ৰৈ থাকে। সুদূৰ ভৱিষ্যতত মানসীৰ সন্তানে সেইবোৰ পূৰ্ণ কৰিব পাৰিবনে নোৱাৰে সেই কথা আমি ক'ব নোৱাৰিলোঁ। ভাস্কৰ দত্তৰ সমাধিৰ ওপৰত ফুল দিয়া কাৰ্য চলি থাকে। আৰু কিমান দিন এই কাৰ্য চলি থাকিব তাকো আমি ক'ব নোৱাৰিলো।

— সমাপ্ত —